# কলহী নদী ঃ

# ইঁকুল-সিকুল

[ কামৰূপ সাহিত্য পৰিষদৰ শ্ৰেষ্ঠ বঁটাপ্ৰাপ্ত উপন্যাস ]

জিতেন্দ্ৰ দাস

চন্দ্ৰ প্ৰকাশ ঃ টিহু

অসম, গুৱাহাটী

"KALAHI NADI NIK[illegible]UL"—an Assamese novel by Jitendra Das, Chhaygaon, Mazpara, Kamrup, Assam, Own Best Prize from Kamrup Sahitya Parishad of their novel ( Manascript ) Competition in 1986-87, ard Published by Chandia Prakash, Tihu

First Edition : December 1989

Price : 40 00 Rupees Only

---

প্ৰকাশক : চন্দ্ৰ প্ৰকাশ, টিহু

স্বত্বাধিকাৰ : নিৰুপমা দাস

বেটুপাত :

প্ৰথম প্ৰকাশ—ডিচেম্বৰ, ১৯৮৯

মূল্য : ৪০.০০ টকা

মুদ্ৰণ :
সাগৰিকা প্ৰেছ
১৩/১, বলাই সিংহ লেন,
কলিকতা-৯

অনাথৰী হৈও যিয়ে মোৰ ল'ৰালিৰ প্ৰায় প্ৰতিটো সন্ধ্যাকে শাস্ত্ৰৰ নানা কথা, সাধৰ, সাধুকথা আৰু কলহীপৰীয়া কিংবদন্তীৰে চিৰ-ৰসাল, চিৰ মননীয় কৰি ৰাখিলে— সেই গৰাকী আৰাধ্য মাতামহী স্বৰ্গীয় কাঞ্জোবালা ঠাকুৰীয়া, শ্ৰীচৰণেষু !

আৰু চমছেৰ আলি মোৰ বাবে যি সদায় সহোদৰতো ওপৰত, কৰকমলেষু !



**কৃতজ্ঞতা স্বীকাৰঃ**

নিৰুপমা বৰগোহাঞি ॥

বিপিন চন্দ্ৰ ঠাকুৰীয়া ॥

ড° ধৰ্মদেৱ তিৱাৰী ॥ ড° অজিত দাস ॥

ভুবন চন্দ্ৰ কলিতা ॥ মনজিৎ সিং ॥

জ্ঞান পূজাৰী ॥ বাতুল শৰ্মা ॥

ৰমেশ দাস ॥ আৰোনী দাস ॥

ভবানী, সতীশ ॥



# ॥ নঙলা ॥

মোৰ এই উপন্যাসৰ ঘটনাৰাজি এটি চিনাকি পৰিৱেশত উপস্থাপন কৰাৰ স্বাধীনতা মই ইয়াত গ্ৰহণ কৰিছোঁ।

দ্বিতীয়তে, কাহিনী-ভাগত এখন নৈ আৰু এটি অঞ্চলৰ কথাই প্ৰাধান্য লভিছে। উপন্যাসখনৰ নামকৰণতে আছে আঞ্চলিকতাৰ গোন্ধ :

"কলহী নদী ইকুল-সিকুল—
তোৰ বায়েৰে পিন্ধি আছে
মই দিয়া কানৰ ফুল।"

আলোচ্য অঞ্চলটিৰ এটি লোকগীতৰ এটি কলিৰ আধাৰতে এই উপন্যাসৰ নামকৰণ।

তৃতীয়তে, 'কলহী নদী ইকুল-সিকুল'ত পাঠকে অঞ্চলটিৰ স্বকীয়া ভাষা এটি পাব। ভাষাটিতে প্ৰেমালাপ কৰাৰ মাধুৰ্য্য আছে, খেলা-ধূলাৰ মূৰ্ছনা আছে, হাস্যৰ হাবিয়াস আছে, গালিপাৰাৰ শক্তি আছে, আলোচনাৰ প্ৰবাহ আছে, ফঁকৰা-যোজনাৰ ভঁড়াল আছে, ভক্তিৰ গৰিমা আছে, লোকগীতৰ লয় আৰু সঙ্গীতৰ সুষমা আছে। কিন্তু সকলো অসমীয়া পাঠকে ইয়াক নুবুজে। গতিকে পাদ-টীকাৰ প্ৰয়োজন আছে। পাদ-টীকাৰ লগত আমাৰ পাঠক মিৰি জীয়ৰী (১৮৯২)-ৰ দিনতে পৰিচিত হৈছে।

চতুৰ্থতে, ভকনৰাম কুকন, জ্ঞানদাভিৰাম বৰুৱা, কামাখ্যাৰাম বৰুৱা আদি অনেক লোক 'অতিথি-চৰিত্ৰ' হিচাপে উপস্থাপিত হৈছে বা তেওঁলোকৰ প্ৰসঙ্গ ইয়াত আছে। লগতে 'কলহী পাৰত বিষ্ণু যাত্ৰা' বিষয়ক শ্ৰুতি-কথা ও সন্নিবিষ্ট হৈছে। এই আটাই খিনি কথা ইতিহাস আৰু কিংবদন্তীৰ কাচুটিৰ পৰা বুটলি অনা। ইতিহাস আৰু কিংবদন্তীৰ বিশ্লেষণত মই কিমান সফল হৈছোঁ।

তাকো উপন্যাসৰ আধাৰত, তাৰ বিচাৰ বিশ্লেষণকাৰীয়ে বোধহয় কৰিব। পাঠকৰ জ্ঞাতাৰ্থে কেৱল ইমানকে কৈ থওঁ যে মোৰ এই বিশ্লেষণ এদিনৰ নহয়, ১৯৭৭-৭৮ চনৰ পৰা এনে বিচাৰ-বিশ্লেষণ মই কৰি আহিছোঁ। ডঃ হীৰেণ গোঁহাই চাৰে মোৰ এই লেখীয়া বিচাৰ-বিশ্লেষণ সম্বন্ধে ১৯৭৮ চনতে লিখিছিল, "জেকা মানুহৰ কিছুমান স্বভাৱগত লক্ষণ থাকে। তেওঁলোকে ভণ্ডামি সহিব নোৱাৰে, কিবা বেয়া কথা দেখিলে স্পষ্ট ভাষাত আৰু সাহসেৰে উদঙাই দিবাৰ সাহস ৰাখে তেওঁলোকে। এই পিনৰ পৰা 'সাপ্তাহিক নীলাচল'ও জিতেন্দ্ৰ দাসৰ ৰচনা মই ভাল পাইছোঁ।"—(সাপ্তাহিক নীলাচল', এক ফেব্ৰুৱাৰী, ১৯৭৮)।

সামৰনিত, 'কলহী নদী' ইকুল-সিকুল'ত ফুল আছে, ভুল আছে; নীতি আছে, অনীতি আছে, মাটি আছে, ধূলি আছে, বালি আছে, পানী আছে; মানুহ আছে, অমানুহ আছে, গীত আছে, গল্প আছে, কাহিনী আছে, কাব্য আছে, জীৱন আছে, জীৱনৰ লালসা আছে, সমাজ আছে, সমাজক সোন-মুৱগা কৰাৰ সঙ্কল্প আছে— আৰু এই আটাইখিনিয়েই ইতিহাস, আঞ্চলিকতা, ৰাজনীতি, সমাজনীতি আৰু কিংবদন্তীত আউজি আছে।

—জিতেন্দ্ৰ দাস

● কলহী নদী : ইকুল-সিকুল
তোৰ বায়েৰে পিন্ধি আছে
মই দিয়া কানৰ ফুল

—লোকগীত

● "গাওঁৰ গণ্ডিতো থাকি
উপজিয়ে হৈ আছোঁ বিশ্বনাগৰিক।"

—জ্যোতিপ্ৰসাদ আগৰৱালা

● "শুনো
নতুন পুৰুষৰ খোজৰ আৱাজ
কণ্ঠত নতুন গীত।"

—নাজিম হিকমত

এক

## কুকুৰমাৰাৰ মহিমাবাই

ছয়গাওঁ পাল্টান মৌজাত যি সকলে ধান দি মাছ খাই, সেই সকলে মহিমাবাইক চিনি পায। নোখোৱা সকলেও জানে—মৌজাখনৰ ভাল পোহাৰী মহিমাবাই। কেতিযাবা দক্ষিণ সৰু বংশৰ মৌজা, কেতিযাবা ভোলাগাওঁ মৌজা আৰু কেতিয়াবা একেবাৰে ছুয়ানী মৌজালৈ মায় মহিমাবাই। কলহী নৈত মাছ বেছি পাৰিলে মহিমাবাই ৰামছাৰানী মৌজাৰ চাৰি আলি বজাৰলৈ যায়। কাৰণ গাৱঁৰ মানুহে তেতিয়া মাছ মাৰিবলৈ লয। মহিমাবাইঁৰ কাম গাৱঁত নেহোৱা হয।

ৰামছাৰানী মৌজাতে বিখ্যাত দীপৰ বিল। স্থানীয় ভূগোলক খবৰ ৰাখোতাই জানেঃ কামৰূপ জিলাৰ ভিতৰত এইখনেই সকলোতকৈ ডাঙৰ বিল। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে কৈ গৈছেঃ আজি মত দীপৰ বিল সেযেই তাহানিৰ 'দাবাই'—ভগদত্তবংশী ৰজা ধৰ্মপালৰ ৰাজধানী। মহিমাবাইহঁতে কয়—ৰজা উপেন্দ্ৰ সিংহ আৰু মাধৱদ্বিজই লিখা "ৰাণীৰ ৰাজ—বংশাৱলী" পুথিতো আছে—দাবাইৰ হৰ্ত্তা-কৰ্ত্তাহঁতৰ অন্যায অবিচাৰ ইমানেই বাঢ়িছিল যে প্ৰকৃতিযে নসহিলে, পম্পিযাই নগৰখন ধ্বংস কৰাদি দাবাই নগৰখনো প্ৰকৃতিয়ে ধ্বংস কৰিলে—দীপৰ বিলৰ সৃষ্টি হ'ল, দাবাই নগৰী দীপৰ বিলৰ তলিত গুই পৰিল। আজিৰ বিজ্ঞানীযে পিছ কবঃ ভূমিকম্পৰ ফলত দাবাই নগৰী ধ্বংস হ'ল, দাবাই নগৰীক তল পেলাই দীপৰ বিলৰ সৃষ্টি হ'ল। এই বিলৰ মাছৰ ওপৰত গবেষণা কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাণী-বিজ্ঞান বিভাগৰ ছাত্ৰ এজনে ডক্টৰেট ডিগ্ৰী পাইছে। মহিমাবাইহঁতে এই খবৰ নাপায়। অতীতৰ দাবাইৰ কথা জানে, কিন্তু বৰ্ত্তমানৰ গবেষণাৰ কথা কব নোৱাৰে। বিশ্ববিদ্যালয়ৰ কেনোবা এটা আলমাৰীৰ থাকত সেই গবেষণা গ্ৰন্থখন পৰি আছে। গৱেষণাকাৰীক দিয়া কেইবাহাজাৰ টকীয়া চৰকাৰী অনুদানৰ ফল-শ্ৰুতি সমাজৰ কামত নাহিল, দীপৰ বিলৰ উন্নয়নৰ কোনো আঁচনি

লোৱা নহ'ল, এজন ছাত্ৰক এটা ডিগ্ৰী দিবৰ বাবেই কেইবা হাজাৰ টকা খৰছ কৰা হ'ল। গুৱাহাটী নগৰীক এই এখন বিলৰ উন্নয়নেই যে মৎস্য-সঞ্চয়ৰ পৰা উদ্ধাৰ কৰিব পাৰে, সেই কথা কাৰো মূৰত নোসোমায়। ফলত দীপৰৰ তলিত ওই থকা দাবাইযে হুমুনিয়াহ কাঢে।

হুমুনিয়াহ বোৰ ধোৱা হয়।
সেই ধোৱাঁ ওলাই আহে দীপৰৰ বুকু বিদীর্ণ কৰি।
বৰ্ত্তমানৰ ইটাৰ ভাটাবোৰৰ ডিঙি ফালি-ফালি।
শোষক-শোষিতৰ মাজৰ দেৱালখন ওখ কৰি।
দীপৰ যেন যুগে যুগে বিলাসীৰ বিচৰণ-ভূমি।
সাধাৰণ প্ৰজাৰ কথা নুশুনে দীপৰে।
দীপৰে দুখ নুবুজে দুখীযাৰ।

দুখ বুজা নাছিল ভগদত্তবংশী ৰজা ধৰ্মপাল আৰু তেওঁৰ অনুচৰবৰ্গই। বুজিব পৰা নাছিল তৰুণ ৰাম ফুকনে। অথচ প্ৰায় পঁচিশ বছৰ ধৰি ফুকন ঘূৰি ফুৰিছিল এই বিলৰ পাৰে পাৰে। দীপৰ পৰীযাৰ দুখ-মোচনৰ বাবে নহয়, নিজৰ চিকাৰৰ নিচা মিটাবলৈহে। দীপৰ পৰীযা চকৰদ গাৱঁৰ "মিকিৰৰ বেৰ নোহোৱা ভঙা ঘৰত সোমাই চিকাৰৰ সপোন" দেখিছিল তৰুণৰাম ফুকনে। "কাৰণ চহৰৰ কোলাহলত ত্যক্ত-বিৰক্ত হ'লে, ঘৰৰ জঞ্জালে সুখ-শান্তি নাইকিয়া কৰিলে মনত পৰে দীপৰলৈ, মনত পৰে চকৰদৰ পৰ্বতলৈ, মনত পৰে শ্ৰীমান টাবাক মিকিৰৰ ভঙা পঁজালৈ আৰু মনলৈ আহে কুৰুৱাৰ ডাকে কলা ঘুমটিত জগাই দিযা চিকাৰৰ বাতৰি, হাতীৰ চিঞৰ আৰু বাঘৰ হাওৰনি। সকলোকে পাছ পেলাই আৰু মনত পৰে দুখীয়া হোজা মিকিৰৰ অকৃত্ৰিম প্ৰীতিলৈ।" এই কথা লিখিছিল তৰুণ ৰাম ফুকনে, তেওঁৰ 'চিকাৰ কাহিনী' পুথিত। পিছে অকৃত্ৰিম প্ৰীতিৰ অধিকাৰী টাৰাক মিকিৰহঁতৰ বাবে বিশেষ কিবা কৰাৰ নজীৰ ফুকনৰ জীৱনত নাই।

দীপৰ পৰীয়াৰ হাতৰ পৰা গুচি যোৱা ইটাৰ ভাটাৰ খোৱাই আজি সেই কথা কয়।

পালতৰা নাও এখন যেন হৈ দীপৰৰ দুকুল নমনা কলীয়াপানীত পৰি থকা জাকজাৰ চৰাইৰ শূন্যতাই সেই কথা সোঁৱৰায়।

দীপৰৰ বুকুত একেলগে পৰি থকা দুকুৰি বনৰীয়া হাতীৰ সোৱঁৰনীয়ে সেই কথাৰ ৰিংৰিঙনি তুলি দি যায়।

ৰজা আৰিমত্তই ৰাণী ৰাজ্যৰ ৰজালৈ জীয়েকক বিয়া দিওঁতে যৌতুকৰ লগতে দিয়া দীপৰ পাৰৰ গৰল গাওঁখনে সেই কথা পাহৰা নাই।

দীপৰ বিল গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা বেছি দূৰ নহয়। গুৱাহাটী কাছৰীঘাটত চিটি বাছও উঠক, পাবগৈ কৃষ্ণচূড়াৰ দেশ জালুকবাৰী। জালুকবাৰীত সৰো সৰো কৃষ্ণচূডা'ত চকু থৈ, সঙ্গীহীন পাখীৰ আৱাৰ শুনি, হাঁহিৰ টুকুৰাবোৰ' লেখি লেখি আৰু 'চিনাকি-অচিনাকি বিষাক্ত মধুৰ কুহকেৰে ভৰা' মুখবোৰ চাই চাই চিটি বাছতে উঠে যাওক, পাবগৈ সাত মাইল। কিলোমিটাৰে জাহ নিযাব নোৱাৰা এটি নাম—সাত মাইল। সাত মাইলত এখন বজাৰ বহে। মহিমাবাই কেতিযাবা এই বজাৰলৈও আহে। সাত মাইলতে গুৱাহাটী বিশ্ববিদ্যালযৰ পছিমৰ চৌহদৰ শেষ দুৱাৰ। সাত মাইলৰ পৰাই লুইতৰ ইপাৰে সিপাৰে পৰি আছে বিখ্যাত মোমাই কটা গড। মহিমাবায়ে এই মোমাই কট। গড়লৈ চালেই এটা ইমুনিযাহ কাঢে। পঢা শালিৰ মুখ দেখা নাই মহিমাবাযে। কিন্তু জানে কামত ফাঁকি দিয়া বাবে ইযাতেই কাটিছিল মোমায়েকৰ মূৰ মহাবীৰ লাচিতে, ইয়াতেই বিদেশী মোগলক কাটিছিল লাচিত বৰফুকনে, ইযাতেই অসমীয়াই বিদেশীক জনাইছিল ঃ অসমীয়া এটা জাতিয়েই নহয়, মহানবীৰ জাতি। বহুবছৰ আগতে গোটেইখন গাৱেঁই মেতিয়া 'গাড়ী ৰিজাপ' কৰি 'গুহাটী চাবা' আহিছিল, তেতিয়াই মথুৰা পণ্ডিতে মহিমাৰাইহঁতৰ এইবোৰ কথা কৈছিল। তেতিয়াৰ পৰাই এই আলি যেন হৈ পৰি থকা মোমাই কটা গড়টোক্

মহিমাবায়ে এখন তীর্থ বুলি ভাবে। এই তীর্থকে ধ্বংস কৰি তাৰ ওপৰত আজিকালি যিবোৰ ঘৰ-দুৱাৰ থিয় হ'ব ধৰিছে, তাকে দেখি মহিমাবায়ে গোটেই অসমীয়া জাতিটোকে অভিশাপ দিয়েছে। "জাহান্নামে যাব এই জাতিটো।" মহিমাবায়ে লগৰ দুই-একক কয়ঃ "বেটাহাঁতে[১] ডাঙাৰ[২] কলেজত পঢ়ছি[৩]। কিবা বুলে[৪] বিলাত আমেৰিকাৰ কথা পঢ়ে। সমুখতে থাকা এই লাচিতৰা তীর্থকে চিনি নাপায়। দচৰাৰ[৫] কথা পাঢ়ি কি পাব এমাখাই"[৬] মহিমাবা বিশ্ব-বিদ্যালয় বুলিব নোৱাৰে, কিন্তু শুনিছে যে 'কলেজ পা' কৰাৰ পিছত ল'ৰা-ছোৱালীবোৰে ইযাতে পঢ়ে, গতিকে তেওঁ নাম দিছে 'ডাঙৰ কলেজ'। দক্ষিণ কামৰূপী উপভাষাত[৭] কথা কয় মহিমাবাযে। গতিকে শব্দবোৰ দক্ষিণ কামৰূপী ৰূপত প্ৰকাশ পায় মহিমাবাইৰ মুখত।

থাওক বাৰু সেইবোৰ। এতিয়া জালুকবাৰী এৰক। সাত মাইলো পাৰ হওক। চিটি বাছৰ আৰু দুটা ষ্টপেজ আগুৱাই নাওক। পাবগৈ খানা মুখ। মহিমাবায়ে এই খনামুখক লৈ এটি বৰ মূল্যবান সম্ভেদ দিবঃ জাহাঙ্গীৰৰ সেনাপতি মির্জা নাথন আহিছিল দক্ষিণ কামৰূপৰ পাহাৰী ৰাজ্যবোৰ জয় কৰিবলৈ। হাজোত আহি কোঠ পাতিছিল। পাণ্ডুতো পিছে নাওবোৰ দক্ষিণ কামৰূপত সোমোৱাৰ কোনো উপায় নাই। কলহী, শিংৰা আদি নদীৰে সোমালে শত্ৰু-কবলিত হোৱাৰ শঙ্কা। গতিকে ঠিক এই

---

১। যেটাহ'তে। ২। ডাঙৰ। ৩। পঢ়িছি, পঢ়িছে।

৪। বোলে। ৫। বেলেগৰ, আনৰ, পৰৰ।

৬। এই মাথাই, এইবোৰে, এওঁলোকে।

৭। কামৰূপী উপভাষা মূলত। দুভাগত বিভক্ত—উত্তৰ কামৰূপী আৰু দক্ষিণ কামৰূপী। ও উপেন গোস্বামীৰ গৱেষণা গ্ৰন্থখন মূলতঃ উত্তৰ কামৰূপী উপভাষাৰ ওপৰত আধাৰিত, দক্ষিণ কামৰূপী উপভাষাৰ ওপৰত হোৱা নাই।

ঠাইতে জান এটি খন্দা হ'ল—লুইতেৰে দীপৰ বিলক সংযোগ কৰা হ'ল। দীপৰ বিলৰ মুখ খন্দা হ'ল, গতিকে ঠাইৰ নাম খন্দামুখ পিছলৈ 'খনামুখ' আৰু এতিয়া খানামুখ।

খানামুখৰ পৰা চিটিবাছৰ আৰু এটি 'ষ্টপেজ' আগুৱাই যাওক—পাব চাৰিটা আলি লগ লগা ঠাই এখন, সেযেই ধাৰাপুৰ চাৰি আলি। ধাৰাপুৰ গাওঁতে জন্ম হৈছিল শ্যামলাল চৌধুৰীৰ ১৮৫৯ চনত। মৃত্যু হৈছিল ১৯০৮ চনত, পলাশ বাৰীৰ ঘৰত। বিদ্ৰোহী কবি প্ৰসন্নলাল চৌধুৰীৰ দেউতাব তেওঁ। মৌজাদাৰাৰ পৰা উধাই তহশীলদাৰ হৈছিল। কলহী পৰীযা ছযানী, বাঢ়ন্তী আদি মৌজাত চাৰ্জ চুপাৰিনটেণ্ডেণ্ট নিযুক্ত হৈছিল। তেওঁ দক্ষিণ কামৰূপৰ অনেক ঠাইৰপৰা ভালেমান সাঁচিঅতীযা পুথি সংগ্ৰহ কৰিছিল। ইং ১৯০০ চনত চাৰিখন বধকাব্য একেখন গ্ৰন্থতে সামৰি প্ৰকাশ কৰিছিল 'খটাসুৰৰ যুদ্ধ', 'কুৰ্মৱলীৰ যুদ্ধ', 'অশ্বকৰ্ণৰ যুদ্ধ' আৰু 'যঙখাসুৰৰ যুদ্ধ'। পণ্ডিত হেমচন্দ্ৰ গোস্বামীযে শ্যামলালৰ পলাশবাৰীৰ ঘৰৰ পৰাই কেইবাখনো সাঁচি পতীযা পুথি নিছিল। বিশেষকৈ মহাভাৰতৰ আটাইকেইটা পৰ্ব। মহিমাবাযে কৈছিল, "মথুৰা পণ্ডিতে কৰা কথা, শ্যামলালে বুলে জালুকবাৰী পাহাৰত চাহ বাগিছা আৰু ফলৰ বাগিছা পাত্‌বা খুজছিল। কিন্তু পাছত তাহানা[৮] হাতীৰ বেপাৰতহে লাগছিল। মস্ত ডাঙাৰ অভিনেতা আছিল শ্যামলাল। চিকাৰ এনাকে কৰছিল যে তাহানাৰ ভযত বনৰ বাঘো পলাছিল। তাহানাৰ বাপিযাকো[৯] আছিল হাকিম। গোটাই-খান্ দক্ষিণ পাৰৰ খাজানা আদাযৰ ভাৰ বাপিযাকৰ ওপৰত। কিন্তু ৰাণীৰ মাহনুমাখানে আক্‌বাৰ খাজানা নেদু বুলি বিদ্‌ৰোহ কৰছিল। শ্যামলাল বাপিযাকব লগত খাজানা আদায় কৰ্‌ৱা গেছিল। বাপিয়াৰ হাথীত। হাথীৰ দুই কাষে ঘষাত উঠা সৈন্য। শ্যামলাল সেনাপতি। ৰাণীৰ পৰজাই দলটোক আক্‌ৰমণ কৰছিল।

---

৮। তেখেত। ৯। বাপেক, পিতাক।

শ্যামলালে বাপিয়াকৰ জীৱন ৰইথা কৰিছিল। বাকীমাথা সৈন্য কাটা গৈছিল। মুঠতে শ্যামলালৰ ভয়ত দখিন পাৰখান আক হাত তলক গৈছিল। ৰামৰ হাতত বালী মৰবাৰ দিনা পিথিবীখান দুই হাত উপৰ উঠাৰ দৰে শ্যামলাল মৰবাৰ দিনা দখিণ পাৰখান আক্ হাত উপৰ উঠ্‌ছিল। মহিমাবাযে কৈ গৈছিল, "মথুৰা পণ্ডিতে আৰু এটা কথা কয। শ্যামলালৰ বাপিয়াৰ হাথীৰ পেৰে বাগেৰি পৰিছিল। কাছেৰী[১০] মাহুনু এটাই তাহানাক এই কাটে এই কাটে অৱস্থা, ঘটনা দেখি লগত কেইবাটা ও সৈন্যলৈ ঘৰা চেকুৰে খেদি আইহ্‌ছিল শ্যামলাল। মাহুনুটোক কুনুমতেহে খেদি পঠাবা পাৰ্‌ছিল। পাছে মাহনুটোৰ বল শক্তিৰ কথা চৰকাৰ ঘৰৰ কানত পৰ্‌ছিল ঘৰৈ মাহুনুটোৰ জামাদাৰ পাত্‌ছিল। সেই মাহনুটোৰে বিষ্ণুৰাভাৰ আতিযাক[১১]। নাম শনিৰাম কাছেৰী। ৰাণীৰ পেৰে যাই ওদালগুৰিত থাক্‌বা লৈছিল।"

খবৰ ৰাখোতাই জানে ঃ সৰহপাও ৰাণীৰে মানুহ। তেৱেঁই প্ৰথম অসমীয়া কবি। কবিযে এই ৰাণীৰ পৰা আহি ৰজা ধৰ্মপালৰ ৰাজধানী দাবাইত থাকিবলৈ লৈছিল। মহাপণ্ডিত ৰাহুল সাংকৃত্যায়নে কয়ঃ ইং ৭৭০ৰ পৰা ৮১৫ চনলৈকে জীযাই থকা ৰজা ধৰ্মপালৰ সমসাময়িক আছিল কবি সৰহপা। সৰহপাৰ জীৱনকাল দুকুৰি ছবছৰীযা—ই ৭৬০ ৰ পৰা ৮০৬ লৈকে। শুনা কথা, "প্ৰথম অসমীযা কবি সৰহপাৰ ৰচনাৱলী"ৰ কামত কলহীপৰীয়া ডেকা জিতেন্দ্ৰ দাস বৰ্তমান বৰ ব্যস্ত।

ৰাণীৰ ওচৰতে বৰঝাৰ। বৰঝাৰ বজাৰলৈ ও আহে মহিমাবাই। কেতিয়াবা অৱশ্যে সাতমাইলৰ বজাৰলৈও যায় আৰু কেতিযাবা একেবাৰে গুৱাহাটীৰ ফাঁচী বজাৰ বা উজান বজাৰ। উজান বজাৰত মহিমাবইৰ অঙহি-বঙহি আছে। তাৰে বহুতকে মহিমাবাযে কোলাত লৈ ডাঙৰ কৰিছে। কাৰণ তেওঁলোকৰ জন্ম বোলে মহিমাবাইহঁতৰ

---

১০। কাছাৰী, বড়ো। ১১। আতাক, ককা দেউতাক।

গাৰ'তে। কিন্তু তেওঁলোকে আজি-কালি মহিমাবাইক চিনি নাপায় নে চিনিব নোখোজে। বৰ্ত্তমান বৰ বৰ মানুহ হ'ল তেওঁলোক। মহিমাবায়েও পিছে তেওঁলোকক 'কিযাৰ' নকৰে। তেওঁলোকৰ ঘৰলৈও নাযায়। বৰঞ্চ ইতিকিংহে কৰে ঃ

"ডাঙাৰ কাহীত ভাত খায়
ডাঙাৰ ডাঙাৰকে কাহে
ডাঙাৰ ডাঙাৰ কথা কয
ডাঙাৰ ডাঙাৰকে হাহে।"

কুকুৰমাৰালৈ ৰাতি চাৰে নটাতো গুৱাহটীৰ মাছ খোৱাৰ পৰা বাছ আছে। মহিমাবাই তাতে উঠি ঘৰলৈ আহে।

"ডেৰ ঘন্টাৰহে বাট্ সেইলিখিনিৰ বাবে লোকক 'কিযাৰ' কৰবা কিযা লাগে?" মহিমাবাযে প্ৰশ্ন কৰে।

"কি নাইনু ঘৰত খন্তিদি মাছ বাছু, তেও নুখুজু পৰক" মহিমা-বায়ে বুজাই দিযে।

মহিমাবাই স্বাধীন, স্বাধীন হৈ থাকিব খোজে।

মহিমাবাই স্বাৱলম্বী, ভিক্ষাতকৈ নীচ কাম নাই বুলি জানে।

জীৱনলৈ দুখ আহেই, মহিমাবাযে তাকে ভাবি নাথাকে।

মহিমাবাইৰ মুখত সদায হাঁহি, হাঁহিকেই জীৱন বুলি ভাবে।

কাৰো তলত থাকিব নালাগে, মহিমাবাযে সদায ভাবে।

মহিমাবাযে কাকো 'কিযাৰ' নকৰে।

মহিমাবায়ে এদিন মোক কৈছিল ঃ "আমাৰ এই অঞ্চলৰ মাহনু-মাখানে দচৰাক 'কিয়াৰ' কৰ্‌বা টান পায। এই জানা না[12] নাজানা বা। মথুৰা পন্ডিতে হলি[13] জানে। আমাক কৈ থাকে। আমাৰ এই দখিন কামৰূপখানত এটা সময়ত বুলে ওঠৰখান ৰাজ্য আছিল— মথুৰা পণ্ডিতে তাকে লৈ 'পইদ' এটাই ৰচিছিল ঃ

ডিমৰুৱা—বেলতলা। হেঙেৰাবাৰী—খৈৰামী॥

---

১২ নে। ১৩ এলে

ৰানী—মৈৰাপৰ্ৰ। হেৰামদ'—ভোলাগাওঁ ॥
বৰদৰ্ৱাষ—পাল্টান। চম্পক—ছয়গাওঁ ॥
বগে—বামৰ্ণীগাওঁ। বকো—বনগাওঁ ॥
ঔগৰ্ৰী—লৰ্কী। সকলোকে চোৱাহি ॥

এই ৰাজ্যৰ ৰাজামাখান প্ৰায়েই স্বাধীন হৈ আছিল। ইযাৰ মাহৰ্নৰ্ই আঠৰ্ বাটি জীযাই থাকাতকৈ মৰাই ভাল বৰ্লি ভাৱছিল। আহোম ৰাজাই ও ইয়াত নিজা শাসন চলাবা পাৰা নাছিল। কেৱল বৰ্লে কৰ লোছিল।[১৪] তাকে দৰ্ই এজন ৰাজাইহে। কেতিযাবা কেতিয়াবা ৰাজামাখানে কৰ বৰ্লে নেদিছিলও। আচলতে আনক 'কিযাৰ' কৰিব, থাকা চণ্ডাৱ আমাৰ চৈধ্য পৰ্ৰৰ্ষতে নাই।"

বৰ্ৰঞ্জীৰ এখিলা পাত যেন মোৰ চকুৰ আগত ভাঁহি উঠিছিল ঃ

১৬৬৩ চনৰ জানৰ্ৱাৰী মাহ।

অসম বিজযৰ অন্তত মীৰজৰ্মলা দেশলৈ উভটিছে।

ডিমৰৰ্ৱা বাজ্যত দিনচেৰেক জিৰাইছে।

ডিমৰৰ্ৱা ৰজাই মাক আৰৰ্ ভতিজাকক মীৰজৰ্মলাৰ ওচৰলৈ পঠাইছে।

মীৰজৰ্মলাৰ নাৱত উঠি ডিমৰৰ্ৱাৰ ৰাজমাও আৰৰ্ ভতিজাক কাজলীৰ পৰা পাণ্ডু আহি পাইছে।

গৰ্ৱাহাটীৰ ফৌজাদাৰ মহম্মদ বেগক মীৰজৰ্মলাই ডিমৰৰ্ৱাৰ প্ৰতি কৃপা দৰ্ষ্টি দিবলৈ কৈছে।

দেশৰ দৰ্দশা দেখি ৰাজমাওৱে চকুলো টুকিছে।

পাঁচশ গৰাকী নাৰীৰে ভৰা মীৰজৰ্মলাৰ হেৰেম।

সেই হেৰেমৰে এচৰ্কত কান্দি আছিল স্বৰ্গদেউ জয়ধ্বজ সিংহৰ অতি কুমলীযা অতি চেনেহৰ জী ৰমণী গাভৰৰ্ৱে। কাষতে কান্দি আছিল তিপামৰ ৰাজকন্যাই। মোগল বাদশ্যাহৰ অন্দৰমহলৰ উপহাৰ হৈ—

---

১৪ লৈছিল।

ৰাজমাওৰ ডিঙিত ধৰি কান্দিছিল দুজনী ৰাজকন্যাই।

কিন্তু ৰাজমাৱোমে ছুৰা গৈছিল মোগলৰ হাতত—

"হায় হায়! দলোগুৰিৰ পোহাৰীৰ সমান সাহসো নাই আহোম স্বৰ্গদেউৰ।" ৰমনী গাভৰুৱে ৰাজমাওক কৈ কান্দিছিল, "দুলো গুৰিৰ এজনী পোহাৰীযে ককৰ্থনা কৰিছিল স্বৰ্গদেউ জয়ধ্বজ সিংহক, মীৰজুমলাৰ ভযত ভগনীয়া ৰজা হৈ ৰাজধানী এৰি পলাই যাওঁতে 'স্বৰ্গদেউ, তুমি ৰংৰহইচতে মজি থাকিলা ৰাজত্বৰ এই পোন্ধৰ বছৰে দিব লগা ঠাইত পোন্ধৰ চপৰা মাটি দিয়া হলেও তোমাৰ আজি এনে অৱস্থা নহয। এতিয়া আমাক এৰি কলৈ যোৱা?"

হয হয—কলহী পাৰৰ প্ৰায অংশ স্বাধীন হৈ আছিল। ইংৰাজ আক্ৰমনৰ আগতে। মথুৰা পাণ্ডিতে মহিমা বাইক কৈছে।

নাই, নাই—সমস্ত দক্ষিণ কামৰূপ অজেয হৈ থকা নাই।

ডিবৰুৱা, বেলতলা আৰু ৰাণী মোগলৰ অধীন হৈছিল, মীৰ-জুমলাৰ সেই আক্ৰমণত।

তিপামৰ ঘিলাঝাৰী ঘাটত হোৱা সন্ধিযে সেই সাক্ষ্য দিয়ে। কিন্তু দলোগুৰিৰ পোহাৰীযে গালি দিছিল আহোম স্বৰ্গদেউক। দলোগুৰিৰ পোহাৰীযে বোলে কেৰেপ কৰা নাছিল মীৰজুমলাকো। দলোগুৰিৰ সেইজনী পোহাৰীযে আহি যেন জন্ম লৈছে কলহী পাৰত মহিমাবাইৰ ৰূপত মহিমা বায়ে কাকো কিয়াৰ নকৰে···

কাকো 'কিযাৰ' নকৰা মহিমাবাইৰ কথা আজি মোৰ মনলৈ ইমানকৈ যে আহিছে, তাৰ কাৰণ আছে। মহিমা বাইৰ কাৰণেই মই শান্তিৰে শুব পৰা নাই বহুৰাতি। সুখেৰে খাব পৰা নাই কেইবা মাহো। স্বাৰ্থ আৰু বিবেকৰ দংশনত মগজু মোৰ ক্ষত-বিক্ষত।

মোৰ নাম বলীন ঠাকুৰীয়া।

মহিমাবাইহঁতৰ গাৱঁৰ প্ৰায় পাঁচ কিলোমিটাৰ পশ্চিমৰ আন এখন গাৱঁৰ ল'ৰা মই। মোৰ ল'ৰালিৰ কিছুমান দিন পাৰ হৈছে মহিমাবাইৰ কোলাতে। মহিমাবায়ে তাকে লৈ বহুতোৰে আগত গৌৰৱ

কৰা বুলিও শুনিছোঁ—"বলীন আজি হাকিম হল কি হল ? সি মোৰ কলাত[১৫] ডাঙৰ হৱা ছলি। ইখানো[১৬]মই তাৰ কানত ধৰ্‌বা পাৰু।" মহিমাবাইৰ গৌৰৱখিনি স্বীকাৰ কৰি লবলৈ মোৰ আত্মা সাজু, কিন্তু মোৰ শিক্ষাৰ অহমিকা, মোৰ পদমৰ্য্যাদা তাতেই যেন ক্ষুণ্ণ হয়। অথচ মহিমাবাইৰ আগত মই তাৰ প্ৰতিবাদ কৰিব নোৱাৰোঁ। কিবা এক অদৃশ্য শক্তিয়ে মোৰ ডিঙিত টেপা মাৰি ধৰে। আনকি মহিমা-বায়ে যেতিয়া ডাঙৰ ডাঙৰকৈ কথা কয়, মই তেতিয়া তেওঁৰ চকুলৈ ও চাব নোৱাৰা হওঁ। মই মোৰ ঘৰতে, মোৰ বাস ভৱনতে অতিথি অতিথি যেন হওঁ। মহিমাবাইহে যেন মোৰ ঘৰৰ আচল অধিকাৰিনী। অঞ্চলটোৰ প্ৰশাসনীয় বিষয়া মই, কিন্তু মহিমাবাই তাৰো ওপৰত—মোৰ অহমিকা আৰু পদমৰ্য্যাদাই স্বীকাৰ নকৰিলেও আত্মাই স্বীকাৰ কৰি লয়। সেই বুলি মহিমাবাই কোনো দিনে সীমা চেৰাই নাযায—"এ আপী, মাছ এটা দিলু, মি দিযা দি।" দক্ষিণ কামৰূপত "চুবাৱাৰীক" মৰমেৰে মতা মাত 'আপী' মহিমাবাযে মোৰ পত্নীৰ ক্ষেত্ৰত 'আপী'কে ব্যৱহাৰ কৰে। মই জানো, পত্নীযে বেযা পায, ভিতৰি ভিতৰি ক্ষুণ্ণও হয, কিন্তু একো নকয, কাৰণ তেৰোঁ এই অঞ্চলৰে জীযৰী, মহিমাবাইৰ লাওপাত কচুপাত যেন মুখখনৰ কথা তেওঁ জানে, ৰথা ল'ৰাৰ আগতে অশ্ৰাব্য কিবা শুনাৰ ভযত তেওঁ চুপ হৈ থাকে। পিছত মোক কয, "মহিমাবাইৰ মাছ আমি নামাওঁ, আমাৰ ঘৰলৈ তাইক আহিব দিব নালাগে।" কিন্তু প্ৰস্তাৱ কেতিযাও বাস্তৱ নহয়। মহিমাবাইৰ আগত মই যে তেনেই দুৰ্বল, তেনেই এটা কেচুঁৱা ল'ৰা। মহিমাবাই যেন এখন সুউচ্চ পাহাৰৰ মহান চূড়াত আৰু মই নৰকত।

সেই মহিমাবাইৰ কাৰণেই আজি কেইবা মাহো মই ঠিককৈ খাব পৰা নাই, ঠিককৈ শুব পৰা নাই।

মই তেতিয়া সৰু, মহিমাবাই গাভৰু।

---

১৫। কোলাত। ১৬। এতিয়াও।

মই যাওঁ স্কুললৈ, মহিমাবাই আহে মাছ সলাবলৈ।

প্ৰায় ৰাস্তাতে ভেটা-ভেটি হয় আমাৰ। মোৰ লগত প্ৰায়েই থাকে মতিবৰ। মহিমাবায়ে আমাক মৰম কৰে। লগত কিবা-কিবি থাকিলে খাবলৈ দিয়ে। মহিমাবায়ে দিয়া কমলাটেঙাৰ সোৱাদ আজিও মই পাহৰা নাই। কিয় জানো কমলাটেঙাৰ প্ৰতি আজিও মোৰ এক দুৰ্বলতা আছে। ওচৰৰে হাতীগড, শান্তিপুৰ আদি বাগানৰ পৰা গাৰো মানুহ কিছুমানে আলু-কচুৰ লগতে কমলাটেঙা ধান-চাউলেৰে সলাবলৈ আনিছিল। আটাইবোৰ কমলাকে ৰাখিবৰ বাবে মা আৰু আবুৰ[17] লগত ষ্ঠেহপতা কথা আজিও মোৰ মনত আছে। বাৰীত কমলা গছ তুলিবলৈ যত্ন কৰিছিলোঁ, তাৰ চিন আজিও আমাৰ ঘৰৰ বাৰীত আছে। মই আজি ভাবোঁ, মহিমাবায়ে মোৰ এই কথাবোৰ বৰ সমতনে লক্ষ্য কৰিছিল। সেয়েহে বোধহয় মোৰ বাবে তেওঁ প্ৰায়েই কমলা টেঙা আনিছিল। আৰু তেনেকৈ ভাবিলেই তেওঁৰ প্ৰতি মোৰ মুৰ মৰম-শ্ৰদ্ধাত দোঁ খাই যায়। মহিমাবাইৰ ওচৰত নিজেকে মোৰ তেনেই এটা সৰু ল'ৰা যেন লাগে।

মহিমাবাই যোৱা সপ্তাহতো মোৰ বাসভৱনলৈ আহিছিল— "বলীন বাপা, মিযাৰে[18] তোক মাত্‌ছি[19]। আজি গধুলাই যাবা কোছি[20]। ৰাতি গীতা পাঠ কৰ্‌বো বুলে। লগতে আপীকো নিবা কোছি।" কাছাৰী বা মোৰ বাসভৱনৰ পৰা প্ৰায দুই কিলোমিটাৰ দূৰত মোৰ জন্মভূমি গাঁওখন। তাতেই আছে আইতা, মা-পিতা, ভাই-ভনী। মহিমাবায়ে খবৰ আনিছে যেতিযা খবৰ পাম বুলি মাইতো নিশ্চিত। তাৰ পিছত মোক অবাক কৰি দি মহিমাবায়ে এটা কাম কৰিলে। তেওঁ পাছিৰ পৰা মোনা এখন উলিয়াই আনিলে আৰু তাৰ পৰা কমলা টেঙা এটা উলিয়াই মোৰ হাতত গুঁজি

১৭। আইতাক ১৮। মাৰাই ১৯। মাতিছে, মাতি পঠাইছে।
২০। কৈছে।

দি কলে, "খা এটো[২১]। চৰুৱা[২২] বাঙালহাতৰ গাখীৰ ঘিউতো খায়ে থাকা। পিছে তোৰ সন্তৰা টেঙাৰ লোভটো মই কিভা নাজানুনা। মোৰে চেলে[২৩] দিবাৰ মন যায। পাছে মোৰ পাছিৰ গন্ধত সাতখান বিলৰ মাছ মৰে আৰু তই হলি চিকনটেমা[২৪]। তোৰ ঘিন লাগ্‌বো। সেয়ে নেদিলু দে।" আমাক কবলৈ নিদি মহিমাবাযেই কৈ গৈছিল —"সেই বুলি মই তোক 'কিযাৰ' কৰা বুলি নাভাব্‌বি। তই জহল্লাল[২৫] হলিও মই কিযাৰ নকৰু।' শ্ৰীমতীৰ মুখলৈ চালোঁ। কিবা এক বুজিব নোৱাৰা ভঙ্গীত তেওঁ মহিমাবাইৰ স্কালে চাই আছে। মই সন্তৰা টেঙাটো নোখোৱা দেখি মহিমাবাই ভেকাহি মাৰি উঠিল, "খা খা, লাজ কৰ্‌বা নাল্‌গে। তোৰ জিভাখানৰ কথা জানু বুলিহে আন্‌ছু। - ৰাজা হলিও শিযাল শিযালেই।" মহিমাবাযে কৈ গৈছিল—"খা খা। মই ভেটি দিবা আহা নাইদে। ৰাইজাৰ লগতে মোৰ আপা[২৬] দুটাকো জেলত থ'ছা, সেই বুলি তাহাত দুটাক এৰি দিবা লাগে বুলি মই তোক খাট্‌বা আহা নাই। আনমাখা[২৭] মাহ্‌নুই মিথান[২৮] মুক্তি পাবো, সেহাতেও[২৯] পাবো। সেই কথা মই ভাবাও নাই। তোক লেগি মোৰ মৰাম লাগে, সেই দেখিহে আনছু। খা, খা, নাখালি হলি মই বৰ দুখ পাম। বল আপী বল, আক্‌ কাপ চাহ দিবি, ভিতাৰলৈ বল, সি তোৰ আগত খাবা লাজ কচ্ছি[৩০]।" মহিমাবাযে তেওঁৰ আপীক হাতত ধৰি ভিতৰলৈ লৈ গ'ল। মই অবাক-বিস্মষ হৈ মহিমাবাই যোৱাৰ ফালে চাই ৰ'লোঁ। কিছু সময পিছত মহিমাবাই আকৌ মোৰ ওচৰলৈকে অহিল—"বুজ্‌ছা বলীন, তোৰ একে[৩১] আহি মই এটা কথাতে বৰ ভাল পাওঁ। তোৰ পাগঘৰ্-ভিতাৰঘৰ সকলোতে মই সম্‌বা পাৰু। কিন্তু তহঁতৰ গাৱঁৰ আন কোঁচ-কলিতা মাহ্‌নুমাখাৰ ঘষত হলি সুম্‌বা নোৰু। তহতে কিবা

২১। এইটো। ২২। চৰৰ, চৰকাসী। ২৩। বাকলি গুচাই। ২৪। পৰিষ্কাৰ-পৰিচ্ছন্ন। ২৫। জৱহৰলাল (প্ৰধানমন্ত্ৰী)। ২৬। ল'ৰা, পুত্ৰ। ২৭। আনবিলাক। ২৮। যৌতিয়া। ২৯। সিহঁতেও। ৩০। কৰিছে। ৩১। ইয়ালৈ।

খবা দিলিও কাহীত দিযা, কিন্তু তহঁতৰ গাৰঁত ইখানো আমাক কলৰ পাত বা দোনাত দিয়ে, তহঁতৰ গাৰঁৰ নাদৰ পানীও আমি তুলি খাবা নোৰু, কিবা বুলে ছুৰা যায। সিদিনা সৰমালাই কি কল্লা[৩২] জানা। তোৰ পেৰে[৩৩] তিনি কুৰি টাকা ধাৰে নি ধান সাক্[৩৪] মুন কিন্‌ছিল। ধানখিনি উহাই[৩৫] তোলও মেলি দিছিল। দিপাৰ বেলা[৩৬] মই জহনীত মাইতী তাইৰ ডাকেই যাবা লাগেনা। জেলৰ ধানখিনি মই নেদেখাও নহয়, কিন্তু আলাৰা[৩৭] ধান বুলি মই ছুই দিলু। সৰমালা 'হেই হেই' কৰি উঠ্‌লা। মই কিবা বুজি নাপাওনা, সব বুজি পাওঁ। নমো নমো পাৰিজাত, কুকুৰে ছুলা ৰাহী গাত। বামুন-গহাইক দেখি দেখি তহঁত শুদিৰমাখানো কমখন হৰা নাই—আদাক দেখি উঠিল গা, কেতুৰীযে বোলে মোকো খা। সৰমালাক আচল কথাটো কৈ ধানখিনি মযে নিলু। তাইক টাকা তিনি কুৰি আজিহে দিলু।" মহিমাবাইৰ মুখখন অলপমেন কৰুণ হ'ল। মোৰ বেযা লাগিল। তাৰ পিছত পাছিটো মুৰত লৈ কলে, "মই ইথান[৩৮] যাওদে। তিনি মাইল আছেই, খোজকাৰি যাবা লাগ্‌বেন নহয। গাড়ীৰ ভাড়াও বাঢ়্‌লা, তেলৰ দাম বুলে ৰাঢ়্‌লা সেই দেখি।" মুৰত পাছিটো লৈ মহিমাবাই অলপ ৰ'ল— "হা বলীন। তহঁতৰ চৰকাৰ খানে কিনু ৰাৱনৰ ৰাজ দেখকা ধৰ্‌ছিও এমাখান[৩৯]। বিটিছৰ দিনত জেলত ভৰাছিল, শুৰাছিল[৪০]। কিন্তু ইথান দেখুন আমাৰ মাহ্‌নুই আমাকে জেলত ভৰাছি! তয়ো কিৰা মোৰ আপাদুটা জেলত থৰা নাইনা?" মহিমাবাইৰ ঢাকি থোৱা মাতৃস্নেহঠো যেন উথলি উঠিল। পাছিটো আকৌ নমাই থৈ বহি পৰিল। মই কলোঁ, "ৰেকাবখন আপাৰহে হ'ল। তহঁতৰ নহয় মোক মহিমা বাই?"

---

৩২। কৰিলে। ৩৩। পৰা। ৩৪। এক।
৩৫। উখুৱাই। ৩৬। দুপৰ বেলা। ৩৭। আৰৈ।
৩৮। এতিয়া। ৩৯। এইবোৰ। ৪০। শুৱাইছিল।

—সেমান ডাঙৰ কথা এই নুবুজু বাপা। মই বুজু, চাধীন দেশত চুৰ কোইতি নকল্লি কায়োৰ[৪১] জেলত যাবা নাল্‌গে। দেশৰ মাহনুহ দেশৰ মাহনুক ভাল পাবা লাগে। ৰামাই পৰজাৰ কথা বুজৰা লাগে। তাৰ বিপৰীত হলেই বিপদ। ডাক পুৰুষেও কোছি ঃ

"বৈদ্য হুয়া মৰে আপুনি বিষে।
নৃপতি হুয়া পৰ্‌জাক হিংসে ॥
শিৰে নবন্দে গোবিন্দ পাৱা।
সবে বিডম্বমা জানিবা মাৱ।"

—"আ্যজি কালি ৰজা নাই মহিমা বাই।"

—"এ, একেটাই কথা দেচুন। ৰাজাৰ দৰে কাপুৰ নিপিন্ধিলা কি হল, মুকুট নিপিন্ধিলা কি হল, আগৰ দিনৰ ৰাজাৰ দৰে আমিও পৰজাক, অত্যাচাৰ কৰে।"

—"কত অত্যাচাৰ কৰা দেখিলি মহিমাবাই ?"

—"তোৰ চকুকেটা উলে দেখে দিবা লাগে নেকি ?"

মহিমাবাই কিবা এক ধৰণে গৰ্জি উঠিল, "তযেই দেখুন মোৰ আপা দুনৈক—পানীৰাম আৰু কটিযাক—জেলও দিছা ? সেহাতে কাৰ পানী খাৱা খালত বিহ দিছিল ? কাৰ বৰত চুৰ কচিছল ? ক'ত ডকাইতি কৰ্‌ছিল ? কাৰ বৈটী বৈৰীক হাতত ধৰি টান্‌ছিল ? গোটাইখান ৰাইজ আহিহ্‌ছিল তোৰ কাছেৰীও হতাশ কৰ্‌ৱা, বিদেশী মাথাক খেদ্‌বা লাগে বুলি কবা, তাতেই দেখুন গুলি চলালি ? জেলত ভৰালি ? দেশখান কিবা পানীৰাম আৰু কচিযাৰহে নেকি ? তোৰ নহয নেকি ? তহঁতৰ দাৰগা—পুলিচ মাথাৰ নহয় নেকি ? ডহঁতৰ দৰে হাকিম মুঞ্চিপ—মন্‌তিৰী মাথানেই বিদেশীমাথাক থাক্‌বা দিছা তহঁত ঘৰ-বিভীষণ।"

—"মহিমাবাই।" মই গৰ্জি উঠিলোঁ। জীৱনত প্ৰথম কাৰৰ

৪১। কোনো।

বাৰে মহিমাবাইক মই ডবিয়ালোঁ। অকল সেয়ে নহয়, মহিমা বাইক ঘৰৰ পৰা 'ওলাই থা' বুলি কৰ খুমিছিলোঁ। কিন্তু মোৰ গৰ্জ্জনলৈ কোনো ভ্ৰূক্ষেপ নকৰি মহিমাবাৰেই কৈ গ'ল—"মই তোৰ ধম্‌কিক ভয় নকৰু অ' বলীন। কেমানক ধম্‌কি দিবি? কেমানক গুলি কৰি মাৰ্‌বি? ৰাইজে কোছি, তহঁতৰ কেমান গুলি আছে, ৰাইজে বুলে এইবাৰ চাই লবো। সদায় বুলে তোৰ কাছেৰীত হুত্তাল কৰ্‌বো। কেমান মানুহক জেলত ভৰাৱা ভৰাবি। পানীৰাম আৰু কটিযাক দিযাৰ দৰে আৰু বহুতকে গুহাটীৰ জেললৈ চালান দিবি। ৰাইজে ভয নকৰে।" মহিমাবাই অলপ ৰল। মই কি কম ভাবি পোৱা নাই। পিছত মহিমাবাযেই কলে—"কিবা এটা সন্‌কালে যদি নহয়, মই মোৰ বৈৰী দুটাকো তোৰ কাছে ৰীক হুত্তাল কৰ্‌ৱা পঠাম। সেহাতকো দিবি চালান। মই কিয়াৰ নকৰু। আৰু পিতেৰে, মিযাৰে আৰু আবুৰে[৪৩] কি কোছি জানা, সন্‌কালে কিবা এটা নহলি তাহাতো স্কুলে আইহ্‌ব তোৰ কাছেৰীক হুত্তাল কৰ্‌বা। তৌতিযা কি কৰবি? মিযাৰে—পিতেৰে আৰু আবুৰেকো জেলত দিবি নেকি? গুহাটীলৈ চালান দিবি নেকি? আৰু এটা কথা শুন। সদায হুত্তালক আইহ্‌বাৰ মোৰো মন থাৱ। কিন্তু সদায় আইহ্‌লি বৈৰী আৰু নাতিকেটাক কাই[৪৪] খুৱাব? আগতে চাউল কঠা, পাছতহে হৰি কথা—সেই দেখি সদায় সদায় আহা নাই। কিন্তু কেমানন্ আৰু তেজ মাৰি থাকিম অ'? ইফালে পেটত নাই ভাত, সিফালে ৰাজাৰ উৎপাত। বৈৰী নাতি সকলকে লৈ সদায় সদায় তোৰ কাছেৰীক হুত্তাল কৰ্‌ৱা আহিম। আমাকো দিবি জেলত। কেবল এটা অনুৰোধ কচ্ছু[৪৫] ঃ পানীৰাম আৰু কটিয়াৰ দৰে আমাকো যদি চালান দিযা তিথানহলি[৪৬] গোটাই কেটাকে দিবি। মোক-দি বৈৰীকেটাক নেছাকে ন্যাথা কৰি। নহলি তাহাও দুঠা বিপদত পৰ্‌বো, বেইচা[৪৭]

---

৪২। জীৰৰী বোৱাৰী। ৪৩। আগইতাৰাই। ৪৪। কোনে।
৪৫। কৰিছোঁ। ৪৭। তেনেহলে। ৪৮। বেশ্যা।

হব। কথাখিনি কৈয়েই মহিমাবাই ঘপহকৈ থিয় হল আৰু পাছিটো মুৰত লৈ হনহনকৈ মোৰ বাস ভৱনৰ পৰা ওলাই গ'ল। যাবৰ পৰও কাকোৱেই মাতো নিদিলে। আনহাতে, অন্যফালে চাই কথাবোৰ শুনি মোৱা মই মহিমাবাইৰ ফালে চাব পৰা নাছিলোঁ। কিন্তু অনুমান কৰিছিলোঁ, মহিমাবাইৰ মাতটো পিছৰকালে থোকা থুকি হৈ পৰিছিল। হয়তো কান্দোন ওলাই আহিছিল আৰু সেই কান্দোন চাকিবৰ বাবেই আমাৰ কাকোৱেই মাত নিদিযাকৈ তেওঁ গুচি গৈছিল। কাৰণ মই জামোঃ মহিমাবাবে নিজৰ দুখৰ কথা আনক কব নোখোজে।

আনহাতে মহিমাবাইৰ আচৰণত শ্ৰীমতী অতি ক্ষুণ্ণ হ'ল। তেওঁ "এইৰ মাছ আঁৰু নাখাওঁ, আহিলে বাহিৰৰ পৰাই খেদি দিম" স্কুলি ভিতৰলৈ সোমাই গ'ল।

ময়ো উঠিব খুজিছিলোঁ, কিন্তু দেখিলোঁ, ঠিক নভলাতে মহিমাবাইৰ ভেটা-ভেটি হৈছে নবীনৰ লগত। নবীন মোৰ মাজু ভাই। সি এহাতেৰে চাইকেলখন আৰু আনখন হাতেৰে মহিমাবাইক ঠেলি সোমাই আহিছে। মোৰ কাম পাই বাতৰি কাকত এখন মোলৈ আগবঢ়াই দি কাল, "পঢ়চোন, খগেশ্বৰ তালুকদাৰক কি অত্যাচাৰ কৰি মাৰিলে।" পাছিঠো মুৰৰ পৰা নমাই থৈ মহিমাবাই পকাতে বহি পৰিল। তাৰ পিছত কলে, "তযেই পঢ়চোন। অলপ জোৰ্কে পঢ়্বি। মযো শুনু। আমি চকু থাকিও কান্না হলু।" মোৰ হাতৰ পৰা এক প্ৰকাৰ টানি নিয়াদি নি মহিমাবাযে কাকতখন নবীনৰ হাতত গুজি দিলে। চকী এখনত নবীন বহিল। কাকতখন মেলি লৈ মহিমাবাইৰ ফালে চাই সি কলে, "মহিমাবাই, তোক আগতেই কৈছোঁ নহয় সে জনতা পাৰ্টিৰ নেতাবোৰৰ খোৱা কামোৰাৰ বাবে অসময়ত এই নিৰ্বাচন পাতিব লগা হল। সেইবোৰ কথা তোৰ মনত আছে নে নাই ?"

প্ৰায় গেঙেৰি মাৰি উঠিল মহিমাবাই, "তই মোক এমান মুৰ্খ বুলি ভাব্ছা কিয়া ? সকলে জানা এই কথামাখান ময়ো মান।

তহঁতৰ পেৰেই শুনুছু। ইখান খবৰী কাগজখান পঢ়। খৰ্গেশ্বৰ তালুকদাৰৰ কথাহে শুনুবা খুজুছু।"

নবীনে কলে "অ'ৰাবিচোন। দিল্লীৰ সেই কাজিযাৰ লগত খৰ্গেশ্বৰ তালুকদাৰৰ হত্যাৰ সম্বন্ধ আছে। ডাঙৰ ডাঙৰ নেতা-বোৰে দিল্লীত কৰা কাজিযাৰ বাবেই অসময়ত এই মধ্যকালীন নিৰ্বাচন পাতিব লগা হ'ল। তই যেতিয়া মোৰা-দাৰিকনা মাছৰ এইকীয়া ভাগ লৈ ছযগাঁৱৰ গধূলি বজাৰত বহি থাকিবি, তেতিয়া আমাৰ নেতাহঁতৰ কামিযাৰ বাবেই পাতিব লগা হোৱা এই নিৰ্বাচনত খৰচ হ'ব দুকুৰি পাঁচ কৌটি টকা। বাৰ যাওক সেইবোৰ। মই পাঢ় দিছোঁ। শুনি যাঃ "আমাৰ এসমযৰ ৰাষ্ট্ৰপতী ফকৰুদ্দিন আলী আহমদৰ পত্নী আবিদা আহমদ। দিল্লীৰ খবৰ পৰা গুৱাহাটীৰ লাখটকীয়াত থকা সৰলৈ তেওঁ আহিল। উদ্দেশ্য ইন্দিৰা কংগ্ৰেছৰ প্ৰাৰ্থী হিচাপে বৰপেটা সমষ্টিৰ পৰা প্ৰতিদ্বন্দিতা কৰিব, এম, পি হ'ব। আনপিনে ভোটাৰ-তালিকা ঠিক নকৰালৈকে নিৰ্বাচন পাতিব নালাগে বুলি অসমৰ ৰাইজে দাবী কৰিছে। গতিকে আন্দোলন-কাৰীযে লাখটকীয়াৰ ঘৰত তেওঁৰ ঘেৰাও কৰিলে। কিন্তু তেওঁ আকোঁৰগোজ। পুলিচী দল আহিল তেওঁক ৰক্ষণা-বেক্ষণ দিবলৈ। জনশক্তি তথাপি অচল-অটল। ফলত ছয় ডিচেম্বৰ বৃহস্পতি বাৰৰ (১৯৭৯) শেষ নিশা শ শ নিৰস্ত্ৰ শান্তিপূৰ্ণ গণ—সত্যাগ্ৰহীক পুলিছে নিৰ্মম অত্যাচাৰ কৰিলে। লাখটকীয়াত সান্ধ্য আইন জাপি দিলে। তাৰ পিছত আবিদা আহমদক ন ডিচেম্বৰৰ মাজ নিশা গুৱাহাটীৰ সান্ধ্য আইনৰ সুযোগ লৈ লাখটকীযাৰ বাসভৱনৰ পৰা বৰপে'টালৈ মনোনযন পত্ৰ দিবৰ কাৰণে আদাৰি অনাৰ বাতাৰি বিয়পি পৰিল। লগে লগে একত্ৰিশ নম্বৰ ৰাষ্ট্ৰীয় পথৰ বিভিন্ন ঠাইত শ্ৰীমতী আহমদৰ গতিৰোধ কৰিবৰ বাবে হাজাৰ হাজাৰ সত্যাগ্ৰহী দিনৰ পিছত নিশা ডিচেম্বৰৰ মাৰকো কাটি কৰি উদ্বেগ আৰু উৎ-কণ্ঠাৰে বৈ থাকিল। সিদিনাৰে কথা। ভবানীপুৰৰ পৰা চৈধ্য কিলোমিটাৰ উত্তৰৰ উজান বৰবৰী গাৱঁৰ পৰা দক্ষিণ বিজনী

—২

আঞ্চলিক ছাত্র সন্থা আৰু গণসংগ্ৰাম পৰিষদৰ এটি দলৰ নেতৃত্ব লৈ স্থানীয় ছাত্ৰসন্থাৰ সম্পাদক খৰ্গেশ্বৰ তালুকদাৰো সদলবলে উপস্থিত হ'লহি ভবানীপুৰৰ শিবিৰৰ।

"ভবানীপুৰত জনতাৰ বিৰাট সমদল দেখি পুলিচ বাহিনী উন্মও হৈ পৰিল। লগে লগে পথৰ লাইট নুমাই যায়। তাৰ পিছতেই চি, আৰ, পিযে লাঠি আৰু বন্ধুকৰ নলীৰে সমাগত ৰাইজক মহতিযাইগ'ল। কেবাবাৰো আকাশ'লৈ চলালে ফাক্কা আৱাজ। জনতাক ছত্ৰভঙ্গ দিবলৈ বাধ্য কৰালে। কিন্তু ছত্ৰভঙ্গ দিয়া নাছিল খৰ্গেশ্বৰ তালুকদাৰ আৰু তেওঁৰ অনুগামী দলটোৱে।

"সত্যাগ্ৰহীৰ এই দৃঢ়তাত পুলিচ বাহিনী আৰু বেছি উন্মত হৈ পৰিল। লগে লগে জঁপিযাই পৰিল সত্যাগ্ৰহীৰ ওপৰত। কাৰোবাৰ হাত-ভৰি ভাগিল। কাৰোবাৰ মূৰ ফাটিল। কাৰোবাৰ বুকুৰ কামিহাড় লৰিল। কিন্তু নিৰ্মম অত্যাচাৰ চলিল ছাত্ৰ-সন্থাৰ পতাকা হাততলৈ সকলোৰে সন্মুখত থিয হৈ থকা দলপতি খৰ্গেশ্বৰ তালুকদাৰৰ ওপৰত। বন্দুকৰ নলীৰ খুন্দা, বুটজোতাৰ গচক আৰু তাৰ পিছত লাঠীৰে কোবাই কোবাই নি খৰ্গেশ্বৰক এটা পানীৰে ভৰা খালত পেলাই থলে। ডিচেম্বৰ মাহৰ পুৱতি নিগা খালৰ হিমচেঁচা পানীতেই খৰ্গেশ্বৰে শেষ নিশ্বাস ত্যাগ কৰিলে।

"ভবানী পুৰৰ মাটিত তেজে চেকুৰা বান্ধিলে। ভবানীপুৰ। ভবানীপুৰেৰ গোপাল আতা বৈষ্ণৱ যুগৰ অন্যতম মহাপুৰুষ। বয়স তেতিযা তেওঁৰ খৰ্গেশ্বৰৰ সমানেই। ৰাজকুমাৰক হাতীৰ পৰা বগৰাই লৈ ভাল দুচাট দিবলৈ ভয কৰা নাছিল চেঙেলীযা গোপালে। কাৰণ অদহাস ৰাজধানীত থকা দোকানবোৰ মনৰ ফুৰ্তিতে ৰাজ-কুমাৰে বাঁতী লগাই এফালৰ পৰা ডাঙি আহিছিল। গোপালেৰ সেই অন্যায নাই থাকিব পৰা পাছিল। পিছে গোপালৰ অপৰাধ গুৰুতৰ। সেই গুৰুতৰ অপবাধৰ পৰা গোপালক সেই বেলি উদ্ধাৰ কৰিছিল এগৰাকী নাৰীয়ে। ভবাণীপুৰৰ পৰা তাতে গৈ দোকান দি থকা গোপালৰ মাকে! আৰু আজি গোপালৰ মাকৰ দৰেই আন এক

নাৰী আবিদা আহমদৰ বাবে প্ৰাণ দিলে গোপালৰ বয়সৰে খৰ্গেশ্বৰ তালুকদাৰে। এদিন এই ভবানীপুৰতে জন্মলাভ কৰিছিল পুৰ্ব-ভাৰতৰ দ্বিতীয়[৪৮] লিখিকা ভবানী পুৰীয়া গোপাল আতাৰ কন্যা পদ্ম প্ৰিয়াই। আজি এই ভবাণীপুৰীতে আন এগৰাকী নাৰী আবিদা আহমদৰ বাবে জীৱন আহুতি দিব লগা হ'ল অসমৰ কুমলীয়া ছাত্ৰ-নেতা খৰ্গেশ্বৰ তালুকদাৰে। আন এদিন অসমৰ প্ৰথম ছাত্ৰ-আন্দোলনৰ জন্ম দিছিল অসমৰ প্ৰথম আই, চি, এচ, পণ্ডিত প্ৰবৰ আনন্দৰাম বৰুৱাৰ লগত ফকৰুদ্দিন আলী আহমদৰ দেউতাক জালনুৰ আলীযে আৰু আজি তেওঁৰে বোৱাৰীৰ কাৰণে জীৱন আহুতি দিলে এজন ছাত্ৰ-নেতাই! ইতিহাসৰ কি পৰিহাস!”

নবীনৰ পঢ়া শেষহ'ল। পঢ়ি যাওঁতে সি মাজে মাজে ৰৈছিল, ৰৈ মহিমাবাইক ব্যাখ্যা কৰি বুজাই দিছিল। মহিমাবাইৰ কি জানো হ'ল—একেবাৰে নিতাল সাৰি বহি ৰ'ল। নবীনো নিমাত। কথা কবলৈ মোৰা মন ষোৱা নাই। ৰখা ল'ৰা ৰাজেনে দি যোৱা চাহ তেনেই চেঁচা পৰিছে। কোনেও মুখত দিয়া নাই। আমি যেন খৰ্গেশ্বৰ তালুকদাৰৰ মৃত্যুত নীৰৱে শোকহে কৰিছোঁ। কেইমিনিট মান পিছত মহিমাবাযেই নীৰৱতা ভাঙিলে, চা বলীন, খৰ্গেশ্বৰ তালুকদাৰৰ মিযাক-বাপিযাকৰ সমান দুখতো মই পোৱা নাই। মোৰ পানীৰাম আৰু কটিযা জেলতহে আছে, মৰা নাই। কিন্তু খৰ্গেশ্বৰ আলুকদাৰৰ দৰে সেহাত দুটা মল্লিও মই দুখ নকৰু।” নবীনে কলে, “মহিমাবাই, মোৰ ৰুমলৈ ব'ল। খৰ্গেশ্বৰ তালুকদাৰৰ আদ্য শ্ৰাদ্ধ ভবানী পুৰৰ উপৰি গোটেই অসমৰ বিভিন্ন ঠাইত পালন কৰা হ'ব। আমাৰ ছয গাঁৱতো সেই শ্ৰাদ্ধ কৰা হ'ব। ব'লচোন ব'ল, তোৰ লগত মোৰ বহু কথা আছে। তই গাঁৱে গাঁৱে ষাৱ যেতিয়া,

৪৮। আমাৰ সাহিত্য ইতিহাসও এতিযালৈকে পদ্মপ্ৰিয়া বা কমলাপ্ৰিয়াকে প্ৰথম অসমীয়া লিখিকা বোলা হৈছে। কিন্তু এই উপন্যাসৰ তৃতীয় অধ্যায়ত বৰ্ণিত বগেজাৰীহে প্ৰথম অসমীয়া লিখাবা বুলি স্বীকৃতি পাবৰ যোগ্য।

৪৯। এইবোৰ।

বহুতোকে বহু কথা কব পাৰিবি। সেই কাৰণেই তোক নঙলাৰ পৰা ঘূৰাই আনিছোঁ।"

"ব'ল বাপা ব'ল। বলীনৰ আগত ইগিলা[৫৭] কৈ লাভ নাই। অজ-যুদ্ধ, মূৰ্খ-শ্ৰাদ্ধ। গিয়ানি লোকেও কয় ঃ

খেতিৰ নিষ্ফল বানে খাই ধান।
গোচৰ নিষ্ফল হাকিমে নেদে কান॥"

মহিমাবাই নবীনৰ লগতে উঠি গ'ল। মই বাধা নিদিলোঁ।

কিন্তু মহিমাবাইৰ কথাখিনি মোৰ দেহত কাঁইটে বিন্ধা দি বিন্ধিলে। দুৱাৰে'ৰ ঘৰৰ ভিতৰলৈ চাই পঠালোঁ। কিতাপেৰে ঠাহ খাই আছে মোৰ ঘৰৰ ভিতৰখন। তাৰে এখন কিতাপত চকু মোৰ বৈ গ'ল। আচলতে মহিমাবাইৰ শেষৰ কথাখিনিযে সেই কিতাপ খনলৈকে মোক মনত পেলাই দিলে। বহুদিন হ'ল, কিতাপ-খন মই পঢ়া নাই। কিন্তু মই জনো, ৰুচোৰ 'এমিলি' নামৰ সেই গ্ৰন্থত কি এটি কাহিনী লিখা আছে ঃ এগৰাকী বিধবা মাতৃ। তেওঁৰ পাঁচোটা পুতেক গ'ল স্বদেশ ৰক্ষাৰ ৰনলৈ। এদিন তেওঁ লগ পালে ৰণৰ পৰা ঘূৰি অহা সৈনিক এজনক। স্বাভাৱিকতে সুধিলে পুতেকহঁতৰ খবৰ। সৈনিক জনে খবৰ দিলে, "আপোনাৰ পাঁচোটা ল'ৰাই যুদ্ধত মৰিল। মই কোনো মতেহে পলাই আহিলোঁ।" মানুহ গৰাকীৰ কি জানো হ'ল, সৈনিকজনক গালি দি কবলৈ ধৰিলে —"কাপুৰুষ কৰবাৰ। এতিযাই মই গীৰ্জালৈ যাম। ভগবানক গৈ ধন্যবাদ জনাম। কাৰণ তেওঁ এনে পাঁচজন ল'ৰা মোক দিছিল যিযে বীৰৰ দৰে ৰণ কৰি দেশৰ বাবে প্ৰাণ দিলে।"

———

## দুই

মহিমাবাই আৰু নবীন যোৱাৰ পিছতো মই আগৰ ঠাইতে বহি ৰলোঁ। কোঠাৰ ভিতৰতো সি আন্দোলনৰ কথাকে কৈছে, "ইমানৰ পিছতো মহিমাবাই, আবিদা আহম্মদৰ মনোনয়ন-পত্র গৃহীত নহ'ল। সেইখন লিখাতে ভুল হৈছিল। গতিকে কাছাৰ জিলাৰ আসন দুখনৰ বাহিৰে অসমত এইবাৰ নির্বাচন পাতিব পৰা নহ'ব।"

"এমান আখান[1] যত্নজ কৰৰা আহে। কাগজ আখানো লেখ্‌বা নাজানেনা?" মহিমাবাইৰ প্রশ্ন।

মোৰ আৰু তাত বহি থাকিবৰ মন নগ'ল। বৈঠক খানাৰ বিছনা খনতে দীঘল দি পৰিলোঁহি। অতীত, বর্ত্তমান, দেশ, জাতি আৰু ভবিষ্যত—বিভিন্ন কথাৰে ভাৰাক্রান্ত হৈ পৰিল মোৰ মগজু। তেতিযাই মোৰ কুৱার্টাৰৰ সিফালৰ মানুহঘৰত সৰু সৰু ল'ৰা-ছোৱালী কিছুমানে সিহঁতৰ খেলৰ মাজতে গোৱা গীত এটি কানত আহি পৰিল ঃ

"অ' ঢুলীয়া কাকাৰ[2] নিচিনা
মোৰো কাকা আছিল এ
অসমৰে আন্দোলনত
চি, আৰ, পি, যে মাৰিলে।
অ' চি, আৰ, পি, হুচিয়াৰ।
কিয় কাকাক মাৰিলি?
অসমৰে আন্দোলনত
এবাৰ ভাবি নাচালি।
অ' চি, আৰ, পি, হুচিয়াৰ।

---

১। ইমান এখন। ২। ককাইদেউৰ

অ' বিদেশী নমষ্কাৰ।
কৰিব যে লাগিব
সোনৰ অসম পৰিষ্কাৰ।"

মহিমাবাইলৈ আকৌ মনত পৰিলম। অলপ আগতে তেওঁৰ লগত হোৱা সাক্ষাৎকাৰটো চকুৰ আগত ভাঁহি উঠিল। তেওঁ যেন গোটেই অসমীয় জাতিটোৰে প্ৰতিনিধিত্ব কৰি মোক প্ৰত্যাহ্বান জনাই গ'ল। সিপিনৰ মানুহঘৰৰ পৰা ল'ৰা-ছোৱালীবোৰৰ সমস্বৰ আকৌ ভাঁহি আহিল ঃ

"কলহীৰে ঢল-পানী নাচি-বাগি আহিব
বিদেশী খেদা আন্দোলনত ভাগ লব লাগিব।
ভাগ লবৰ বাবে কাকা যাব লাগিব
কাকা যাব ওলালে বৌও যাব ওলাব।"

মহিমা বাই মোৰ বৰ মৰমৰ। সেই মহিমাবাইৰে ল'ৰা দুটাক গুৱাহাটীৰ জেললৈ মই চালান দিছোঁ। অথচ পানীৰাম আৰু কটিযাৰ লগতো পাৰ হৈছিল মোৰ শৈশৱৰ কিছুমান দিন।

মাছ সলাবলৈ অহা মহিমাবাইৰ লগত পানীৰাম আৰু কটিযা কেতিযাবা কেতিযাবা আমাৰ ঘৰলৈ আহিছিল। সিহঁতক আমাৰ ঘৰতে এৰি মহিমাবাই দিনটোৰ বাঁবে মাছ সলাবলৈ ওলাই গৈছিল।

আমি দৌৰ দিছিলোঁ, কলহীৰ পাৰতে থকা ভৰি-ভাঙা গোসাই-ঘৰৰ সন্মুখৰ পথাৰখনলৈ—কাবাতী খেল খেলিবলৈ ঃ

"কলহীৰে কান্ধা,
মাৰবাকলৈগি ধান্দা।"

আমাৰ খেল আৰম্ভ হৈছিল। মোক মাৰিবলৈ বিপক্ষ-দল বন্ধ-পৰিকৰ হৈ পৰিছিল ঃ

"হাই কুটু আলি
এইখন কলহী
বলীনক লাগে
মহিমাৰ ছোৱালী

ধৰি আন পূৰি খাওঁ
টেটু মূচৰি।”

মই আত্মৰক্ষাৰ বাবে সাজু হৈছিলোঁ। নিজক বচোৱাৰ লগতে মোৰ দলটোকো বচাব লাগিব। মই খেদি গৈছিলোঁ ঃ

“কলহী নৈৰবালি
চিকমিক কৰে
কোনটো পাৰ্টি
জিকিব পাৰে ?”

খেলৰ শেষত কলহীৰ ঘাটলৈ দৌৰ মাৰিছিলোঁ ঃ

দেখু[৩] মানে দেখু
কলহীকে দেখু
কলহীক নাহা যদি
বাটৰ পেৰে[৪] নুঠু[৫]।”

জাপ মাৰি পৰোঁ কলহীৰ বুকুত। সাতুঁৰি-নাদুৰি গা ধোওঁ পাৰত আহি ৰ'দ পুৱাও। ৰ'দ পুৱাই থকা পৰত ফু মাৰি ভেট এডাৰ আঠাৰ বেলুন উৰৱাওঁ। জাকে জাকে উৰি যায সেই আঠাৰ বেলুন। কলহীক দিযে এক অপূৰ্ব ৰূপ। সেই ৰূপ চাই চাই আকৌ জপিযাওঁ কলহীত ঃ

“এই কি জল এই কি থল
মই যাওঁ নিযাই তল।”

পাণীত আমি কেতিযাবা আঙঠি এটাৰ দৰে ঘেৰ হওঁ। তাৰ পিছত ভোট এডাব গুটি এটা পাণীৰ তললৈ মাৰি পঠাওঁ। লগে লগে তাক ধৰাৰ বিভিন্ন কৌশল। কলহীৰ পাণীত বিভিন্ন ঢৌ তুলি সেই গুটিটো আযত্ব কৰাৰ কতনা হাবিযাস। গুটিটো চাৰি বাৰ ধৰিব পাৰিলেই মেল এটা যে দিয়া হৈ যায।

কেতিয়াবা আকৌ কলহীৰে ভাঁহি অহা ডমৰুৰ গুটি পাৰত বহি

৩। দেখোঁ। ৪। পৰা ৫। নুঠোঁ।

বহি থাওঁ। কেতিয়াবা সৰল কাঠৰ সৰু সৰু টুকুৰা কলহীৰ বালিযে বালিযে বিচাৰি যাওঁ। খৰালি কলহীৰ বালি-চৰ আৰু পাৰে পাৰে গজি উঠা বেহুজালাৰ মাজত লুকাভাবু খেলি অতি আনন্দ পাওঁ। জাৰৰ দিনত দাৰিদিকা গছবোৰ কাটি আৰু আন সময়ত আন খৰি বিচাৰি আমাৰ ডেৰ-দুই জলেমান ওখ কাঠৰ চকাৰ সৰু সৰু গাড়ীবোৰত তুলি লওঁ—কলহীৰ পাৰত পাৰ কৰা সময়খিনিৰ বাবে মাহঁতৰ গালিৰ পৰা হাত সাৰিবলৈ সেই খিনি মহৌষধ যেনে হলেও বিচাৰি লওঁ। লগে লগে চোবাই যাওঁ মাটি-কুঁহিযাৰ। গধূলি দাৰিদিকাৰ জুই পুৰাই পুৰাই আবু আৰু আতাহঁতৰ পৰা সাধুকথা-কিংবদন্তী শুনিবৰ পৰতো সেই মাটি- কুঁহিযাৰবোৰ পুৰি পুৰি খাওঁ। জুইত কলহীৰ পৰা অনা দুই-এটুকুৰা সৰল কাঠ দিওঁ, ফলত জুহালখন আমোল মোলাই যায। গধূলিৰ জুহালৰ সেই আমোল-মোল গোন্ধৰ আশাতে আমি যেন আই কলহীক প্ৰণাম জানাই যাওঁ। মাটি-কুঁহিযাৰৰ লগতে কলহীৰ বালি-চৰত ৰভা হৈ পকি থকা এক জলেমান ওখ বন-কমলা গছৰ কমলাবোৰো টপাটোপে গিলি লাওঁ। তেতিযাই কাউৰীৰ জাক দেখিলে গাওঁ ঃ

কাউৰী ঐ লেঠেং ঠেং
কাউৰীৰ মুখত হাগি দেং।"

কাউৰীৰ সলনি ফেঁচা দেখিলে আকৌ গাওঁ ঃ

"অ' ফেঁচা ই গালখান চাওঁ,
অ' ফেঁচা সি গালখান চাওঁ।"

ফেঁচাটোৱে আমাৰ অনুৰোধত সহাঁৰি দিযা যেন পাওঁ। মনৰ আনন্দত কলহীৰ বালিযে বালিযে জাঁপিযাওঁ। আমাৰ সেই জাপত ধুপুনি[৬] চৰাইবোৰৰ শান্তি-ভঙ্গ হয যেন পাওঁ ঃ

"নাচন নাচে হাড়ি দেৱী উৰিয়া ঘুৰিযা।
আউৰ এক নাচন নাচে ধুপুনি বুলিয়া॥"

---

৬। বালিমাহী চৰাই খঞ্জন। 'নাট্য শাস্ত্ৰ'ৰ 'খণ্ড গতি' অৰ্ন্তব্য।

কেৱল সেযে নহয়, আমাৰ সেই জাপ দেখি কলহীলৈ পাণী খাব পোহনীযা পাৰৰ জাকবোৰো উৰি যায ঃ

"নাচন নাচে হাড়ি দেৱী উৰিযা ঘুৰিয়া।
আউৰ এক নাচন নাচে পাউৰা[7] বুলিয়া॥"

নেইল কেইটাই ও আমাক দেখি কম আমনি নাপায় ঃ

"আউৰ এক নাচন নাচে নেউলী বুলিযা।"

কেতিযাবা ধুপুনি নাচ, কেতিযাবা পাউৰা নাচ আৰু কেতিয়াবা নেউল নাচ দি দীঘল দীখল ৰঙা মোনাবোৰ ডিঙিত ওলোমাই কলহী পাৰৰ পথাৰত শামুক আদি খাই থকা হাড়গিলাবোৰ খেদিবলৈ লৰি যাওঁ। তেতিযা ৰঙা ৰঙা মোনাবোৰ ডিঙিত ওলোমাই উৰি যোৱা হাড়গিলাবোৰে আমাৰ মনত কিমান যে ৰং সিঁচি যায। সেই ৰঙিযাল পৰত হাড়গিলাবোৰৰ লগতে উৰা কানিকুল্লা চৰাইবোৰৰ কণ্ঠই যেন গান গায। আৰু তেতিয়াই গৰুচাৰা বৰ্গালিবোৰে সেই ৰং আৰু গানত বিভোল হৈ ইটো গৰুৰ পিঠিৰ পৰা সিটো গৰুৰ পিঠিলৈ যেন নাচি যায।

কেতিযাবা আকৌ কলহীপাৰৰ কুঁহিযাৰণি আৰু লান্দু-মাহৰ[8] গছবোৰতো আমাৰ চক্ষু বৈ যায। গৃহস্থই দেখা যেন পাহে কলহীৰ পাণীত আমাৰ খেল আকৌ আৰম্ভ হয ঃ

"কলহী নদীৰ পাৰে পাৰে
চিলাৰোৰ উৰে উৰে।"

কিন্তু পানীলৈকে খেদি আহিব খোজে কুঁহিযাৰৰ গৰাকী যগ্‌গু মামাই। যগ্‌গু মামাই আমাক গালি পাৰে, "মিযাৰেক বহাহাত,[9] চুৰা চেল্‌কিবা আহা কিযা?" পিছে যগ্‌গু মামাৰ গালি আমাৰ ইখন কানেৰে সোমাই সিখন কানেৰে ওলাই যায়, "মামা, বৈনাৰেকে[10] গালি পাৰ্‌ছা কিযা?" কেতিয়াবা আকৌ গাওঁ ঃ

---

৭। পাৰ চৰাই। কলহী পাৰৰ 'পাৰ নাচ' গবেষণাৰ বিষয়। ৮। গাৰো মাহ, ৰহৰ মাহ।

৯। মাৰৰ উপপতি হোৱাহঁত। ১০। ভনীয়েৰাকে।

কলহী নদী ঃ ইকুল-সিকুল

"আগুৰ গুৰ মাগুৰ জালি
যগ্‌গু মামাৰ তিন্‌টা তিৰী।"

ফলত এজনী তিৰোতা আৰু এপাল ল'ৰা-ছোৱালীৰে ভৰা সংসাৰখনৰ বোজা কঢ়িযাই অতীষ্ঠ হৈ পৰা যগ্‌গু মামাই চিঞৰে, "ঐ বৈনাৰেক বহাহাত[11], মোক মিছাতে কামাৰা[12] কিযা? চিনা নাই মিযাৰেৰ ভাতাৰক। ধৰ্‌বা পাল্লি মুখেদি লাল পানী উলাম।" আমি হাহোঁ। আমাৰ হাঁহিযে কলহীৰ পানীকো যেন কঁপাই দিযে ঃ

"এ প্ৰাণ গোপাল
তিৰী-ছলি এক পাল
ঘৈনাকে[13] বনাই মদৰ বটাল[14]
এটা ছলি নিলা কাউৰে
যগ্‌গু মামা পিছত দাউৰে[15]"

ঐ জহৰাহাত, তামাকাহা দেখামৰ।" যগ্‌গু মামাই চিঞৰি থাকে।

জাৰ কালি আকৌ কলহীৰ পানীত জপিযাবলৈ বৰ চিন্তা লাগে। কি যে জাৰ। গতিকে পাৰত ৰ'দ পুৱাই বহি থাকোঁ। কিন্তু বেছি পৰতো তেনেকৈ থাকিব নোৱাৰি। ঘৰত বৈ আছে যে মাহঁতৰ গালি, গোকুলৰ তলক যাৱা,[16] কলহীক গেলি আৰু আইহ্‌ৰা নুখুজা।" মোহনৰ বাবে পিছে তাতোকৈ ভযানক সম্ভাষণ বাণী ঃ

"তোৰ পিঠি মোৰ হাত
কি কৰে জগন্নাথ।"

আনপিনে পলমকৈ স্কুল পোৱা মানেই উপেন কলিতা চাৰৰ তিনি দিন বিষোৱা নাৰী-টিপা, ৰমাবাবু চাৰৰ মিলিটাৰী-ঘোচা আৰু মজুমদাৰ চাৰৰ হাঁহ-ভুকি[17]। গতিকে জাৰক কাটি কৰি জাপ দিওঁ কলহীৰ পানীত ঃ

---

১১। ভনীয়েৰাৰ উপপতি হোৱাহঁত। ১২। কামোৰা। ১৩। ঘৈনীয়েকে। ১৪। বটল ১৫। দৌৰে। ১৬। অকালতে মৰি শ্মশানলৈ যাওঁতা। ১৭। ভুকি-ভুকু।

"জাৰ জাৰ নুবুলুৰি
জাৰে মানুহ নাখায়,
এক ডুব মাৰি দিলি
জাৰ পলে[১৮] যায।"

এই দৰে কলহীতে আমাৰ পলম হয। আমি গাঁও ঃ

"হাউ কি হাউমাৰী
এই খন কলহী
জাপাশিল ধোপৰ তল
কলহীতে পলম হ'ল।"

আহিবৰ পৰত কলহীৰ সোঁতত চুলিবোৰ পিছলৈ ভঁহাই দি ফনিওৱাৰ চেষ্টা কৰি গাওঁ ঃ

"ওকনি ওকনি
মোৰ মূৰটো
চুচি দি।"

তাৰ আগতে লগৰ কোনোবা অকলে ঘৰলৈ যাব খুজিলে সাৱধান-বাণী শুনাওঁ ঃ

"লগৰ ছলি এৰি যায
ঢৰা সাপে বেৰি খায।"

এই দৰেই খেলৰ সামৰনি পৰে, গা-ধোৱাৰ অন্ত হয। ঘৰলৈ অহাৰ বাটত দাৰিদিকা বা খৰিৰে বোজা কৰা গাড়ীবোৰ নাথাকিলে চাইকেলৰ ৰিঙৰ গাডীবোৰ লানি লগাই দৌৰা ওঁ ঃ

"জিলিকি জিপ্‌পো
হাৰে কি হাপ্‌গো
কোনে পাৰা ৰাখি থো
ৰাখি থো—ৰাখি থো—।"

সেই সময়ৰে কথা। অন্ততঃ এটা দিনৰ কথা মই কেতিয়াও

১৮। পলাই।

পাহৰি যাব নোৱাৰোঁ। গৰমৰ বন্ধ। স্কুললৈ যাব নালাগে। গতিকে ঘৰতে আছিলোঁ। অইন দিনাৰ দৰে ভৰিভাঙা গোসাই-ঘৰৰ সম্মুখৰ পথাৰখনতে আমি ভাটাখেল[১৯] খেলিছিলোঁ। পাল পৰিলত ভাটাৰ বাৰি মই লৈছিলোঁ। মোৰ ভাটা গৈ লাগিছিল পানীৰামৰ কপালত। লগে লগে তেজববলৈ ধৰিছিল। মই হতবাক হৈ পৰিছিলোঁ। লগৰ লৰাবোৰে ভোট-এৰাৰ আঠা, বিশল্যকৰণী আৰু নগৰবেৰা গাছৰ পাতেৰে তাৰ কপালৰ তেজ বন্ধ কৰাৰ চেষ্টা কৰিছিল। পিছত তাক আমাৰ ঘৰলৈ নিয়া হৈছিল। মযো আছিলোঁ লৰাজাকৰ মাজতে। সকলোবোৰ কথা শুনাৰ পিছত মা আৰু আবুৰ কি জানো হৈছিল—মোক তাঁতশালৰ খুটা এটাত বান্ধি থৈছিল। পাণীৰাম আৰু কটিয়াক ভাত খাবলৈ দিছিল। মোক কিন্তু তাকো দিযা নাছিল। ভোকে-পিযাহে তাঁতশালৰ খুটাটোত বান্ধ খাই পৰি আছিলোঁ। গধুলিৰ ঠিক আগে আগে ওলাইছিলহি মহিমাবাই। মোক তেনেকৈ পৰিথকা দেখি 'ইস আস' কৰিছিল। আবু আৰু মাক গালি পাৰিছিল। মোৰ হাতৰ বান্ধ পানীৰামৰ হাতেৰে খোলাই দিছিল। সিদিনাই প্ৰতিজ্ঞা কৰিছিলোঁ ঃ জীৱনত মহিমাবাইক মই কেতিয়াও দুখ নিদিম। খেলাৰ মাজতে পানীৰামৰ কপালত যি অনিচ্ছাকৃত আঘাট কৰিছিলোঁ, তাৰ বাবে অনুতপ্ত হৃদযেৰে থিৰাং কৰিছিলোঁ ঃ পানীৰামৰ দুখৰ কাৰণ কেতিযাও নহম।

পানীৰামৰ কপালত মোৰ অনিচ্ছাকৃত আঘাতৰ চিন আজিও বিদ্যমান। সেই কথাকে তাৰ লগত পাতিছিলোঁ যোৱা ৮ জুনত। ১৯৭৯ চনৰ ৮ জুন। অসম জুৰি পালন কৰা হৈছিল অসম বন্ধ। আহবায়ক আছিল সদৌ অসম ছাত্ৰ সন্থা। মোৰ মনত পৰাত, চলিত আন্দোলন সম্পৰ্কত ছাত্ৰসন্থাৰ ফালৰ পৰা অসম বন্ধৰ বাবে সেই টোৱেই আছিল প্ৰথম আহবান। ছাত্ৰসন্থাই 'অসম বন্ধ' সিদ্ধান্তটো লৈছিল তেইশ মে তাৰিখে, গুৱাহাটী বিশ্ববিদ্যালযৰ আইন ছাত্ৰসন্থাৰ

১৯। ভটা খেল, টাংগুটি খেল।

কাৰ্য্যালযত অনুষ্ঠিত হোৱা সভাখনত। কাৰণ বিদেশী বহিষ্কৰণ তদানীন্তন গোলাপ বৰবৰা চৰকাৰৰ বাবে হৈ পৰিছিল দুৰ্নিৰ পাহাৰ।

সিপাৰৰ মানুহঘৰৰ ল'ৰা-ছোৱালীবোৰৰ কণ্ঠস্বৰ আকৌ মোৰ কানত পৰিল ঃ

"ঐ মোৰ বাপ
কি কি সাপ
গোটেইখন অসমযত
বিদেশীৰ ৰাজ।"

অথচ অসমৰ বিদেশী-বহিষ্কৰণ নতুন কলা নহয। ১৯৬২-৬৩ চনৰ কথা। অসমৰ মুখ্যমন্ত্ৰীৰ গাদীত তৃতীয মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহা। মই পাঠশালা পাছ কৰি হাইস্কুল শাখাত সোমাবৰ বেছি বছৰ হোৱা নাই। মতিবৰৰ লগত মোৰ গভীৰ বন্ধুত্ব। গণমিঞা খুড়াৰ পুতেৰ মতিবৰ। কলহী পাৰৰ গোহাঁই বাহাত মতিবৰহঁতৰ ঘৰ। স্কুললৈ গলে সিহঁতৰ নঙলাৰে যাব লাগে। মতিবৰ মোলৈ ৰৈ থাকে। একেলগে যাওঁ মজলীযা স্কুললৈ। একেখন বেঞ্চত বহোঁ। কেতিযাবা দুযোৰে কাজিযাও লাগে। কিন্তু সেই কাজিযা বেছি দিন নাথাকে। স্কুললৈ যাবৰ পৰত মতিবৰৰ মাক তেওঁলোকৰ নঙলাতে ৰৈ থাকে। মই কলহীৰফালে মুখ কৰি তেওঁলোকক যেন দেখাই নাই তেনে ভাবত পাৰ হৈ যাব খোজোঁ। মাকে মতিবৰক এখন হাতেৰে ধৰি আনখন হাতেৰে মোক থাপ মাৰি ধৰে। মই এৰুৱাই যাবৰ অনিচ্ছাকৃত চেষ্টা কৰো। তাৰ পিছত দুয়োকে সাৰটাসাৰটি লগাই দিযে। আমাৰ ঠেহ ভাঙে, অভিমান ভাঙে, খঙে পলাই ফাট মাৰে। দুযো স্কুললৈ খোজ লওঁ। কেতিযাবা মনোমালিন্যৰ সময দুঘণ্টা দীঘলীযাও নহয। মতিবৰৰ মাকৰ অজ্ঞাতেই আমাৰ কাজিযাৰ অন্ত পৰে। তেওঁক মই খুড়ী বুলি মাতোঁ, পিতাকক বোলোঁ দাদা[২০]।"

২০। খুড়া, দক্ষিণ কামৰূপী উপভাষাত 'দাদা' খুড়া অৰ্থত ব্যৱহাৰ হয়, 'ককাইদেউ' অৰ্থত নহয়।

সেই সময়ৰে কথা। স্কুললৈ যোৱাৰ পথত মতিবৰহঁতৰ নঙলাত ৰৈছিলোঁগৈ। মাত দিছিলোঁ—“মতিবৰ ফেকুৰি ফেকুৰি ওলাই আহিছিল মতিবৰ। হাফপেন্ট আৰু গেঞ্জী পিন্ধি। হাতত কিতাপ বহী নাই। কান্দি কান্দি কৈছিল, “দাৰোগা আৰু পুলিচ আহিছে। আমাক বোলে ধৰি নিব। আমি বোলে পাকিস্থানী। কন্টমিঞা দাদাঁহতে যাব লাগিব।” মতিবৰে কান্দিছিল, কান্দিছিলোঁ মই। মতিবৰৰ মাক-পিতাকে যাবৰ পৰত মোৰ মূৰে-গাৰে হাত বুলাই দিছিল। ভালকৈ পঢ়ি ডাঙৰ মানুহ হবলৈ আশৰ্বাদ কৰি ছিল। ছয়গাওঁ পুলিচ থানাৰ আগতে মতিবৰহঁতক নিয়া গাড়ী দুখন ৰৈ আছিল। পাকিস্থানী বুলি চিনাক্ত হোৱা প্ৰায় দুকুৰিৰ অধিক মানুহ সেই গাৰ্ডী দুখনৰ ওচৰত ৰৈ আছিল। ভাসানী আৰু গৰৈমাৰী চৰৰ পৰাও পাকিস্থানী ধৰি আনিছিল। মানুহ-যিনিক গাড়ীত উঠিবলৈ নিৰ্দেশ দিয়া হৈছিল। সকলোৰে লগত মতিবৰহঁতো উঠিছিল। মই গাড়ীৰ বাহিৰত থিয় হৈ আছিলোঁ। উঠাৰ আগতে মতিবৰে মোক সাৱট মাৰি ধৰিছিল। মযো তাক সাৱটি ধৰিছিলোঁ দুয়োৰে চকুত কলহীৰ ঢল। পুলিচে কৈছিল, “উঠ্ উঠ্।” মোকো গাড়ীৰ ভিতৰলৈ ঠেলিছিল। মই মোৰ পৰিচয় দি ধমকি খাইছিলোঁ—কিয় গৈছোঁ তালৈ। গাড়ী ষ্টাৰ্ট দিছিল। গাড়ীৰ পৰা জাপ মাৰি নামি আহিছিল মতিবৰ। সি মোক সাৱটি ধৰিছিল। দুয়োৰে চকুত কেৱল পানী। পুলিচে তাক টানি নিছিল। মোক ধমকি দি আঁতবাই পঠাইছিল। গাড়ী চলিছিল। কান্দি কান্দি উভটি আহি মতিবৰ হঁতৰ নঙলাতে ৰৈছিলোঁ। কিন্তু মতিবৰ তো নাই। মৰম কৰিবলৈ খুড়ীও নাই। ঘৰ-মাটি সকলো হাটবৰক বিক্ৰী কৰি তেওঁলোক গুচি গ'ল। কুকুৰা, গৰু ছাগলী, হাঁহ, পাৰ—সকলোবোৰ হাটবৰে কিনি ৰাখিছে। যাবৰ পৰত এসপ্তাহ আগেযে পোৱালি দিয়া মেকুৰীজনী পোৱালিকেইটিৰে সৈতে নিবলৈ মতিবৰে মোক কৈ গৈছে। মই মতিবৰহঁতৰ চোতালত গৈ থিয় হৈছিলোঁ। হাটবৰৰ লগুৱাকেইজনে বাৰীত কাম কৰি

আছিল। এতিয়া যে এই ঘৰ বাৰী মতিবৰ হঁতৰ নহয়—হাটবৰ মহাজনৰ। মই 'কলহী কলহী' কৈ মাত দিছিলোঁ। প্ৰথম পিয়ন দিয়া কলহী পোৱালি তিনিটাৰে সৈতে কাথিলৈ ওলাই আহিছিল। মতিবৰৰ মৰমৰ মেকুৰীজনীক মযেই নাম দিছিলোঁ 'কলহী'। তাই 'মেও মেও' কৈ কে মোৰ ভৰিব কাষে কাষে ঘূৰিবলৈ ধৰিছিল। যেন সুধিছিল—"মতিবৰহঁত কলৈ গ'ল?" ৰমেশ মজুমদাৰ চাৰৰ কথা মতে তৃতীয মান শ্ৰেণীৰ পৰা ডায়েৰী লিখিবলৈ লোৱা মই সিদিনাৰ ডাযেৰীত লিখিছিলোঁ—"আজি মই মতিবৰৰ কলহীক লগত লৈ শুব লাগিব। মতিবপৰ পৰা তাই যিমান মৰম পাইছিল সিমান মৰম তাইবা মই দিব লাগিব। নহলে মতিবৰৰ বন্ধুত্বৰ প্ৰতি অন্যায কৰা হ'ব। আজি মতি বৰৰ মেকুৰীজনী অনাৰ পিছত মোৰ মনলৈ প্ৰশ্ন এটা বাৰে বাৰে আহিছে ঃ মতিবৰহঁতৰ হাহঁ, পাৰ, গৰু, কুকুৰা আৰু এই মেকুৰীজনী কিয বাৰু পাকিস্থানী নহ'ল?

মহিমাবাই সোমাই আহিল। তাৰ পিছত, "বলীন মই আইহ্লু" "বুলি যাব ওলাল।

"বহচোন, যাবিদে অলপ পিছত।" মই কলোঁ। মহিমাবাই বহিল। মই সুধিলোঁ, "মহিমাবাই, মতিবৰৰ কথা তোৰ মনত পৰেনে?

"কিয়া!নপৰে? পৰে। তাক কিবা তোতকৈ কম মৰম কৰছিলুনা?"

"ইযাৰ পৰা যোৱাৰ বহুদিন পিছলৈকে মতিবৰে মোলৈ চিঠিদি আছিল", মই কলোঁ, "তাৰে এমন চিঠিত সি কি লিখিছিল জনা? লিখিছিল যে সিহঁতক যিখন নৈৰ পাৰত থাকিবলৈ দিযা হৈছে, সেই নৈখনৰ নাম কৰ্ণফুলি। কিন্তু কৰ্ণফুলিক তাৰ ভাল নালাগে। কলহী টোলৈহে মনত পৰি থাকে। পঢ়া-শুনা আৰু কথা বতৰাতো বৰ কণ্ট পাইছে। কাৰণ সি বঙালী ভাষা নাজানে। সি বৰ দুখ কৰি লিখিছিল যে পাকিস্থানৰ পৰা যোৱা বাপেকৰ ল'ৰা হোৱা বাবেই অসমত জন্মিও অসমীয়া হ'ব নোৱাৰিলে।"

"সি এতিয়া ক'ত কি কৰিছে জানানেকি ? মহিমাবায়ে আগ্ৰহেৰে সুধিলে। মই উত্তৰ দিলোঁ, "ছবছৰমান আগতে তাৰ পৰা চিঠি এখন পাইছিলোঁ। তাত সি লিখিছিল যে পঢ়া-শুনা মেট্ৰিকলৈ কৰিব নোৱাৰিলে। কাৰণ গণমিঞা দাদা বেমাৰত পৰি সোনকালেই ঢুকায়। সি কোনোবা দোকানত গোমাস্তা সোমাইছে।"

"আৰু জেৰিনাহঁতৰ কিবা খবৰ পাৱানেকি ?" মহিমাবাই আন এটা প্ৰশ্নলৈ আহিল। জেৰিনাহঁতৰ ঘৰ ছয়গাঁও বজাৰতে আছিল। ভায়েক জামাল মোৰ লগত পঢ়িছিল। পঢ়াত ভালোই আছিল ছোৱালীজনী। বায়েক মেৰিনা কিন্তু গাধা আছিল। জামাল মজলীয়াৰ ঘৰৰ অৱস্থা বেয়া বাবে জেৰিনাই কুৰি কিলোমিটাৰ পশ্চিমৰ বকো কলেজত বাচেৰে অহা-যোৱা কৰি পঢ়িছিল। কিন্তু আজি ছয়গাওঁৰবজাৰ, কাইলৈ উকিয়ামৰ বজাৰ, পৰহি হাঁহিমৰ বজাৰ চৌথাদিনা মালাঙৰ বজাৰ—এনেদৰে বজাৰে বজাৰে সৰু এখন কাপোৰৰ দোকান দি ফুৰা বাপেকে তেনেকৈও তাইক পঢ়ুৱাব নোৱাৰিলে। পিছত বি-এ পাছ নকৰাকৈয়ে স্থানীয় ছোৱালী হাইস্কুলখনত শিক্ষয়িত্ৰী সোমাইছিল। শৰৎচন্দ্ৰ সিংহ তেতিয়া অসমৰ পঞ্চম মুখ্যমন্ত্ৰী। সিংহ চৰকাৰৰ নীতিতে নে থানাৰ দাৰোগা আছগৰ আলীৰ কোপদৃষ্টিতে জেৰিনাৰ বাবেক পাকিস্থানী বুলি প্ৰমাণিত হ'ল। মই তেতিয়া পঢ়ি আছোঁ। ঘৰলৈ যাওঁতে শুনিছিলোঁ যে আছগৰ দাৰোগাই আচলতে প্ৰতিশোধ ললে। জেৰিনাক বন্ধুভাবে ঘৰলৈ মাতি নি বলাৎকাৰ কৰিব খুজি চৰ খাইছিল, সেই কাৰণেই প্ৰতিশোধ। মহিমাবাইক উত্তৰ দিলোঁ, "নাই নাজানো। কিন্তু সিহঁতৰ ঘৰটো কিনিৰখা আমৈহঁতলৈ চিঠি-পত্ৰ আহি থাকে বুলি শুনিছোঁ।" সাধু সাহাৰ ঘৈণীয়েকৰ লগত মোৰ মাইৰ কলহীৰ বালিত ঘৰ সাজি ওমোলা দিনৰে সখী। গতিকে মোৰ আমৈ।

"সেহাতলৈ[21] মনত পৰিল্লে বৰ দুখ লাগে অ'বলীন।" মহিমাবায়ে

২১। সিহঁতলৈ।

কৈছিল। মই যেন তাকেই বিচাৰি আছিলোঁ, "কিন্তু এতিয়া দেখোন বিদেশী খেদিবলৈ সত্যাগ্ৰহ কৰিব আহা ? নাতি-বোৱাৰী সকলোকে লৈ মোৰ কাছাৰীত সত্যাগ্ৰহ কৰিবি বুলি ধমকি দিছা ?"

"ৰাইজখান আইহ্লি আমি নাহাকে থাকু কেন্কে", মহিমাবায়ে অলপো নোৰোৱাকৈ উত্তৰ দিলে, "মই আকালাই[২২] ভুল কৰ্বা পাৰু, কিন্তু ৰাইজখানে নকৰে। আমাৰ দেশৰ আইন মতে আমাৰ দেশত বিদেশী থাক্বা নোৰে, থাক্বা লাগ্লি অনুমতি লবা লাগে, এমাখান[২৩] আজিকালি সকলে জানা কথা। তই হাকিম সাহ্নু, গতিকে এমাখান কথা তইহে বেছিকে বুজ্বি।" লগে লগে তেওঁ বিদায় মাগিলে, "কালিও[২৪] মই আহিম। ইথান[২৫] যাও। তই থাক্।"

কোনোবাই যেন বিৰাট সভা এখনতে মোক চৰ' এটা মাৰি গুচি গ'ল। 'ক' বুলিব নোৱাৰা মহিমাবায়ে ভাৰতীয় সংবিধানৰ অনুচ্ছেদ এটাহে মোৰ আগত যেন পঢ়ি শুনালে। মহিমাবাইক আন্দোলন-বিমুখ কৰিবলৈ মই বাৰু চেষ্টা কৰিছিলোঁ নেকি। মই যেন নিজৰ ওচৰতে ধৰা পৰি গলোঁ। কটিয়া আৰু পানীৰামক ন্যায়সঙ্গত কাৰণতে জেললৈ পঠাইছোঁ, সেই কথা মহিমাবাইক বুজাবলৈ গৈ মই যেন খুজি কিলখালোঁ।

কাৰণ মই বহু কথা জানো। অন্ততঃ আইনৰ কথা মহিমাবাইতকৈ বেছি জানো। মই এচ. ডি. চি. বলীন ঠাকুৰীযা। এক্‌জিকিউটিভ মেজিষ্ট্ৰেট বলীন ঠাকুৰীয়া। আইনৰ ৰক্ষক। মই জানো, আইনৰ আগত আবেগ-অনুভূতিৰ কোনো মূল্য নাই। "মতিবৰহ'তৰ পোহনীয়া জন্তু কেইটাও কিয় পাকিস্থানী নহ'ল" জাতীয় বালসুলভ আৰু আবেগজড়িত কথাবোৰৰ কোনো মূল্য অইনৰ ৰক্ষকৰ আগত

---

২২। অকলে। ২৩। এইবোৰ। ২৪। কাইলৈ
২৫। এতিয়া।

নাই। ভাৰতৰ সংবিধানত তেনে আবেগ-অনুভূতিৰ বৰ্ণনা ক'তো নাই।

গতিকে মতিবৰ আৰু জেৰিণাহঁত পাকিস্থানলৈ যাব লগা হোৱাতো মোৰ অনুভূতি আৰু আবেগে আঘাত পালেও মানি লব লাগিব।

ৰাষ্ট্ৰৰ হিতব বাবে ৰাষ্ট্ৰৰ নিযম-নীতি মানিব লাগিব।

ৰাষ্ট্ৰহীন সাম্যবাদী পৃথিবীবিনে ৰাষ্ট্ৰৰ নিয়ম-নীতি উলংঘা কৰা নাযায়।

অন্ততঃ এই কথা মানিযেই মই মোব চাকৰি কালত তিনিটা পৰিযালক বাংলাদেশলৈ ঘূৰাই পঠাইছোঁ। মহব্বত আলী, হজৰত আহমদ অ ৰু মুনিৰুদ্দিন হুছেইনক। মুঠ একুৰি সাতজন মানুহ। 'ভাসানী চৰ'ত কিছুদিন থাকি গৰৈমাৰী চৰত স্থাযী হব খোজা বাংলাদেশী। মথুৰা পণ্ডিতে এদিন কৈছিল, "মুছলিম লীগৰ নেতা মৌলানা ভাসানী দক্ষিণ কামৰূপৰ চৰ অঞ্চলত ঘূৰে ফুৰিছিল। তেতিযাৰ পূৰ্ববঙ্গৰ পৰা মানুহ আনি তাত বহুৱাই ছিল। কলহীৰ নামনি অঞ্চল তেওঁৰ বাবেই পাকিস্থানীৰে ভৰি পৰিছিল। ইযাৰ ভালেমান মছজিদ আৰু মোক্তাবৰ গুৰিতো তেৱেঁই। তেওঁৰ আচল নাম মৌলানা আব্দুল হামিদ খাঁ। মৈমনসিং জিলাৰ টাঙ্গাইলৰ বাসিন্দা। ভাসানী চৰৰ মৌলানা হিচাপে অসমলৈ আহিছিল। আগতে 'ভাসানী চৰ'ত এজন মানুহো নাছিল। কেৱল দেৱীপূজাৰ পিছত প্ৰতিমাবোৰ তালৈ নি ব্ৰহ্মপুত্ৰত 'ভাসাহ' (অৰ্থাৎ ভঁহাই) দিছিল, গতিকে চৰৰ নাম হৈছিল 'ভাসানী চৰ'। পিছত 'ভাসানী চৰ'ৰ নামেৰেই মৌলানা আব্দুল হামিদ খাঁ, 'ভাসানীৰ মৌলানা' বা 'মৌলানা ভাসানী' হৈ পৰিছিল। ১৯৩৭ চনত তেওঁ অসম বিধান সভালৈ নিৰ্বাচিত হৈছিল। ১৯৩৯ চনত হৈছিল—অসম প্ৰাদেশিক মুছলিম লীগৰ সভাপতি। বৰ অদ্ভুত মানুহ আছিল মৌলানা ভাসানী। নাম-যশৰ প্ৰতি মন নাই, কিন্তু উৎকট অসমীয়া ভাষা-বিদ্বেষী।

হিন্দুকতো চকু পাৰি দেখিব নোৱাৰে। আচাপিনে ভাৰত বা পাকিস্থান—কাৰো লগতে তেওঁৰ ৰাশি-যোৰা নাহে। কিসান ৰাজৰ কথা কয়, কিন্তু হিন্দু কিসানক দেখিব নোৱাৰে। কলহীপাৰৰ জামবাৰীত হিন্দু কিসান আৰু মুছলমান কিসানৰ মাজত যি ৰণ লাগিছিল, তাতো তেওঁৰ ভূমিকা কম নাছিল। হিন্দু কিসানৰ নেতা আছিল বকোৰ নবীন কলিতা।"

মই আজি জানো, অম্বিকাগিৰি ৰায়চৌধুৰীয়ে ইয়াৰ বিৰোধিতা কৰিছিল।

'ডেকা অসম' পত্ৰিকাত তেওঁ কলম চলাইছিল।

কলহীপাৰৰ ছমৰীযাক লৈ সম্পাদকীয় লিখিছিল।

কিন্তু লাভ একো নহ'ল।

ছমৰীযাই বিদেশীৰ টিঘিল-ঘিলনি চাই থাকিল।

ভাসানী চৰ বৰ্ত্তি থাকিল।

সেই ভাসানী চৰৰ পৰা গৰৈমাৰী চৰত আহি থাকিবলৈ লোৱা তিনিটা বিদেশী পৰিযালক পাকিস্থানলৈ মই ঘূৰাই পঠাইছিলোঁ। অথচ তেতিয়া কোনো আন্দোলন হোৱা নাছিল। চৰকাৰী নীতিতে পৰিযাল তিনিটা বিতাড়িত হৈছিল। ১৯৬২ চনত অসম কংগ্ৰেছৰে কিছু নেতাই এই নীতি ৰচিছিল। কেন্দ্ৰীয় চৰকাৰে তাত স্বীকৃতি জনাইছিল। বিদেশী বহিষ্কৰণ আৰম্ভ হৈছিল। মই আজি বুজিছোঁ, মতিবৰহঁতক এই নিৰ্দেশৰ বলতে বহিষ্কাৰ কৰা হৈছিল। কিন্তু চৰকাৰী হেমাহিৰ বাবেই পূৰ্ণ বহিষ্কৰণ সম্ভৱ নহ'ল। বাতৰি কাকত সমূহে সাৱধান কৰি দিছিল ঃ এই হেমাহিৰ বাবে অসমত অচিৰেই অসমীয়া-পমুৱাৰ সংঘৰ্ষ হ'ব। দৈৱচন্দ্ৰ তালুকদাৰে তেওঁৰ 'অপূৰ্ণ' উপন্যাসত, 'লহঙা' নাটকত এই পমুৱা পৰিস্থিতিৰে ভয়াবহ কথা লিখিছিল। কিন্তু অসমৰ নেতা ক্ষমতাৰ দম্ভত অন্ধ। অসমৰ বাৰশ শিক্ষকৰ চাকৰিৰ পৰা বৰ্খাস্ত কৰি তেতিয়াৰ শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱা আত্মগৌৰৱত আত্মহাৰা—"অসমৰ বাৰশ কুকুৰক

চাকৰিৰ পৰা বৰ্খাস্ত কৰিলোঁ, এটা কুকুৰেও নুভুকিলে।" মথুৰা পণ্ডিতো সেই 'বাৰশ কুকুৰ'ৰে এটা হোৱাত অখ্যাত স্বাধীনতা যোদ্ধা মোৰ আতাৰ পত্নী আবুৰে উচাট্-বিচাট্ কৰিছিল, "এমাখান অহং-ভাতাৰা কথা ষুন্বাক লেগি আমাৰ বাপিযাক হাতে দেশখান চাধীন কৰ্বা ষাৱা নাছিল।"

মহিমাবাইৰ আগত কৈ পঠাইছে, সোনকালে কিবা এটা নহলে মোৰ সেই আবুও আহিব মোৰ কাছাৰীত সত্যাগ্রহ কৰিবলৈ। মহিমাবাযে কৈছে, সত্যাগ্রহ কৰিবলৈ মথুৰা পণ্ডিতো আহিব। থলুৱা বুৰঞ্জীৰ ভঁড়াল মথুৰা পণ্ডিত। দেৱকান্ত বৰুৱাৰ 'বাৰশ কুকুৰ'ৰ এজন।

আনহাতে পণ্ডিতক 'কুকুৰ' বনোৱা দেৱকান্ত বৰুৱা আজি নিমাত। আবিদা আহমদৰ দৰেই তেৰোঁ নগাৱঁলৈ নিৰ্বাচনী মনোনযন-পত্ৰ দাখিল কৰিব আহিছিল। ৰাইজে ঘেৰাও কৰিছিল। ৰজাখেদা নগএাই আন্দোলনৰ ৰেহু ৰচনা কৰিছিল। আকৌ কানত পৰিল, সিপিনৰ মানুহঘৰৰ পৰা ভাঁহি অহা ল'ৰা-ছোৱালীহঁতৰ কণ্ঠস্বৰ ঃ

"ৰণতে ৰণ জিনি দুৰুগা ঐ
বিদেশী খেদিব যাওঁ।"

আকৌ—

"এ জনে, উনৈশ ঊনাশী চন
অসমে কৰে আন্দোলন,
বিদেশীৰে ভৰে আমাৰ অসম
নেদুনেদু[২৬] সোনৰ অসম।"

প্ৰাণজিতৰ চিঠি এখনলৈ মনত পৰিল। সোনাপুৰৰ এচ. ডি. চি. সি। বিশ্ববিদ্যালয়ত একেলগে পঢ়িছিলোঁ। সি লিখিছে ঃ "এইবাৰ নামনি কলহীৰ চৰ অঞ্চল দেখুৱাই তই মোৰ মহৎ উপকাৰ

২৬। নিদিওঁ, নিদিওঁ।

কৰিলি। সেই মানুহখিনি দেখোন আমাৰেই মানুহ। মইতো জনা নাছিলোঁ আমাৰ লগত পঢ়া নুৰুল সেই চৰ অঞ্চলৰে লৰা। তাৰ কথা কেইষাব এতিয়াও মোৰ কানত বাজি আছে—“মোৰ জন্ম অসমত। বাবা আহিছিল পাকিস্থানৰ পৰা। ভাসানীয়েই আনক বা ছাদুল্লায়েই আনক, বাবা এতিয়া অসমীয়া। সেই বাবাৰ লৰা মই অসমীয়া অনাৰ্চৰ গ্ৰেজুৱেট। অবৈধ বিদেশীক বাবাইও ৰেয়া পায়, ময়ো বেয়া পাওঁ।”

সি আকৌ লিখিছে—“ৰাজাপাৰা আৰু নগৰ বেৰা অঞ্চলৰ নেপালীসকলৰ কথা ও পাহৰি যাব নোৱাৰিম। তেওঁলোকেও সত্যাগ্ৰহ কৰিছে। ‘কলহী কলেজ’ৰ অধ্যাপক ডম্বৰু বাহাদুৰ ক্ষেত্ৰীক লগ পাই আৰু বেছি মোহিত হ’লোঁ। অসমৰ নেপালী সম্বন্ধে কি বিজ্ঞানসম্মত মতবাদ তেওঁৰ। “নেপালী মানুহে অসমীয়াৰ লগতে স্বাধীনতা-সংগ্ৰাম কৰিছিল, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যৰ ‘মৃত্যুঞ্জয়’ উপন্যাসে এই কথা অন্ততঃ ধৰি ৰাখিছে, তেওঁ কৈছিল, “পিছে ড. ভূপেন হাজৰিকাই আমাৰ নেপালীক কেৱল প্ৰেম কৰাহে দেখিলে—তেওঁৰ এটি গীতত, গধূলি পৰত নল বাহাদুৰৰ কাঞ্চীজনীৰ গাইজনী কপিলী খুটিত হেৰাই থাকিল, নল বাহাদুৰে বিচাৰি দিলে, দুয়োৰে প্ৰেম। নলবাহাদুৰহঁতৰ শোষণ আৰু পৰিশ্ৰমৰ ছবিৰ ঠাইত সহজলভ্য ৰোমান্টিক ভাবালুতা। ঠিক যেন মধ্যযুগীয় হিন্দী কবি মতিৰামৰ কবিতা। মতিৰামৰ ৰাধাই গধূলি বেলিকা তাইৰ গাইজনী হাবিৰ মাজলৈ খেদি দিয়ে—তাৰ পিছত কৃষ্ণক গাই বিচাৰি বলৈ লগ থৰে। উদ্দেশ্যঃ হাবিৰ মাজত কৰিব পৰা প্ৰেম-প্ৰীতি।” প্ৰাণজিতে আকৌ লিখিছে, “কালি তেওঁৰ চিঠি এখন পালোঁ। উপন্যাসখন লিখি বোলে শেষ কৰিলে। অসমৰ নেপালীক লৈ লিখা প্ৰথম উপন্যাস। পঠভূমি নগৰবেৰাৰ ওচৰৰ কলহী পৰীয়া নেপালী গাওঁ এখন। অসহযোগ আন্দোলনৰ সময়ৰে পৰা এই নেপালী গাওঁখন সমন্বয়ৰ সঙ্গীতও কেনেকৈ মিলি গ’ল—

উপন্যাসখনৰ মূল বক্তব্য এইটোৱে। তেওঁ লিখা মতে সকলো অসমীয়া নেপালীৰ অতীত, বৰ্ত্তমান, কৰ্ত্তব্য আৰু ভৱিষ্যৎ উপন্যাসখনত বৰ্ণিত হৈছে। ছবিলাল উপাধ্যাযৰ হাতত উপন্যাসখন অৰ্পন কৰিছে। উপাধ্যায় ডাঙৰীযাই এই গাওঁখনৰ নেপালী সকলক বোলে বুজাই ছিল—"দুৰ্ভিক্ষ, ৰাষ্ট্ৰ বিপ্লব আৰু শ্মশানত যি লগনেৰে, তেওঁহে আচলবান্ধৱ। আমি অসমলৈ আহিছোঁ অসমতে থাকি যাম। আমি অসমৰ, অসম আমাৰ। অসমৰ মানুহে যি ৰাষ্ট্ৰ বিপ্লৱ ঘটাব খুজিছে, আমিও তাৰ অংশীদাৰ।" ক্ষেত্ৰীৰ উপন্যাসৰ নাযকে পুলিচৰ গুলি খাই মৰিবৰ পৰত এই কথাখিনিকে বোলে কয়। তই নিশ্চয জানা যে বিহালী নিবাসী এই গৰাকী পুৰুষকে কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ আৰু দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাই 'আসন্ন কুৰুক্ষেত্ৰ ৰণৰ সেসাপতি' আৰু 'অসমব জগ্ৰত চেতনাৰ মূৰ্ত্ত প্ৰতীক' আখ্যা দিছিল। উপাধ্যায ডাঙৰীযাই আছিল, ১৯২০ চনত গুৱাহাটীত বহা 'আসাম এছোচিযেশ্যন'ৰ সভাপতি। সেই সময লৈকে এই অনুষ্ঠানটোৰ যোগেদিযে অসমৰ ৰাইজব কন্ঠস্বৰ ধ্বনিত হৈছিল। ১৯০৩ চনত এই এছোচিযেশ্যন গঠিত হৈছিল। অনুষ্ঠানটোৱে গুৱাহাটীৰ সেই সভাতে ভাৰতীয জাতীয কংগ্ৰেছৰ লগত চামিল হোৱাৰ সিদ্ধান্ত লৈছিল। ভাৰতৰ জন-সমুদ্ৰৰ লগত লুইতক মিলাই দিযাৰ এই সন্ধিক্ষণত উপাধ্যায ডাঙৰীযা আছিল আমাৰ অন্যতম কাণ্ডাৰী। গতিকে ইংৰাজে উপাধ্যাযক হাত কৰাৰ চেষ্টা কৰিছিল। পাঁচশ টকীযা মাহিলি বৃত্তিৰ লগত আৰু কিবাকিবি যাচিছিল—"তুমি আৰু কি স্বাধীনতাৰ লড়াই কৰা ? তুমি নেপালী, নেপাল এখন স্বাধীন দেশ। তুমি দেখোন স্বাধীন হৈযে আছা।" দৰঙৰ এচ. পি. যে বুজনি দিছিল। পিছে উপাধ্যায়ে কৈছিল, "নেপাল যে এখন স্বাধীন দেশ, সেইটো ঠিক। কিন্তু নেপালখন মই দেখাই নাই। মোৰ জন্ম অসমত আৰু মৰিমো অসমত। মই এই মাতৃভূমিৰ চুকতে খাই বুকুত কামুৰিব নোৱাৰোঁ। ইযাৰ মানুহে

যিটো বিচাৰে, ময়ো সেইটো বিচাৰোঁ। তেওঁলোক যদি স্বাধীন হয়, মযো স্বাধীন হম।" গতিকে উপাধ্যায গৈছিল জেললৈ। অথচ এই পৰিযালটো অসমলৈ আহিছিল মাত্র ১৮৫০ চনত। পূব নেপালৰ উৰোওঁতা গাৱঁৰ পৰা। ১৮৮২ চনৰ ১২ মেত ছবিলাল উপাধ্যায়ৰ জন্ম।" প্ৰাণজিতে চিঠিৰ সামৰনি মাৰিছে এনেদৰে ঃ "আমাৰ নেতৃবৃন্দ নিমাতাছাত্র ছাত্রীসকল পঢ়াশালি এৰি ওলাই আহিল ৰাজ পথলৈ। ইপিনে দেৱকান্ত বৰুৱাই বিদেশীৰ নতুন সংজ্ঞা ডাঙি ধৰিছে ঃ অসমৰ পৰা যদি বিদেশী খেদিব লাগে, তেন্তে আহোম সকলক প্ৰথমতে খেদিব লাগিব, আহোম সকল অসমৰ প্ৰথম বিদেশী। লাগে যদি লাগক আহোম আৰু অনা-আহোমৰ কাজিযা। ডিভাইড এণ্ড ৰুল পলিচি। কিন্তু অসমৰ মানুহ ইমান বুৰ্বক হৈ থকা নাই। অ' ইন্টাৰেষ্টিং। সাহিত্যৰ মাথা মুণ্ড নুবুজা মোৰ শ্ৰীমতীৰ মতে দেৱকান্ত বৰুৱাৰ শেষ কৱিতাফাঁকি কি জান, ইন্দিৰা গান্ধীৰ বন্দনা ঃ

"ইন্দিৰা তেৰে শাম কী জয,
ইন্দিৰা তেৰে সুবহ কী জয।"

আঞ্চলিক ভাষাৰপৰা ৰাষ্ট্ৰভাষালৈ উন্নযন। একেবাৰে ৰাষ্ট্ৰ কৰিব।

## তিনি

ৰাজেনে দি যোৱা চাহকাপত শুই শুয়ে পোহা মাৰিলোঁ।

প্ৰাণজিতৰ লগত চিনাকি হোৱা প্ৰথম দিনটোলৈ মনত পৰিল। মনত পৰিল, তাৰ লগত এই কলহী পাৰত কৰা প্ৰথমটো যাত্ৰাৰ কথা ঃ

বিশ্ববিদ্যালযত নিৰ্বাচনৰ বতাহ বলিছিল। ভোট খুজিবলৈ বহু প্ৰাৰ্থীযেই আহিছিল আৰু গৈছিল। কিন্তু মই অবাক হৈছিলোঁ, প্ৰাণজিৎ সিঙক দেখি। পাগুৰী মৰা এটা পাঞ্জাবী ল'ৰা, সি থিয় হৈছে আলোচনী—সম্পাদকৰ বাবে। কি মৰসাহ। আনহাতে বৰ আমোদ পাইছিলোঁ, তালৈ চাই। লগৰ কেইজনমানে মন্তব্য কৰিছিল, "সম্পাদনা কৰি ই ফলাব। অসমিযা সাহিত্যৰ 'অ'টোও জানেনে সি ?" আমাৰ দলটোৰ কাৰো ভোটেই সি নাপালে। কিন্তু আমাক অবাক কৰি দি প্ৰাণজিৎ নিৰ্বাচিত হ'ল। প্ৰবীণে মন্তব্য কৰিছিল, "আমাৰ এই গ্ৰেজুৱেটগাল পাগল হ'লনেকি ? এখন অসমীযা আলোচনী এই পাঞ্জাবীটোৱে সম্পাদনা কৰিব কেনেকৈ ?" প্ৰশ্নটোৰ উত্তৰ বিচাৰি প্ৰাণজিতৰ অজ্ঞাতে মই তাৰ কাষ চাপিছিলোঁ। কিন্তু কথা পাতি আৰু বেছি অবাক। অসমীযা এম-এ পঢা প্ৰবীণ-হ'তক অসমীযা সাহিত্যৰ ক্ষেত্ৰত ঢোকে ঢোকে পানী খুৱাব অৰ্থ-নীতিত এম-এ পঢা প্ৰাণজিৎ সিঙে। খুব কম সময়ৰ ভিতৰতে আমাৰ মাজত বন্ধুত্ব গঢি উঠিছিল। অকপট চিত্তে মই তাক ভোট নিদিযাৰ কাৰণ স্বীকাৰ কৰিছিলোঁ। তাৰ কিবা এটা হৈছিল। মোক সাৱট মাৰি ধৰিছিল। তাৰ পিছত কৈছিল, "আপুনি বোধহয় জানে, বৰ কোলাই সৰ্ববৃহৎ অসমীয়া শিখ গাও। মোৰ ঘৰ লঙ্কাত, তাতো বহু শিখ আছে। লঙ্কা আৰু বৰকোলাৰ তিনজন শিখ ডেকা অসমজোৰা ভ্ৰমণ এটাত ওলাইছে—অসমৰ প্ৰতিঘৰ শিখৰ

ঘৰলৈকে যাব, সেই অভিজ্ঞতাৰে 'অসমত শিখ' বিষয়ক কিতাপ এখন লিখিব। কাইলৈ আপোনালোকৰ ছয়গাঁও হৈ গোৱাল পাৰালৈ যাব। ৰামপুৰৰ কাষতে থকা তেজপুৰ নামৰ গাওঁখনত সোমাব। অনীতাৰ শিল্পী গুনদা কোঁৱৰ শাহৰেকৰ ঘৰ বোলে তাত। ময়ো যাম আপুনিও ওলাব।

প্ৰাণজিতৰ কথা মই পেলাব পৰা নাছিলোঁ। পিছদিনা ন বজাত চাৰিজন শিখ ডেকাৰ লগত মই বহি পৰিছিলোঁ তেওঁ লোকে অনা এম্বেছাদৰত।

—"এইখন কি ঠাই ?

পালোঁ আহি আমি কি ?" প্ৰাণজিতে মোৰ অনুদিত কবিতাৰ আবৃত্তি কৰি কৈছিল, "সন্ধ্যাচল'ত আপোনাৰ কবিতালানিৰ অনুবাদ মোৰ বেচ ভাল লাগিছে। 'ঘাঁহনি' নাম দি কার্ল ছেণ্ডবার্গৰ 'গ্ৰাচ' কবিতাৰ এই দুটি শাৰী আপুনি বঢ়িযা ভাঙিছে।"' তাৰ পিছতে সি প্ৰায চিঞৰি উঠিছিল, "আঃ কি অপূৰ্ব। কিমান যে ঘোগ চৰাই। একে লগে পৰি আছে।"

প্ৰাণজিৎ হ'তক থলুৱা বুৰঞ্জী অলপ শুণাবলৈ হঠাতে মোৰ বৰ মন গৈছিল, "এইটো দীপৰ বিল। তাৰেই বুকুত কেইটামান মাথোন ঘোগ চৰাই। তাতেই আপুনি মোহিত। কিন্তু মহাৰাজ নৰনাৰাযণ আৰু চিলাৰাযে দীপৰৰ পাৰতে দেখিছিল, লেখিব নোৱাৰা ঘোগ চৰাইৰ জাক। লগত আছিল ডিমৰুৱাৰ বন্দী ৰজা পাম্থেশ্বৰ। পাম্থেশ্বৰৰ দুখত সমস্ত ঘোগম্ৰিযমান। নাখাই নবৈ পৰি আছিল গছৰ ডালে ডালে। তাৰে কিছুমান ঘোগ আহিছিল ডিমৰুৱাৰ পৰা। পুবে জাগীৰোড—তৌতিযাৰ গোভা ৰাজ্য, পশ্চিমে দিচপুৰ—তৌতিযাৰ বেলতলা ৰাজ্য ঃ জাগীৰোড—দিচপুৰৰ মাজত এই ভূমিভাগেই আছিল ডিমৰুৱা ৰাজ্য। ম্ৰিয়মান ঘোগবোৰ নৰনাৰাযণৰ চকুত পৰিল। নৰনাৰায়ণক কোৱা হ'ল ডিমৰুৱা ৰজাক বন্দী কৰি অনা বাবেই ঘোগবিলাকে তেনেকুৱা কৰিছে। কাৰণ

ডিমৰুৱা দেশত ৰজাই মাছ মাৰা নিষেধ কৰি থৈছে। সেই নিষেধাজ্ঞাৰ ফলত ঘোগাবিলাকে দবনি পিটি মাছ খাব পায়। ৰজাকো বৰ ভাল পায়। চৰাইৰ কাৰণেও যি ৰজাই ভাবিব পাৰে, তেওঁ আচলতে ধাৰ্মিক। নৰনাৰায়ণে ডিমৰুৱা ৰজাক আৰু বন্দী কৰি ৰাখিব নোৱাৰিলে।"

—"বাঃ কি বঢ়িয়া উপাধি—যখৰীয়া—সেই চাইন-বোৰ্ডখনত।" জগজিৎ সিঙে কৈছিল।

—"অ' আমি আহি গধুলি বজাৰ পালোঁ।" মই কৈছিলোঁ, "শৰাইঘাটৰ যুদ্ধৰ সময়ত অস্থায়ী যখাৰৰ কাৰখানা এটা মজা হৈছিল ইয়াতে। ইয়াৰ যখৰীয়া উপাধিৰ মানুহখিনি সেই বুৰঞ্জীৰ সাক্ষী। এতিয়াও যখাৰ বনোৱা মানুহ এই অঞ্চলত আছে। এই ঠাই তাহানিৰ ৰাণী ৰাজ্যৰ অন্তৰ্গত। সেই যে বাটটো দেখিছে, শিল দিয়া বাট, সেই বাটেৰেই যায ৰাণীলৈ। গুৱাহাটীৰ মিউজিয়ামত হাতীৰ গাড়ীৰ ধুৰা এডাল আছে—সেই ডাল ৰাণী-ৰাজ্যৰ হাতী-গাড়ীৰ ধুৰা।"

—"অদ্ভুত কথা। হাতীৰ গাড়ী।" গাড়ী চলাই অহা সনাতন সিঙৰ মুখেৰে আপুনা-আপুনি যেন ওলাই আহিছিল।

—"ঠাকুৰীয়া' কিছুমান অদ্ভুত কথা শুনাবলৈ লৈছে কিয?" বহু সময় ধৰি মনে মনে অহা নিৰঞ্জন সিঙে কৈছিল।

—"কোনো অদ্ভুত কথা মই শুনোৱা নাই। বুৰঞ্জীৰ কথাকে কৈছোঁ। ৰাণী এখন ঐতিহাসিক ৰাজ্যাচান্দ ডুবিক সামৰি আছিল বৰদুৱাৰ ৰাজ্য। বৰদুৱাৰ ৰাজ্যৰ লোহাৰ ঘাটত লো পোৱা গৈছিল। ছয়গাঁওবা চম্পকৰ চন্দ্ৰধৰ সদাগৰে সেই লো নি শ্ৰীলঙ্কা আদিত বেচিছিল। লোহাৰ ঘাটৰ চলাৰেই হাতী-গাড়ীৰ ধুৰা বনোৱা হৈছিল। চন্দ্ৰধৰ সদাগৰে শ্ৰীলঙ্কা আদিৰ পৰা অনা লোন ৰাণী-ৰজাই কিনি সেই গাড়ীৰে নিজ ৰাজ্যলৈ নিছিল।" অলপৰৈ মই পুনৰ কৈছিলোঁ, "লোনৰ ঋণ আদায় কৰিবলৈ এই ৰাণীয়েদি এবাৰ

এফোজ ফিৰিঙিও আহিছিল। ফৌজটোৰ নেতা আছিল লিয়ৰ চাহাব। তেওঁ ৰাণীৰ পৰা উত্তৰে আহি পাণ্ডু-শৰাইঘাট পাইছিল। ১৭৭৭-৭৮ চনত। বৰ একা-ঢেকা মানুহ আছিল লিযৰ। তেওঁ শিৰৰাম বৈৰাগী আৰু জগন্নাথ সৰকাৰ নামৰ দুজন মানুহৰ পৰা পাব লগা লোনৰ বাকী বিচাৰি গুৱাহাটীৰ বৰফুকন আৰু আহোম স্বৰ্গদেউৰ লগত ফেৰ্পেৰি পাতিছিল।"

আমি গমেই পোৱা নাছিলোঁ নিৰঞ্জন সিঙে গীত আৰম্ভ কৰিছিল ঃ

"ককাই মহঙীযা মহঙলৈ নাযাবি
নাখাওঁ ডোখৰীযা লোন,
ক'ৰবাত কেনেবাকে' পাহাৰ খহি মৰিবি
তোৰ হৈ কান্দিব কোন ?"

আকৌঃ

"ধন মহঙলৈ গ'ল
মাটি ভাৰ সলাই লোণভাৰ আনিলে
ঘৰ মোচিবলৈ হ'ল।"

—"হয হয ঠাকুৰীযা," নিৰঞ্জন সিঙেই কৈছিল, "লোনকণৰ বাহিৰে আমাৰ সকলো আছিল। শদিযাৰ মহঙত থকা লোন-পুঙেৰে আমাৰ নাটিছিল।"

—"মহং হাটৰ লোনো আমাৰ ইযালৈ আহিছিল," মই কৈছিলোঁ, "আমি যে দীপৰ বিল দেখি আহিলোঁ, তাৰ বুকুৰে। লুইতৰ বুকু এৰি খানামুখেৰে মহঙৰ লোন অনা নাওবোৰ দীপৰ বিলত সোমাই ছিল। ৮১৫ চন মানলৈ দীপৰৰ বুকুত এখন ৰাজধানী আছিল— দাবাই। দাবাইৰ ভগদত্ত বংশী ৰাজৰংশৰ তিনিজনী কন্যা—ধৰ্মযন্তী, অয়ন্তী আৰু জযন্তী। মহা পৰাক্ৰমী ধৰ্ময়ন্তীযে নতুন এখন ৰাজ্য পাতিছিল, গাৰোসকলক দমন কৰি—ৰাজ্যখনৰ নামকৰণ কৰিছিল জীয়েক 'ধনীৰাণী'ৰ নামেৰে 'ৰাণী' বুলি। তেওঁৰ আগতে অসমত

কোনো অসমীয়া নাৰীয়ে ৰাজ্য চলোৱা নাছিল। তেওঁৰেই নাতি ধনীৰাণী-পুত্ৰ মানসিংহই আহোমৰ হকে মুছলমানৰ লগত ভীষণ-ভাৱে খুঁজিছিল। আহোম ৰজা তেওঁৰ বীৰত্বত মোহিত হৈছিল— ধাৰাপুৰ, আগছিয়া, মাজগাঁও, গড়ল আৰু কাঁহীকুচি নামৰ গাঁও-কেইখন দি মানসিংহক মৰম জনাইছিল। অ' এযা, আমি আহি কাঁহীকুচি পালোঁ। অসম কৃষি-বিশ্ববিদ্যালয়ৰ অংশ এটা থাপিত হৈছে কাঁহীকুচিত। গাতে লাগি আছে বৰঝাৰ বিমান-কোঠ।"

—"ধাৰাপুৰ পাই আহিলোঁ, গড়লো দূৰৰ পৰা দেখুৱাই আহিছে, কিন্তু আগছিযা—বৰপোযেটিব পোযেটিক লাগিছে নামটো।" প্ৰাণজিতে কৈছিল।

—"আমাৰ গাড়ী গড়ল আৰু আগছিযা হৈও যাব পাৰিলে হেঁতেন। আগছিয়াৰ মাজিব গাৱঁতে আমি লগ পাব পাৰিলোঁ হেঁতেন এজন নাট্যকাৰ আৰু ঔপন্যাসিকৰ নাম শ্ৰীমেদিনী ঠাকুৰীযা। মই বুজি নাপাওঁ, অসমীযা সাহিত্যৰ অধিকাংশ ইতিহাস-লিখতে তেওঁৰ নামটোকে কিয নলয। অথচ তেওঁৰ সাহিত্যিক বৰঙনি ওলাই কৰিক লগা নহয। চৈধ্য বছৰ বযসতে মান আক্ৰমণৰ পটভূমিত তেওঁ 'কৰুণা' উপন্যাস লিখিছিল। ১৯৪০ চনত প্ৰকাশ কৰে এই অঞ্চলৰ বহু-অভিনীত নাট 'কলিঙ্গবিজয'। 'মোক ভোট দিয়ক', 'দেশৰ মাটি', 'ব্লেকমাৰ্কেট,' 'কুৰিশতিকাৰ কালিদাস' আদি শ্ৰীঠাকুৰীযাৰ অন্যান্য নাটক। অ' ৰব, এই মাজিৰ গাৱেঁ আৰু দুজন লিখক আমাক দিছে। কুমুদ গোস্বামী আৰু আদ্য গোস্বামী। দুযো-ভাই-ককাই। আদ্য গোস্বামীৰে সমসাময়িক বাটৰহাটৰ দেবেন্দ্ৰপতি গোস্বামী, তেজপুৰৰ বিপিন দাস কাৰু সাপৰ টাৰীৰ ৰামচৰণ ঠাকুৰীযা। প্ৰথমজন কবি, দ্বিতীয জন নাট্যকাৰ, তৃতীযজন আলোচক।"

—"এইখন কি ঠাই ?
পালোঁ আহি আমি কি ?"

প্ৰানজিতৰ গলগলীয়া কণ্ঠত মোৰ অনূদিত কবিতাৰ পুনৰাবৃত্তি।

—"আমি আহি মালীআতা পালোঁ। জালুকবাৰীৰ পৰা প্ৰায় বাৰ কিলোমিটাৰ দূৰত।" থলুৱা বুৰঞ্জী কৈ সিদিনা সঁচাই মোৰ ভাল লাগিছিল।

—"কতা ? চাইনবোৰ্ডত দেখোন মিৰ্জা বুলিহে লিখা আছে ?" সনাতন সিঙে সুধিছিল।

—"এতিয়াৰ না মিৰ্জা। পুৰনি নাম মালী-আতা। মানুহৰ মুখত পৰি হৈছিল মাইলাতা'। মালী আসা এজনৰ আশ্ৰম আছিল এইখন। ১৯৬০ চনত অসম সাহিত্য সভা বহিছিল ইযাত। ত্ৰৈলোক্যনাথ গোস্বামীৰ সভাপতিত্বত। ব্ৰহ্মপুত্ৰই পলাশবাৰীখন খহোৱাৰা পিছত মিৰ্জাতে 'নতুন পলাশবাৰী' পতা হৈছিল। কিন্তু নতুন পলাশবাৰী নাম এতিয়া তল পৰিল।"

"পিছে মালী-আতাৰ ঠাইত মিৰ্জা হ'ল কেনেকৈ ?" জগজিৎ সিঙে সুধিছিল।

"জাহাংগীৰৰ সেনাপতি মিৰ্জানাথনৰ নামেৰে", মই কৈছিলোঁ, "ইযাৰ পৰা চাৰি কিলোমিটাৰ উত্তৰৰ হালি গাৱঁত তেওঁ ৰণ কৰিছিল। হালি গাৱঁৰ যুদ্ধখন বৰ ডাঙৰ যুদ্ধ আছিল। দক্ষিণ কামৰূপৰ ওঠৰজন ৰজাই তাত নাথনৰ বিৰুদ্ধে যুদ্ধ কৰিছিল। যুদ্ধত ।" মই শেষ কৰিব নাপালোঁ, প্ৰাণজিতে আকৌ সুধিছিল :

"এইখন কি ঠাই ?
পালোঁ আহি আমি কি ?"

—"এইখন মনিযাৰি তিনি আলি। মিৰ্জাৰ পৰা প্ৰায় চাৰি কিলোমিটাৰ আহিলোঁ। এই ঠাইতে হৰিগুৰু আতৈয়ে বাস কৰিছিল। এবাৰ বোলে শঙ্কৰদেৱৰ পেট চলিছে, আনপিনে ভীম একাদশীৰ ব্ৰত, গা-অসুখ বাবে আনদিনা ৰাতিও একো খোৱা নাই। গুৰু পত্নীয়ে মাধৱদেৱক কলে, "আতপ জহাচাউল এপহা দুধত পাক কৰিবলৈ কি বোলে ? দধি অন্নত দোষ নাই যেন দেখো।" মধৱদেৱে

কলে, “বোলে মাতৃ, কব নপাৰো, সিদিনা খাঁওছে আমাক।” পিছে শঙ্কৰদেৱক সেই কথা কোৱাৰ ভাৰ ললে হৰিগুৰু আতৈয়ে। আতৈয়ে কবলৈহে পালে, গুৰুজনাই মস্ত এটা ধমক লগালে। আতৈ হুহুকি আহি পানীপতাত পৰি আছিল। ৰাতি দুপৰ যোৱাতহে গুৰুজনাই সেই কথা গম পাই তুলি অনাইছি, “তৈতিয়াৰে পৰা নগৈ কি কৰিছিল, তাত পৰি ?” এই জনা হৰিগুৰু আতৈক কণা বুলিলে মানুহ সচাঁই বোলে কণা হৈছিল। শঙ্কৰদেৱে সেযে তেওঁক ‘দুৰ্বাসা’ আখ্যা দিছিল।” মই আকৌ নাথন-প্ৰসঙ্গ লৈ ঘূৰি আহিছিলোঁ, “এই মনিযাৰিতে থলুৱা-বাহিনীৰ নেতা সম্বৰু কাযস্থ আৰু ৰজা বলদেৱে নাথনক বেযাকৈ পাকত পেলায়। এওঁলোক আহিছিল হেঙেৰাবাৰী আৰু বেলতলা ৰাজ্যৰ পৰা। এওঁলোকে গৰিলা যুদ্ধৰ পৰামৰ্শ আগৱঢায। দক্ষিণ কামৰূপৰ ওঠৰজন ৰজাৰ সৈন্যাই সেই পৰামৰ্শ মানি লয। গতিকে মনিযাৰিৰ আশে-পাশে থকা পাহাৰী নিজৰাবোৰ ৰাতিৰ ভিতৰতে নাথনৰ কোঠৰ ফালে বৱাই দিযা হয। নাথনৰ কোঠৰ কেউকাষ আঠুৱনি পানীৰে ভৰি পৰে। তেওঁৰ সৈন্য ভযত কম্পমান। কচুকটা দিযা হয মোগলৰ সৈন্যক। তথাপি জয হ’ল নাথনৰে। নতুন সৈন্য আহি পোৱা বাবে। ঠাযে নাম পালে মিৰ্জা—মিৰ্জা নাথনৰ নামেৰে।”

—“আৰু কিবা বুৰঞ্জী কয ঠাইখনে ?” প্ৰাণজিতৰ কাব্যসনা প্ৰশ্ন।

“অনেক বুৰঞ্জী কয অঞ্চলটোৱে। পলাশবাৰী নাম পোৱাৰ আগতে এই ঠাইৰ নাম আছিল ‘আনা-হাট’। পাহাৰৰ হানা অৰ্থাৎ গাৰোসকল নাহিলে এই হাট নচলিছিল। হানা-হাটলৈকে আহিছিল দুজন পৰ্টুগীজ ভ্ৰমণকাৰী—ফাডাৰ ষ্টিফেন কাচেলা আৰু ফাডাৰ জ’ন কাব্ৰেল—১৬২৬ চনৰ অক্টোৱৰ মাহত। ভ্ৰমণৰ উদ্দেশ্য আছিল কাঠৰ সন্ধান, বোধহয় সুগন্ধি কাঠৰ। আহিছিল পাণ্ডুৰ পৰা, ধুনিয়া দুটা যোৱাত উঠি। এই অঞ্চলৰ মাটিত প্ৰথম ইউৰো-

পীয়ান।” সাম্মান্য বৈ মই পূনৰ কৈছিলোঁ, “বূৰৰ যূদ্ধৰ বৃটিছ সেনাপতি লৰ্ড ৰবৰ্টেছো আহিছিল পলাশবাৰীলৈ। ‘সেনামূখী ফ্লেট’ নামৰ জাহাজত উঠি। পলাশবাৰী ঘাটত গোবিন্দৰাম চৌধূৰীক দেখি সূধিছিল, আপকোন মূলক কা ৰাজা ?’ গোবিন্দৰামে সবিনয়ে উত্তৰ দিছিল—তেওঁ এই অঞ্চলৰ তহশীলদাৰ, ১৮৮৩ চনৰ পৰা, তাৰো আগতে ১৮৭১ চনৰপৰা কামৰূপ জিলাৰ খাজাঞ্চী, প্ৰায় সমগ্ৰ দক্ষিণ কামৰূপৰ ৰাজহ-শানৰ ভাৰ তেওঁৰ ওপৰত, বৃটিছ-বাহিনীক ভূটান যূদ্ধত ৰছদ-পাতি দি সহায় কৰিছে, কমিচনাৰ কিটিংচ চাহাবে মহাৰাণী ভিক্টোৰিযাৰ নামত প্ৰশংসা-পত্ৰ তেওঁক দিছে। ৰবাৰ্টছে লিখিছে ঃ ‘মই লগ পোৱাসকলৰ ভিতৰত তেৱেঁই সূচতুৰ থলূৱা বিষযা।’[১]

লক্ষ্মীনাথ বেজবৰূৱাই মোৰ জীৱন সোঁৱৰন’ত সূঁৱৰিছে, ‘হেজাৰৰ ভিতৰত গোবিন্দৰাম চৌধূৰী চুকত পৰা মানূহ।’[২] হাদিৰাচকীৰ চকীযাল হৰিপ্ৰসাদ চৌধূৰীৰ ল’ৰা তেওঁ জীৱন কাল ঃ ১৮২৬ৰ পৰা ১৮৯৬। গূণাভিৰাম বৰূৱাই ও এওঁলোকৰ কথা লিখিছে। এওঁলোকৰ উপৰি পূৰূষ বিজয় সিংহ সৰদাৰ মোগল বিৰোধী ৰাজপূত বীৰ। অসমলৈ অহিছিল চিলাৰাযৰ লগত। চিলাৰাযক লগ পাইছিল আকবৰৰ ৰাজসভাত। ধাত্ৰী-বিদ্যাৰ প্ৰথম অসমীযা পূথি ‘সূতিকা পটল’ৰ লিখক এই গোবিন্দৰাম চৌধূৰী!”

“গোবিন্দৰাম কোনোবা বংশধৰ আছে নেকি এতিযাওঁ ? জগজিৎ সিঙে সূধিছিল।

“আমাৰ কাব্য-নাট্যকাৰ প্ৰসন্নলাল চৌধূৰীৰ ককাদেউতাক গোবিন্দৰাম চৌধূৰী। “চৌধূৰীৰ কাব্যৰ বাযূ পলাশবাৰীৰ পৰা

---

১। “He is the most intelligent native officer that I have met.”

২। পৃষ্ঠা—২৪।

ছয়গাৰলৈ খোজ কাঢ়ি অহা-যোৱা কৰোতে সৃষ্টি হৈছিল।" প্ৰসন্নলালৰ জন্ম ১৯০২ চনত, এই পলাশবাৰীত। তেওঁৰ দেউতাক শ্যামলাল চৌধুৰীয়ে বৃটিছ চাহাব এজনক ঠেলামাৰি বগৰাই দিছিল জাহাজৰ মজিয়াত, তেওঁক ঘূচিযাবলৈ অহা অপৰাধত এই পলাশবাৰী ঘাটতে অম্বিকাগিৰি ৰায় চৌধুৰীয়ে ও বৃটিছ চাহাব এজনক ঘূচিয়াইছিল। চাহাবজনে বুঢ়ী এজনীৰ প্ৰতি কৰা অন্যায় চেঙেলীয়া অম্বিকাগিৰিয়ে সহিব পৰা নাছিল।"

—"ইস ৰাম! মানুহ এনেকৈ আহেনে? মানুহেৰে ঠাহ খাই অহা বাচ এখনক বাট দি সনাতন সিঙে কলে, "পান জাপা দিছে দেখোন মানুহক।

"উপায় নাই। বাচেই ইযাত বাহন। দিনটোত ডেৰ শৰ বেছি বাচ চলে, অসমৰ আন কোনো ঠাইত ইমান বাচ নচলে, তথাপি এই অবস্থা। কল-কাৰখানা নাই, গতিকে ৰেলো নাই। মই ৰেল কেতিয়া দেখিছিলোঁ, জানে? মেট্ৰিক দিযাৰ পিছত। কটনত পঢ়িব গৈ। ইয়াৰ শতকৰা নব্বৈজনে ৰেলত উঠি পোৱা নাই, শতকৰা সত্তৰজনে ৰেল দেখা নাই।"

"কল-কাৰখানা একেবাৰে নাই নেকি? নিৰঞ্জন সিঙে সুধিছিল।"

"ইযাৰ মানুহৰ ভাষাত 'দুটামান ধান বানা কল', চাৰিটামান 'বিস্কুট বানাৱা ভাটা', পলাশবাৰীত 'এটা চাবন বনোৱা ঘৰ' আৰু দুটামান 'কাঠফালা মেচিন'—বচ, ইযেই ইয়াৰ উদ্যোগ সভ্যতা। অথচ গোটেইটো অঞ্চলেই কেঁচামালৰ ডাঙৰ এখন সাম্রাজ্য। লক্ষ্মীনাথ বেজবৰুৱাৰ কাঠ-বেপাৰৰ বন্ধু ভোলানাথ বৰুৱাই ও ইয়াত ঘূৰাপকা কৰিছিল। গোবিন্দৰাম চৌধুৰীয়ে যোৱা শতিকাৰ অষ্টম কি নৱম দশকত জিনিং মেচিন ( Gining Machine ) এটা কিনি কপাহ-ব্যৱসায়ত লাগিছিল। মেচিনটো পাতিছিল ছমৰীযাত। এই, ইতিহাস আকৌ ওলায়," মই কৈছিলোঁ, "এই অঞ্চলৰ শিক্ষাৰ কেন্দ্ৰ আছিল চমৰীয়া। কলহী নৈৰ পাৰতে ঠাইখন। জয় সৰস্বতীৰ

পুতেক কবি চূড়ামণি। আচল নাম ভীমসেন দ্বিজ। তেওঁৰ বিখ্যাত সংস্কৃত টোলখন চমৰিযাতে আছিল। 'কবি চূড়ামণি ভীমসেন দ্বিজই অঙ্কৰ কিতাপ এখন লিখিছিল। অনেক ঠাইৰ ছাত্ৰকে চমৰীযা ভৰি পৰিছিল। বৈষ্ণৱ যুগত সৰ্বাধিক গ্ৰন্থ লেখা ৰাম সৰস্বতী তেওঁৰ দ্বিতীয় পুতেক। জানেই, ৰাম সৰস্বতী শঙ্কৰ-দেৱৰ সমসাময়িক। অসমীয়া মহাভাৰতৰ ৰচক।"

"ইমান লিখকৰ জন্ম হৈছে নে ইযাত ?" প্ৰাৰ্ণজিতৰ প্ৰশ্ন।

"এই মনিযাৰি তিনি আলিৰ পৰা প্ৰায় তেৰ কিলোমিটাৰ উত্তৰে এখন গাওঁ আছে– নহিৰা। নহিৰা সত্ৰৰে মানুহ আছিল পযেকীযা 'অৰ্ঘ্য' আলোচনীৰ ফুটীয়া সম্পাদক, কবি আৰু গীতিকাৰ সিংহদত্ত দেৱ অধিকাৰী। ১৮৮৯ চনত তেওঁৰ জন্ম। মৃত্যু হৈছিল মাত্ৰ ছযত্ৰিশ বছৰ বযসত—২ মাৰ্চ, ১৯২৫ চনত। চিলঙত প্ৰায ন বছৰ ধৰি কৰা কেৰাণী চাকৰি এৰি আহি প্ৰেছ—ব্যৱসায়ত লাগিছিল, তেওঁৰ 'অৰুণা প্ৰেছ'ত কাম কৰা হিন্দী ভাষী গোৱৰ্দ্ধন গান্ধীৰ নামতে বৰ্ত্তমান শৰণীয়া পাহাৰৰ নামনিত 'গান্ধী বস্তী' গঢ়ি উঠিছে ড প্ৰফুল্ল দত্ত গোস্বামীৰ পিতৃ তেওঁ। তেওঁৰ ভাযেক দেৱদত্ত গোস্বামী ( দেৱ অধিকাৰী )-এ লিখি থৈ গৈছে 'ভীষ্ম' নামৰ এখন শিশু-পুথি।" অলপ বৈ মই পুনৰ কৈছিলোঁ, "আজি আহিবৰ পৰত আপোনালোকে মই অঁকা ছবিবোৰ চাইছিল তাৰে এখনৰ তলত লিখা আছিল ঃ

'পেঁপাটি মুখত লই গৰখীযা ল'ৰা
গৰু স'তে ঘৰ মুৰা হ'ল।'

এই কবিতাফাঁকি মোৰ নহয়, সিংহদত্তদেৱ অধিক্যৰীৰ। শঙ্কৰ-দেৱৰ সময়ৰ ৰাম ৰাম গুৰুৰ বংশধৰ এওঁ।"

"কিন্তু ছবিবোৰৰ মাজত মোৰ বেছি ভাল লাগিল, মুৰত হোৰা লৈ পাহাৰ বগাই গৈ থকা গাৰো গাভৰুজনী। সেই ছবিখনৰ

—৪

তলতো কবিতা এফাঁকি লিখা আছিল। সেই ফাঁকি কবিতা নিশ্চয় আপোনাৰ।" প্ৰাণজিৎ সিঙে সুধিছিল।

"নহয়, সেই কবিতা ফাঁকিও সিংহদত্ত দেৱ অধিকাৰীৰ। 'কবিতালহৰী' আৰু 'ৰেণু' তেওঁৰ কবিতাপুথি। ১৯১৮ চনত প্ৰকাশিত 'ৰেণু'ত 'ঠুনুকী' নামৰ মজাৰ কবিতা এটি আছে। ঠুনুকী এজনী গাৰো গাভৰু। মোৰ ছবি খনৰ তলত থকা কবিতা ফাঁকি আছিল ঃ

"গাৰোৰ জীয়ৰী গাভৰু ঠুনুকী
মাকৰ চকুৰ মণি"

মই যে ৰাণী ৰাজ্য দেখুৱাই আহিলোঁ, প্ৰায তাৰ পৰাই আৰম্ভ হৈছে দক্ষিণ কামৰূপৰ গাৰোসকলৰ বাসস্থান। পাহাৰৰ মাজে মাজে। অসম আৰু মেঘালযৰ সীমাই সীমাই। বুৰঞ্জীত আছে, এই ৰাণীৰে এজনী গাৰো গাভৰুৰে ৰক্ষা কৰিছিল গদাধৰ সিংহক, ল'ৰা ৰজাৰ ভযত ইযাত আহি পলাই থাকোঁতে। ৰাণীৰ সিপাৰে এডোখৰ ঠাই আছে মৈৰাপুৰ, বুৰঞ্জীত থকা মৈৰাপুৰ ৰাজ্য। কবি নলিনীধৰ ভট্টাচাৰ্য্যৰ 'মৈৰাপুৰত এৰাতি' নামৰ কবিতাটিৰ দুফাঁকি মান গাই দিছোঁ, শুনকচোন ঃ

"শাৰী শৰী শাল আৰু চেগুনৰ
ছাঁ-এন্ধাৰত দেখিলোঁ
অজস্ৰ ঘামৰ শিশু
ৰুটি যাৰ এতিযাও স্বপ্নৰ মোনাত
সিহঁত নিদ্ৰিত শিশু কাঠ-বনিকৰ দাস
তথাপি থমকি নৰয় ইতিহাস"

—"অ'ৰব, অসমত ইমান লিখক থাকোঁতে একমাত্ৰ কমল নাৰাযণ দেৱৰ ছবিখনহে আপুনি আঁকিছে কিয় ?" জগাজিৎ সিঙে সুধিছিল।

"কমল নাৰাযণ দেৱক মই বৰ ভাল পাওঁ। হিন্দী ভাষী এই মানুহজনে সাহিত্যিক যুগ এটা আমাক দিছে। জয়ন্তী যুগ ( ১৯৪৩

—১৯৫০)। অসমীযা আলোচনীত বাওঁপন্থী চিন্তা-চৰ্চাৰ সূত্ৰপাতো তেৱেঁই কৰে। সেই কাৰণেই ছবিখনত তেওঁৰ হাতত তুলি দিছোঁ 'জয়ন্তী,' ছবিখনৰ নামকৰণ কৰিছোঁ 'আই ৰূলি মাতিলে'। আৰু এটা কাৰণ থাকিব পাৰে। কমলনাৰায়ণ দেৱ এই কলহী পাৰৰে জোঁৱাই, এজনী ৰামপুৰীয়া গাভৰুক তেওঁ বিয়া কৰাইছিল। এই মানুহজন হিন্দী ভাষা প্ৰচাৰ কৰিব আহি নিজে অসমীয়া হৈ গৈছিল।"

—"ঠাকুৰীয়া,

এইখন নৈ।

নৈখনে কথা কয়।

বহুত পুৰনি কথা।" প্ৰাণজিতৰ কন্ঠত কাব্যময় প্ৰশ্ন।

—"এৰা, এইখন জগলীয়া নৈ। কলহী নদীত পৰিছেগৈ। আমি এতিয়া তাহানিৰ হেৰামদ' ৰাজ্যত সোমাইছোঁ। অলপ পিছতে পাম আমৰাওা-বৰ্ড়িহাট—হেৰামদ' ৰাজ্যৰ ৰাজধানী। তাহানিৰ সেই ৰাজধানীখনেই আমাৰ এতিয়াৰ লিখিকা মামনি ৰয়চম গোস্বামীৰ পিতৃ পৰুষসকলৰ জন্ম আৰু কৰ্ম-থলি। সন্তদেৰ তেওঁ লোকৰ উপৰি-পুৰুষ। দামোদৰদেৱে চাৰি দিশে চাৰিজন আৰু মধ্যত এজন, এই পাঁচ মহামহন্তক ধৰ্মপ্ৰচাৰৰ অজ্ঞা দিছিল। দামোদৰ-শিষ্য কৃষ্ণানন্দ দ্বিজৰ 'সন্ত-চৰিত্ৰ'ত আছে ঃ

"শুনা বংশীদেৱ তুমি পূৰ্ব্ব দিশে চলি যাহা
উত্তৰ দিশত ভগবান।
সন্তদেৱ দক্ষিণত বলদেৱ পশ্চিমত
হৈবা সবে মহন্ত প্ৰধান।।"

সন্তদেৱে প্ৰথমতে সত্ৰ পাতিছিল গবৈমাৰীত, ব্ৰহ্মপুত্ৰৰ পাৰত, ইয়াৰ পৰা প্ৰায় ত্ৰিশ কিঃ মিঃ উত্তৰে। পিছতহে উঠি আহে এই হেৰামদ' ৰাজ্যলৈ। তেওঁ খিদিৰ পথৰুৱী সত্ৰও স্থাপন কৰে। তেওঁৰ ককায়েক বলদেৱ, তেওঁ সত্ৰ পাতে ৰাজাপুখুৰীত। ৰাজাপুখুৰী

হৈ যাব পাৰি সিংহদত্তদেৱ অধিকাৰীৰ ককাদেউতাৰ সম্বন্ধ ৰাম্ন ভাগৱতীয়ে ১৮৪৪ চনত স্থাপন কৰা নহিৰা সাত্ৰলৈ।”

—“ৰাজাপুখুৰী। অ’ ৰ’ব ৰব। কালি যে আপোনাৰ টেবুলও দেখিছিলোঁ, ‘অসমীয়া সাহিত্যৰ বুৰঞ্জীঃ মনসা শাখা’ নামৰ এম-এৰ পাঠ্যখন, সেইখন ৰাজা পুখুৰীৰে ভাৰত চন্দ্ৰ দাসে লিখা বুলি আপুনি কৈছিল নহয ?” প্ৰাণজিতে প্ৰশ্ন কৰিছিল।

—“১৮৬৫ চনত ৰাজা পুখুৰীৰ এক দুখীয়া কুমাৰৰ ঘৰত জন্মিছিল ভাৰত চন্দ্ৰ দাস। ১৮৮৫ চনত ‘অভিমন্যু বধ’ আৰু ১৯২৭ চনত ‘স্যমন্ত হৰণ’ নামৰ দুখন উচচমানৰ নাট তেওঁ প্ৰকাশ কৰিছিল। ১৯৩০ চনত তেওঁৰ মৃত্যু হয। মৃত্যুৰ আগে আগে তেওঁ হৈছিল কামৰূপৰ ডি. চি.। ভাৰত চন্দ্ৰৰ ‘অসমীযা সাহিত্যৰ বুৰঞ্জীখন সম্পাদন কৰিছে ৰাণীৰ উত্তম বৰুৱাই। শ্ৰীবৰুৱা এজন নাট্যকাৰ—তেওঁৰ ‘জেৰেঙাৰ সতী,’ ‘বৰমানুহৰ দোলা’, ‘বৰৰজা ফুলেশ্বৰী’ আদি স্মৰনীয ঐতিহাসিক নাটক। ভাৰত চন্দ্ৰৰ সম-সামযিক আছিল শিৱৰাম বৰা। ছযগাওঁ নে কুকুৰমাৰাৰ। ১৮৯৭ চনত এড়ি-মুগা-পাটৰ ওপৰত কিতাপ লিখিছিল স্বৰ্গীয বৰাই।”

—“পিছে এই বাটটো, ক’লৈ গৈছে এইটো ?”

গাড়ী চলাই অহা সনাতন সিঙে সুধিছিল।

—“এই টোৱে যাব পাৰি খটিযা মাৰীলৈ। দামোদৰ দেৱৰ ভতিজাক কৃষ্ণদেৱে পতা সত্ৰ আছে খটিয়া-মাৰীত। কৃষ্ণদেৱে ভাবিছিল যে খুড়াক দামোদৰ দেৱে ধৰ্মৰ ভাৰখন তৈওঁকে দিব। কিন্তু নিদিলে, দিলে মাথোন পাঁচশ টকা। ধৰ্মৰ গৰাকী পাতিলে আমাৰ প্ৰথম গদ্যকাৰ ভট্টদেৱক। দুখে-বেজাৰে কৃষ্ণদেৱে পাটবাউসীৰ পৰা-গুচি আহে। সত্ৰ পাতি থাকিলাহি খটিযা মৰীত।”

—“পিছে এই জগলীযা নৈৰ কথা ? বৰ বাঢ়িয়া লাগিছে নৈখনৰ নামটো।” প্ৰাণজিতৰ প্ৰশ্ন।

—“মহাপুৰুষ মাধৱদেৱে এই জগলীয়া নৈৰ কুকুৰেই কিছুমান

মদৰ জগলি ভঁাহি অহা দেখিছিল। বহুতে কয়, তেতিয়াৰ পৰাই এই নৈৰ নাম জগলীয়া। খৃষ্টীয প্ৰথম শতিকাত বশিষ্ঠাশ্ৰমত আহি থাকিবলৈ লোৱা বশিষ্ট মুনিৰ মদৰ পাত্ৰৰ পৰা এই নৈৰ বোলে উৎপত্তি। কথাটো মই পিছে বেলেগ ধৰনেৰে ভাবোঁ। বশিষ্ঠ মুনিয়ে খেতিৰ সুচল হেতু স্থানীয মানুহৰ দ্বাৰা খন্দাই আনিছিল। এই জগলীযা নৈ। সেই সময়ত সুৰা-অভ্যস্ত স্থানীয় মানুহখিনিৰ যথেষ্ট মদ খুৱাবলৈ তেওঁ বাধ্য হৈ পৰিছিল। আকৌ জগলীয়াৰ পাৰতে মৌখন উৰপোট সত্ৰ। চাৰিজন বুঢ়া ভকতৰ অনুৰোধ ক্ৰমে মাধৱদেৱ উৰপোটলৈ গৈ আছিল। লগত চতুৰ্ভুজ ঠাকুৰ। তেতিযাই দেখে মদৰ জগলিবোৰ। নৈখন তেওঁ আৰু পাৰ নহ'ল। চতুৰ্ভুজক পঠাই ধৰ্ম-বস্তু তাত প্ৰকাশ কৰায। সেই সময়ত তেওঁক ভেটাবলৈ অনা বস্তুৰ নপৰা অৱস্থা, গতিকে মাধৱদেৱে ঠাইৰ নাম দিলে ওৰপোট, পিছলৈ উৰপোট। অলপ বৈ মই পুনৰ কৈছিলোঁ, উষপোটৰ পাঢ়যা মাধৱ আতা আছিল মাধৱদেৱে পতা আঠজনা ধৰ্মাধিকাৰৰ এজনা। একে নাম হোৱা বাবে গুৰুজনাই তেওঁক 'মিতা' বুলি মাতিছিল। এবাৰ ভাঙৰ এটা বসন্তত গৰ্ভৱতী বোৱেক আৰু পাঢ়যা আতাৰ বাদে পৰিযালৰ আটাইবিলাক মানুহ মৰিছিল। আতা সংসাৰৰ প্ৰতি বিৰক্ত হৈ পৰিছিল। ফলত জগন্নথ সন্যাসীৰ লগত বাব বছৰ ধৰি ঘুৰি ফুৰেগৈ ভাৰত আৰু নেপালৰ বিভিন্ন ঠাই। কিন্তু ধৰ্ম-কৰ্ত্ত নাপালে। ঘৰলৈ ঘুৰি অহাৰ পিছত বোৱেকেহে মাধৱদেৱৰ সন্ধান দিলে। সন্যাসী বেশ ত্যাগ কৰি মাধৱদেৱক ভজিলে। সংসাৰী হৈ হেৰাসদ' সত্ৰৰ গুৰুভাৰ মুৰ পাতি ললে। তৃতীয পুতেক মুৰাৰিক শুৱালকুচিত থাপি তাতো ধৰ্ম বস্তু প্ৰচাৰ কৰালে। মহাপুৰুষ মাধৱদেৱে এই হেৰামদ'তে ছটা মাহ পাৰ কৰে। বৰপেটাৰ কীৰ্ত্তন ঘৰ থাপন কৰাৰ আগেযে। হেৰামদ' থান কাশী-গঙ্গা নৈৰ পাৰত। কাশী-গঙ্গাই কলহীত পৰাৰ আগে আগে তিলচা নাম লৈছে। এই কলহী-তিলচাৰেই উজাই আহিছিল মহাপুৰুষ

মাধৱদেৱ। নাট মেলি ছিল 'নৃসিংহ যাত্রা', নিজে ভাও লৈছিল নৃসিংহৰ। মোৰ অনুমান হয়, আমাৰ ফলহী পাৰত নাট-অভিনয়ৰ সেয়েই আৰম্ভণি। আধুনিক কালত, ১৯৫৭ চনত ৰাম পুৰৰ ভবেন দাসে ওঠৰ নম্বৰ অসমীয়া কথাছবি 'লখিমী'ৰ কাহিনী লিখিছে, তাক পৰিচালনাও কৰিছে। ১৯৭২ চনত ওলোৱা 'উপগ্ৰহ' কথাছবিৰ পৰিচালনা আৰু চিত্ৰনাট্যও ভবেন দাসৰ। তথাপি মাধৱদেৱৰ ঐতিহ্যৰ মোল আমি যেন বুজা নাই। ছয়গাওঁ নাট্য-মন্দিৰৰ প্ৰায় লাখটকীয়া চৰকাৰী অনুদান আত্মসাৎ কৰা বাতৰিবে কেবাখনো বাতৰি কাকতৰ পাত ভৰিছে। 'কলহী পাৰ নাট্য পৰিষদ'ত সহ-অভিনয় কৰিব অহা অভিনেত্ৰীয়ে অবৈধ ভ্ৰূন পেটত লৈ কলহীপাৰ এৰিছে।"

—"ঠাকুৰীয়া,
তুমি মাথোঁ কথা কোৱা,
আমি মাথোঁ শুনি যাওঁ,
আজি মাথোঁ কোৱা আৰু শুনাব সময়।"

প্ৰাণজিতৰ আবৃত্তি জগলীয়াৰ পানীয়েও যেন শুনিছিল।

জগলীয়াৰ পাৰৰ গছ কেইজুপিত বহি থকা চৰাই কেইটি সেই বাবেই যেন বৈ আছিল।

অদূৰৰ কলহীক শুনাবলৈ সেই আবৃত্তিৰ সুৰ জগলীয়াৰ সোঁতত যেন ভাঁহি গৈ আছিল।

—"আমি আহি ভোলাগাওঁ পালোঁ, তাহানিৰ ভোলাগাওঁ ৰাজ্য।" মই কৈ গৈছিলোঁ, "হিন্দু-মুছলমানে একে লগে উছৰ পাতে ইয়াত। ইয়ালৈকে আহিছিল এজন মুছলমান ফকীৰ। জগলীয়াৰ পাৰত, এক ৰাজ কন্যাক তেওঁ লগ পাইছিল। ৰাজ কন্যাৰ নাম পাতেলী—ভোলাগাৱঁৰ ৰাজকুমাৰী। মুছলমান ফকীৰ আৰু হিন্দু ৰাজ-কন্যাৰ বিয়া হৈছিল এই ভোলাগাওঁ ৰাজ্যতে। হিন্দু আৰু মুছলমান

ৰাইজে সেই কথা আজিও সোঁৱৰে—বেলখোৱা শৰিত—বহাগৰ নদিন যোৱাত।

—"শৰি আকৌ কি বস্তু?" নিৰঞ্জন সিঙে সুধিছিল।

"শৰি বা সুৰঁৰি এই অঞ্চলৰ থলুৱা উৎসৱ। শালি থেতিত নমাৰ আগে আগে বহাগ মাহত, ঠায়ে ঠায়ে শৰি পতা হয়। শৰিৰ থলিত সাধাৰণতে দধিমথন বিষয়ক নাট কৰা হয়। আগৰ দিনত এই শৰিতে বহুতো গাভৰুৱে দৰা নিৰ্বাচন কৰিছিল। কোনোবা ডেকাৰ লগত মন মিলিলে গাভৰুৱে এই শৰিৰ থলিতে মালা পিন্ধাই দিব পাৰছিল। মাক বাপেক বা অভিভাৱকৰ আপত্তি তেতিয়া নাখাটিছিল। ৰাইজে বিয়া পাতি দিছিল।"

—"দেখিছোঁ, এই অঞ্চলৰ নাৰী বেচ আগবঢ়া। সকলোতে দেখোন তেওঁ লোকৰ আগভাগ।" জগজিৎ সিঙৰ মন্তব্য।

—"ঠিকেই কৈছে আপুনি। কিন্তু বৰ্তমান নহয়, অতীতত। পূৱ-ভাৰতত এই অঞ্চলৰ নাৰীয়েহে প্ৰথম ৰাজ্যভাৰ হাতত লব পাৰিছিল। ৰানীব ধৰ্মযন্তীৰ কথা কৈছোঁ। তেওঁৰেই সৰু ভনী জয়ন্তীয়ে নিজৰ নামত ৰাজ্য পাতিছিলগৈ জয়ন্তীয়াত। আৰু সোঁৱে অঞ্চলটো দেখিছে, সেয়েই ৱৰদুৱাৰ ৰাজ্য। ৱৰদুৱাৰত ৰাজত্ব কৰেহি ধৰ্মযন্তীৰ মাজুভনী অযন্তীয়ে।"

লোহাৰঘাটৰ সৎপুৰ চক এৰি আমাৰ গাড়ী দক্ষিণ মুৱা হৈছিল। ৱৰদুৱাৰ চাহবাগিছাৰ ফালে গৈ আছিল। প্ৰাণজিতে আকৌ মোৰ অনুদিত কবিতা আবৃত্তি কৰিছিল ঃ

"ইয়াত কেনে শিপা শিলাইছে,
কেনে ঠানি কাঢ়িছে
এই পাথৰময় জড়তাৰ পৰা?"

ইলিয়টৰ 'ৱেষ্টলেণ্ড'ৰ মই কৰা অনুবাদ 'বন্ধ্যাভূমি', 'সন্ধ্যাচল'ত প্ৰকাশিত। কিন্তু তাক যে এনেদৰে কেনোবাই মনত ৰাখিব, ভাবিব

পৰা নাছিলোঁ। হয়তো পাথৰ থকা পাহাৰবোৰ দেখিয়েই প্ৰাণজিতৰ মনত পৰিছে সেই কবিতাৰ কথা।

"ইয়াৰ ওচৰৰে আলুহিয়া গাৰঁত আছে গধাই বৰশী বোৱা শিল, সেই শিলটোত বহি বৰশী বাই থাকোঁতে গধাই বেউলাক দিখিছিল, মৰা স্বামীৰ হাড়বোৰ ভুৰত ভঁহাই দি তাৰ লগত যাবলৈ বেউলাক সি খাটিছিল। আৰু সৌখনেই লাদোগুৰি পাহাৰ—বালী-সুগ্ৰীবৰ যুদ্ধৰ স্থল বোলে সেইখনেই।" মই কৈছিলোঁ, "দুখ লাগে কবলৈ, কলহী পাৰ আজি বন্ধ্যা। স্বাধীনতাৰ আগতে এই কলহী পাৰৰে বকো নামৰ ঠাইখন দেখি জৱহৰলাল নেহৰু বোলে গদগদ হৈ পৰিছিল, 'Really, India is still leaving here at Boko—সঁচাই, ভাৰতী আযে বকোতে বাস কৰিছে।' কিন্তু আজি, গোটেইখন কলহীপাৰ চাই নেহৰু আতংকত চিঞৰি উঠিল হেতেঁন, Realy, India is dying here at Kalahipar—সঁচাই, ভাৰতী আই কলহীপাৰতে মৰি আছে।' প্ৰথমে ইংৰাজে আৰু ইংৰাজ যোৱাৰ পিছত এচাম শোশণকাৰীযে কলহীৰ দুয়ো পাৰ ধুহি-মুহি শেষ কৰিছে। নামনি কলহী আপোনালোকে এইবাৰ নেদেখিব। বানপানীযে তহিলং কৰিছে সেই ঠাই। প্ৰতি বছৰেই বানপানীৰ সময়ত সেই অঞ্চলৰ মানুহ আনি স্কুলে স্কুলে ৰাখিব লাগে। মাথাউৰিৰ নামত লাখ লাখ টকা খৰচ হৈছে, লাভ নাই। ৰিলিফৰ চাউল-তেলখিনি লৈও হাজাৰটা খেলি-মেলি। তাৰে কিছুমান মানুহক ঘৰেপ্ৰতি এবিঘাকৈ মাটি দি চৰকাৰে এই অঞ্চলত থাপিছে। পিছে মানুহখিনিযে কাৰ নাকত দিব সেই মাটি বিঘাৰে? আচলতে এই মানুহখিনিৰ মাজত কেইশমান ৰাক্ষসে বাস কৰিছে। হেমাঙ্গ বিশ্বাসে বাঢযাকৈ বুজিছে কলহী পাৰৰ এই দুৰ্দশাৰ কথা ঃ

"মই কিন্তু দেখিলো সিদিনা
বকো পাহাৰত

গ্ৰেনাইট শিলৰ বুকু ফালি
শিপা মেলি থিয হোৱা শালগছ জোপা।

— — — —

একঠা আদিম মাটি
বাপতি-সাহোন

— — — —

বতাহত গীতৰ কঁপনি
তথাপিও এই পাহাৰত
উচ্ছেদৰ অনন্ত চক্ৰান্ত।
গড়া খহনীযা ?
তাতোকৈ ভযঙ্কৰ
মাটি-মহাজন।

— — — —

মুখত দেখিছোঁ তাৰ দাৰিদ্ৰৰ চেকা
চকুত জিলিকি উঠে ভৱিষ্যতৰ আভা
নাম তাৰ—কমৰেড ৰত্নেশ্বৰ ৰাঙা।"

মই বোধ হয ক্ষোভিত হৈ পৰিছিলোঁ, "কলহীপাৰত অত্যাচাৰ নিপীড়ন স্বাধীনতাৰ আগত যে নাছিল, তেনে নহয। কবি-গীতিকাৰ সিংহদত্ত দেৱ অধিকাৰীৰ ককাদেউতাক সৰুৰাম ভাগৱতীযে চমৰীযাৰ মানুহক অনেক অত্যাচাৰ কৰিছিল। মানুহে তেওঁক 'চমৰীযাৰ বাঘ' বুলিছিল। প্ৰজাই তেওঁক ৰাঙিযাল গৃহত ঘেৰাও কৰিছিল। সমযমতে লুকীৰ ৰজা হৰিদও সিংহ গৈ নোপোৱা হলে তেওঁক কিজানি খতমেই কৰিলেহেঁতেন। ভাগৱতী চমৰীয়ালৈ আৰু ঘূৰি যাব পৰা নাছিল। নহিৰাত আহি সত্ৰ পাতিছিল। বৰপুতেক মহোদওক সেই সত্ৰৰ সত্ৰাধিকাৰ পাতিছিল, নিজে লুকীতে আছিল। মহোদওই সিংহদওৰ পিতৃ। এই অঞ্চলত ইয়াকে লৈ এটা প্ৰবাদ আছে যে এই পাঁৰয়ালে—

চমৰীযাত চুচিলে,
লুকীত লকুৱালে,
নহিৰাত নোহোৱা কৰিলে ।"
--"ঠাকুৰীযা,
সোঁখন গাওঁ
কি নাম গাওঁখনৰ? " প্ৰাণজিতৰ প্ৰশ্ন ।

—"মেম বস্তী ।" মই কৈছিলোঁ, ''কলহী পাৰৰ মানুহে এজন চাহাবৰ কথা আজিও কয । নাম তেওঁৰ গিলমিল চাহাব । তেৱেঁই দক্ষিণ কামৰূপত প্ৰথম প্ৰাইভেট গাড়ী চলায । ১৯২০-২৫ চনমানৰ ভিতৰত । সেই চাহাবজনেই থাপন কৰিছিল আমি দেখি অহা বৰদুৱাৰ চাহবাগিছা, আনুমানিক ১৯৫-১৮ চনত । মেম বস্তীতে বাস কৰিছিল এজনি ৰাভা মেমে । এজন হোজা ৰাভা মানুহৰ নৱ বিবাহিতা পত্নী আছিল তাই । কচু তুলি থাকোঁতে চকুত পৰে গিলমিল চাহাবৰ । অত্যন্ত ৰূপহী, যেন গ্ৰীক-পুৰাণৰ ছাইকী । জোৰ কৰি তুলি নিযে হাতীৰ পিঠিত । সভ্য ইংৰাজে সভ্যতাৰ পৰাকাষ্ঠা এনেকৈযে দেখুৱাইছিল কলহীৰে এটি শাখা বাথা নৈৰ পাৰত । সোঁ যে নৈখন দেখিছে, সেই খনেই বাথা নৈ । শুনা যায, ছয়গাৰঁৰ জিতেন্দ্ৰ দাসে গিলমিল চাহাবৰ এই দৌৰাত্ম্যকে ৰূপ দি আছে 'বাথাৰ পাৰৰ মেম' উপন্যাসত । ত্ৰিকোণা নামৰ ঠাইত জগলীযা, বাথা আৰু কাশী-গঙ্গানৈৰ ত্ৰিবেণী-সঙ্গম ঘটিছে, তাৰ পিছতে কলহীত পৰিছে । মানুহে কয, গিলমিল চাহাবৰ বিচাৰ-জ্ঞান বৰ কম আছিল । জীৱনত প্ৰথমবাৰ ঢেঁকীৰ মাত শুনাৰ পিছত বাণ্ধনি দোভাষীজনক বোলে সুধিছিল "ঢেঁকিটোৱে কি বুলি চিঞৰে ? ইংৰাজ ভাল, ইংৰাজ ভাল—এই বুলি নহযনে ?" কিন্তু ৰাণ্ধনি দোভাষীয়ে বোলে উত্তৰ দিছিল, "নহয চাহাৰ, ঢেঁকীটোৱে 'ইংৰাজ বেযা ইংৰাজ বেযা' আৰু গিলমিল কণা-গিলমিল কণা ।' বুলিহে চিঞৰিছে ।" প্ৰথম মহাযুদ্ধত চকু এটা হেৰাই কণা হোৱা গিলমিল

চাহাবৰ খণ্ডে চুলিৰ আগ পালে। ঢ'কীটোক নি ছমাহ বোলে ফাটেক দিলে।"

"তেনেহলে গিলমিল চাহাবেই কলহী পাৰৰ প্ৰথম চাহ খেতিয়ক নেকি ?" জগজিৎ সিঙে সুধিছিল।

"হয়। পিছে গিলমিল চাহাবব বহু আগতেই ইংৰাজ ইয়ালৈ আহিছিল। ইংৰাজে ইযাত থানা পাতিছিল ১৮৩৫ চনৰ আগতে। ইযাৰ পৰা প্ৰায় সাত কিলোমিটাৰ পশ্চিমে। কলহী পাৰৰ কৰ্দৈগুৰি গাৱঁত। এজন জমাদাৰ, দুজন হাবিলদাৰ আৰু বাৰজন চিপাহী তাত ৰাখিছিল। তাৰ বহু দিনৰ পিছতহে থানাখন ছয় গাৱঁলৈ তুলি নিছিল।" মই কৈছিলোঁ।

মেম বস্তীৰ ঠিক সন্মুখতে চাইকেল লোৱা গাৰো ডেকা এজনে আমাৰ গাড়ী ৰাখবলৈ হাত এখন দাঙিছিল। গাড়ীখন ৰাখিলত নমস্কাৰ এটা জনাই তেওঁ কৈছিল, "মোৰ নাম নৃপেন চাংমা। ছোৱালী এজনীক এই অলপ আগতে সাপে খুটিছে—চান্দডুবিৰ পাৰত। আহোঁতে চাইকেল কৰি আহিলোঁ, এই ওজাজন নিবলৈ। আপনালোকে আমাক যদি তাতে নি নমাই দিযে বৰ উপকাৰ হয়। চাইকেলখন ইযাতেই এৰি যাওঁ।" তেনেই কাতৰ আৰু উৎকণ্ঠিত কণ্ঠ।

"উঠক উঠক।" আমি কবলৈ নোপাওঁতেই জগজিতে কৈছিল।

মই প্ৰাণজিতৰ ফালে চাপি গৈ নৃপেন চাংমাক মোৰ কাষতে বহিবলৈ ঠাই উলিযাই দিছিলোঁ। ওজাজন আগৰ চিটত বহিছিল। নিৰঞ্জন সিঙৰ কাষত।

আমাৰ প্ৰশ্নৰ উত্তৰত নৃপেন চাংমাই কৈছিল ঃ গুৱাহাটীৰ বাচু ধৰিবলৈ তেওঁলোক আহি আছিল। চান্দডুবিৰ পাৰে পাৰে। তেওঁলোক মানে পল্টন খাছিযা, পল্টনৰ ভনীয়েক ইৰিলি আৰু নৃপেন চাংমাৰ ভনীয়েক চাম্পী। ইৰিলিকে সাপে খুটিছে। ঘটনা-স্থলিৰ পৰা তেওঁলোকৰ গাৱঁলৈ প্ৰায় সাত কি-মি। গাড়ী-মটৰ নাযায়। গাৰো, খাছিযা আৰু ৰাভা মানুহৰ এখন গাওঁ। পাহাৰৰ মাজত। কলহী নৈৰ পাৰত।

সনাতনে সুধিছিল, "ইয়াত ডাক্তৰখানা নাইনেকি ?" "নামত আছে কামত নাই।" নৃপেন চাংমাই বিষাদ মনেৰে কৈছিল, "ডাক্তৰ নাথাকেই। আজিও নাই। থাকিলেও কামত নাহিল হয। দুবটলমান ঔষধৰ বাহিৰে তাত একো নাই। সাপৰ বেজী আৰু ক'ত থাকিব ?"

আমি গৈ চান্দডুৰিৰ পাৰৰ গছ এজোপাৰ তলত ৰৈছিলোঁ। তাতেই ৰাখি থৈছিল সাপে খুটা ইৰিলিক। ডেৰকুৰি-দুকুৰিমান মানুহে তাইক ঘেৰি আছিল। কাষতে ডেকা এটা। চকু তেওঁৰ ঢুলঢুলীয। নৃপেন চাংমাই কৈছিল, সেইজনেই পল্টন খাছিযা। উপাধি ৰয়। পল্টনৰ কাষতে নৃপেনৰ ভনীযেক চামপী। ইৰিলিৰ মুখৰ কাল্লে অসহায দৃষ্টিৰে তাই চাই আছে। দুগালেৰে বাগৰি গৈছে দুধাৰি চকুলো। ইৰিলিৰ বাওঁ কলাফুলৰ ঠিক ওপৰত গামোচা এখনেৰে বিৰাট এটা গাঁথি—শিৰে শিৰে বিষ যাব নোৱাৰাৰ ব্যৱস্থা। গাঁথিটোৰ তলৰ অংশ তেনেই ক'লা।

আমাৰ মুখত মাত নাই।

ওজাজনে মন্ত্র গাবলৈ আৰম্ভ কৰিছে।

চকুত আমাৰ বিস্ময।

মনত উৎকণ্ঠা।

এয়া কুৰি শতিকা।

সাপে খুটা ৰোগীক মন্ত্রেৰে জাৰিছোঁ।

কাষতে থিয হৈ থকা মানুহ এজনে কেছে,

"মাটি-ফুটা মদন মোহনলৈ সোণৰ ফুল এটা আগবঢাওক, বিষে গৈ ফাট মেলিব।"

"এওঁলোক খৃষ্টান। মাষ্টৰে নাজানে নেকি ?" ভীষৰ মাজৰ পৰা কোনোবা এটাই কৈছিল।

"খৃষ্টান হলেও আগবঢ়াওক। জীৱন-মৰণৰ হোল" মানুহজনে—মানে মাষ্টৰে কলে, "জাগ্রত মদন-মোহন। সব কথা শুনে। খৃষ্টানৰ কথাও শুনিব। নিদানৰ পৰত মাত নিদিয়াকৈ নাথাকে।

সেইবাৰ দেখা নাই তহঁতে। লেবৰুৰ পুতেকক ডাক্তৰে বেজী দিযেহে দিয়ে, টাইফইড বুলি কয হে কয—কিন্তু যেই মোৰ কথা সোণৰ ফুলৰ নাম ললে, লেবৰুৰ পুতেক দুদিনতে উঠি বহিল। ডাক্তৰৰ বাৰদিন জোৰা চিকিৎসা অথলে গ'ল।"

"এ পেক-পেক নকৰিবাহে মাষ্টাৰ। ওঝাৰ মন্ত্ৰত কানা লাগিব।"

"কিনো পেক-পেক কৰিলোঁহে মণ্ডল? সাক্ষাৎ মাটি-ফুটা মদন-মোহনক সোণৰ ফুল দিবলৈ কোৱাটো পেক-পেক কৰাহে হ'লনে? গাৰো-খাছিযানো কি? এই অঞ্চলৰ তিনি কুৰিৰ ওপৰ গোহাঁই দেখোন আহে মদন-মোহনৰ ওচৰলৈ—দেউলৰ সমযত। সকলোৰে জানা কথা—মাটিৰ তলত বেণ্ড-পাৰ্টি বাজি আছিল—বাথানৈৰ পাৰৰ সেই বেণ্ডপাৰ্টি শুনিবলৈ দূৰ দূৰণিৰ মানুহো আহিছিল পিছত ৰাইজেও সেই বেণ্ড-পাৰ্টিৰ শব্দ শুনা ঠাই ডোখৰতে বেণ্ডপাৰ্টি বজাব ধৰিছিল—লগে লগে মদনমোহনৰ মূৰ্তি এটা মাটি খান্দি উলিওৱা হৈছিল—সেই গৰাকী মাটি-ফুটা মদন-মোহনৰ কথা কলে পেক পেক কৰা নহয় মণ্ডল।"

মই প্ৰাণজিৎহঁতক কৈছিলোঁ ঃ লোহাৰ ঘাটৰ সৎপুৰ চকৰ কাষতে আমি মাটি-ফুটা মদন-মোহনৰ মন্দিৰটো এৰি আহিছোঁ।

মাষ্টৰ আৰু মণ্ডলক মনে মনে থাকিবলৈ কোৱা হ'ল।

চান্দডুবিৰ বুকুৰ পৰা গধূৰ হুমুনিযাহ এটাহে যেন বৈ আহিল।

"এই গাৰো খাছিযাই আই মনসাক নুপুজে—এহাতক[৩] সাপে নুখুটিযাই কাক খুটিযাব?" কংকাল পৰা বুঢ়ী এজনীয়ে নৃপেন চাং মাহঁতে নুগুনাকৈ কৈছিল, "চান্দো সদাগৰেও আই বেংখাইতীক[৪] নুপুজাকে থাক্বা পাৰা নাছিল। গাৰো-খাছিযাই কত পাৰ্বো?"

চান্দডুবিৰ বুকুৰ বতাহজাকে যেন হিনাবলৈ ধৰিলে।

তাৰ বুকুত সাঁতুৰি থকা পানী কাউৰী কেইটিয়ে সাঁতুৰিবলৈ যেন পাহৰিলে।

৩। এহঁতক এওঁলোকক। ৪—৫। মনসাদেৱীৰ আন দুটি নাম।

বগলী কেইটাই মাছ নাখাওঁ বুলি যেন লঘোন দিলে।

পাৰত ঘাহঁ খাই থকা গৰুবোৰে চবোৱা ঘাহঁখিনি গিলিবলৈ যেন পাহঁৰিলে।

ওজাজন মন্ত্ৰ মাতি মাতি ভাগৰি পৰিছে।

কপালত তেওঁৰ বিন্দু বিন্দু ঘাম বিৰিঙি উঠিছে। অৱশেষত লেবেজান হৈ ক'লে, "নাই নহ'ব। চুলিৰ আগতো জীউ নাই। খুটি ওৱাৰ লগে লগে জীউ গৈছে। কালনাগ আছিল—কালনাগ। আই বৰসান্নীৰ সহচৰ।"

নৃপেন চাংমা, পল্টন থাছিয়া আৰু চামনী হিযা ঢাকুৰি কান্দি উঠিছিল। তিনিও ইৰিলিৰ শটোৰ ওপৰত বাগৰি পৰিছিল।

কলসী ৰেঞ্জ অফিচৰ আগতে আমাৰ এম্বেছাদৰখন ৰৈছিলহি।

চান্দডুবিৰ পৰা কলসী—আমাৰ মুখত কথা প্ৰায নাছিল। কেৱল জগজিতে গড়কাপ্তনী, পৰ্য্যটন আৰু স্বাস্থ্য বিভাগ তিনিটাৰ লগতে অঞ্চলটোৰ নেতৃবৃন্দক এবাৰ গালি পাৰি উঠিছিল, "গড়-কাপ্তানী বিভাগ ওলাইছে—এতিয়া ও ৰাস্তা নাই, পৰ্য্যটন বিভাগ পাতিছে—চান্দডুবিৰ দৰে প্ৰাকৃতিক ঠাইত সাপে খুটি মানুহ মাৰে, স্বস্থ্য-বিভাগ কৰিছে—না ডাক্তৰ আছে না ঔষধ—আৰু এই অঞ্চলত থকা ভব্যগব্য নেতাবোৰ—।"

মই কৈছিলোঁ, "আজি কেইদিনমান আগেযে এই লৈযে অসম বিধান সভাত আলোচনা এটা হৈছিল। কথাখিনি 'দৈনিক অসম'ত প্ৰায এইদৰে ওলাইছিল ঃ "চান্দডুবিৰ বিলৰ পাৰত পৰ্য্যটক বঙল স্থাপন কৰাৰ কোনো পৰিকল্পনা চৰকাৰৰ নাই। কেৱল বন-ভোজৰ উপযোগীবৈ ঠাই এডোখৰ সজোৱাৰ ব্যৱস্থা কৰা হৈছে। গাড়ী আদিৰ চলা—চলৰ বাবে ২ লাখ ৩৬ হাজাৰ ১৬৩ টকা খৰচ কৰা হৈছে। সেইখিনি কৰোঁতে ১১৬ জোপা গাছ কটা গৈছে। ইযাৰ মানুহে কয়, সেই ১১৬ জোপা গছৰ উচিত মূল্য চৰকাৰে নাপালে।"

প্ৰণজিতে কৈছিল, "আজি আৰু নাযাও'। কুলসী ফৰেষ্ট আই, বি,-তে থাকি যাও'।

মই কৈছিলোঁ, "আমাৰ ঘৰতো থাকিব পাৰে, ম্যাথোন আঠ কি মি ইযাৰ পৰা, পিছে কিছু অসুবিধা পাব—"

"অসুবিধাটো ডাঙৰ কথা নহয—কিন্তু আই বি-ত থাকি কিছু মুকলি মুৰীযাকৈ থাকিব পাৰিম—আনুনি বেযা নাপাব—ইয়াতে থাকি যাওঁ।" নিৰঞ্জন সিঙে কৈছিল।

গতিকে ৰেঞ্জাবৰ অফিচ ৰূমতে আমি গৈ বহিছিলোঁ।

"কওক, মই কেনেকৈ সহায কৰিব পাৰোঁ ?" বঙালী ৰেঞ্জাৰজনে বঙালীতে সুধিছিল।

"আমি অসমীয়া, অসমীযাতে কৰ পাৰে।" জগজিত কৈছিল।

পিছে কেঁচু খান্দোতে সাপ ওলাইছিল।

"না আমি আসামী জানি না। বাড়ী আমাৰ কাছাৰে—।" ৰেঞ্জাবে উত্তৰ দিছিল।

"কাছাৰত জন্মিলে অসমীযা শিকা নাযায নেকি ? কাছৰখন অসমৰ বাহিৰত নেকি ?" জগজিতৰ কি জানো হৈছিল, ৰেঞ্জাৰক হঠাতে সি আক্ৰমণ কৰিছিল।

"আপনি আমাকে অপমান কৰছেন।" ৰেঞ্জাৰজনৰো খং উঠা যেন লাগিছিল।

"অপমানৰ চপমানৰ কথা নাই। আপোনালোকে অসমখনক নিজৰ বুলি নাভাবে। আমাৰ চুকতে থাকি বৰকুত কামোৰে। অসমখনক আপোনালোকে কে কোৰা-চেপা দিছে।" তাৰ পিছতে জগজিত গপগঁপাই ওলাই গৈছিল। পিছে পিছে নিৰঞ্জন সিং।

এনে এটা পৰিবেশৰ কাৰণে মই মুঠেও মাজত নাছিলোঁ। প্ৰাণজিতে পিছে পৰিবেশটো নিজৰ আয়ত্বলৈ আনিছিল। ৰেঞ্জাৰক জগজিতৰ ব্যবহাৰৰ বাবে বেয়া নাপাবলৈ কৈ ওলাই আহিছিল।

আমি আহি কুলসী বন-বঙলাৰ বাৰান্দাতে বহিছিলোঁ।

সম্মুখতে কলহীখন। কলহীৰ পাৰৰ হাবিয়নিত বিভিন্ন কীট-পতঙ্গৰ মাত। উইচিৰিঙা এটাৰ কান তাল মৰা চিঞৰ। দূৰৰ পাহাৰৰ পৰা ভাঁহি আহিছিল কোনোবা খৰিকটিয়াৰ কুঠাৰৰ মাত। নৈখনৰ গৰাতে বোধহয মাচাং—তাৰ পৰা কানত আহি পৰিছিল বৰ-কৰতেৰে কাঠফলাৰ আৱাজ। বোধহয় ফৰেস্ট অফিচাৰৰ গগত মিলি পাতি লোৱা চোৰাং মাচাং। পশ্চিমফালে কানিবগলী এটা জুপুকা লাগি বহি আছিল, কলহীলৈ হালি পৰা গছ এজোপাত। পাণীকাউৰী কেইটামান উটি গৈ আছিল, কলহীৰ সোঁতত। মাছৰোকা চৰাই এটাই টপা-টপে মাছ খাই আছিল, কলহীৰ পাণীৰ পৰা। জগজিতে বহু সময ধৰি সেই মাছৰোকা চৰাইটোলৈযে চাই আছিল। আমি মৌন। সেই মৌনতা ভাঙিছিল জগজিতেই, "সেই মাছৰোকা চৰাইটো দেখিছা নহয ? কলহীৰ মাছ খাইছে অথচ কলহীত মিলি নাযায। অসমতে থাকি অসমীযা ভাষা শিকিব নোখোজা বঙালীবোৰো এনেবুৰাই।"

জগজিত উত্তেজিত হৈয়ে আছিল। তাকে দেখি প্ৰাণজিতে তেওঁক শান্ত হবলৈ কৈছিল। প্ৰাণজিতৰ কথাত নিৰঞ্জন সিঙে উষ্মা প্ৰকাশ কৰিছিল, "প্ৰাণজিৎ ককাইদেউ, তোমালোক কমিউনিষ্ট-কেইটা বঙালীৰ প্ৰতি সদায দুৰ্বল। অথচ বঙালীযে আমাক কিমানখন কৰিলে তোমালোকে নজনা নহয।" নিৰঞ্জন সিং যেন বক্তৃতা দিয়াতহে লাগিছিল, কলহীৰ চেচাঁ বতাহজাকো আমাৰ বাবে গৰম হৈ পৰিছিল, "লৰ্ড কাৰ্জনে ১৯০৫ চনত এখন বঙ্গক দুখন কৰিলে। বঙালীসকল গৰ্জি উঠিল। গঢ়ি তুলিলে বঙ্গ-ভঙ্গ আন্দোলন। কিন্তু সেই একে আঁচনিৰে অসমক যেতিয়া পূৰ্ববঙ্গৰ অধীন কৰিলে, অসমৰ ৰাজধানী ঢাকাত পাতিলে, তেওঁলোক তেতিয়া মৌন। নিজে কৰিলে লীলা, আনে কৰিলে কিলা।"

"তহঁত তৎক্ষণাৎ কিয় ইমান উত্তেজিত হৱ ?" প্ৰাণজিতে কৈছিল, দূৰৰ পাহাৰৰ পৰা খৰিকটিয়াই খৰিকটা শব্দটো আহি

আছিল, "বঙ্গ-ভঙ্গ আন্দোলনৰ গূৰি আছিল 'ডিভাইড এণ্ড ৰূল পলিচি'। এই পলিচিতে ১৮৩৬ চনৰ পৰা অসমৰ পঢ়াশালি আৰু অফিচ-আদালতত বঙালী ভাষা চলিছিল। অসমীয়াই ভাবিছিল, ই বঙালী লোকৰে ষড়যন্ত্ৰ। আৰম্ভ হৈছিল, বঙালী-অসমীয়াৰ ভাষিক সংঘৰ্ষ। ইংৰাজে পাইছিল, খালৈতে বৰশী বোৱাৰ সুযোগ। ভাষিক সংঘৰ্ষ লগাই চলাই নিছিল, শোষণ আৰু লুণ্ঠন।" উইচিৰিঙাৰ মাতটো আমাৰ কানত বৰ কটঙা-কটঙা লাগিছিল, প্ৰাণজিতেকৈ আছিল, "ইংৰাজে স্কুল-কলেজ পাতি দিয়াৰ উদ্দেশ্য আছিল, কেৰাণী-মকৰল। এই কথা মেকালে চাহাবে নিজেই লিখিছিল। কিন্তু তাকে ঢাকি ৰাখিছিল ভাষিক সংঘৰ্ষৰ আৰঁত। নহ'লে কি সাধ্য আছিল, ইংৰাজৰ কৰ্মচাৰী হৈ অহা এমুঠিমান বঙালী মানুহে অসমত বঙালী ভাষা চলোৱাৰ? সেইদৰে ইংৰাজে ঢাকাক অসমৰ ৰাজধানী বঙালীৰ স্বাৰ্থত কৰা নাছিল, নিজৰ স্বাৰ্থতহে কৰিছিল।"

"তুমিতো যুক্তিপূৰ্ণ ব্যাখ্যা দিযাত ওস্তাদেই", নিৰঞ্জন সিঙে কৈছিল, কানি বগলীটো হালিপৰা গছজোপাৰ পৰা কলহীৰ গৰালৈ নামি গৈছিল, "কিন্তু বঙালী মানুহে তাৰ বিৰুদ্ধে মাত নামাতিলে কিয?"

"উত্তৰটো অতি পৰিষ্কাৰ", প্ৰাণজিতে কৈছিল, "অৰুণাচলৰপৰা অসমীযা ভাষা উঠাই দিযাত অসমত প্ৰতিবাদ উঠিছিল কিয়? বড়ো সকলে বড়ো ভাষাৰ বাবে অসমীযা লিপিৰ সলনি ৰোমান লিপি বিচৰাৰ পৰতো অসমীয়াই প্ৰতিবাদ কৰিছিল। কিন্তু কিয়? দুয়োটা প্ৰশ্নৰ উত্তৰ একেটাই—আমাৰ মাতৃ-ভাষা-প্ৰীতি। সেইদৰে অৰুণাচলত অসমীযা ভাষা আতঁৰ কৰি হিন্দী ভাষা জাপি দিযাত হিন্দীভাষী প্ৰদেশত কোনো প্ৰতিবাদ নুঠিল। কিন্তু যেতিয়াই হিন্দীৰ ঠাইত ইংৰাজী ভাষা চলাই দিয়া হ'ল, তেতিয়া হিন্দীভাষী প্ৰদেশ কেইখনত প্ৰতিবাদৰ জোৱাৰ উঠিল। ইয়াৰো কাৰণ একেটাই —মানুহৰ মাতৃভাষা-প্ৰীতি। যি কাৰণত অৰুণাচলত অসমীয়াই

অসমীয়া ভাষা আৰু হিন্দীভাষীয়ে হিন্দী ভাষা চলাব খুজিছিল, সেই একেটা কাৰণতে বঙালীয়ে অসমত বঙালী ভাষা চলোবাৰ হকে মাত মাতিছিল।" কলহীৰ গৰাত আহি বহি পৰা কানিবগলীটোৱে তাৰ ওচৰলৈ এই মাত্ৰ আহি পোৱা বগলী এটাক খেদি গৈছিল। নিৰঞ্জন সিঙে সেই বগলী-যুঁজখনলৈকে চাই চাই কৈছিল, "কিন্তু অৰুণাচল অসমৰ ভিতৰুৱা আছিল। অসমৰ ৰাজ্যপালেই তাৰ শাসন চলাইছিল। লগতে এই সাংবিধানিক প্ৰতিশ্ৰুতিও আছিল যে অৰুণাচলক এদিন অসমৰ ভিতৰত সামৰি লোৱা হ'ব। গতিকে তাত অসমীযা চলোৱাৰ যুক্তি যথেষ্ট গভীৰ।"

"ঠিক একেদৰেই অসমৰ শাসন চলোৱা হৈছিল ঢাকাৰ পৰা। অসমৰ ৰাজধানী চিলঙৰ পৰা তেতিয়াৰ নেফা বা আজিৰ অৰুণাচলও অসমীয়া চলোৱাৰ যুক্তি যিমান সৰল, সিমানেই সবল অসমৰ তেতিযাৰ ৰাজধানী ঢাকাৰ পৰা অসমত বঙালী ভাষা চলোৱাৰ যুক্তি।"

"কিন্তু অৰুণাচলৰ কোনো নিজা ভাষা নাছিল। আজিও নাই। পঞ্চাশৰ অধিক উপভাষা তাত।" প্ৰাণজিতক জব্দ জগজিতে কৈছিল। কলহীৰ পাৰৰ হাবিযনি ভৰাত বিভিন্ন কীট পতংগই একেলগে যেন মতি উঠিছিল। প্ৰাণজিতে অলপো নোৰোৱাকৈ উত্তৰ দিছিল, "বঙালীযেও কৈছিল যে অসমৰ কোনো ভাষা নাই। যি আছে সি উপভাষা, দোৱান। আচলতে আমি নিজৰ দোষবোৰ খুচৰি নাচাও। আমি কও "অসমত অসমীযা ভাষা চলিব লাগে।" কিন্তু কেতিযাও নকও—"অসমত অসমৰ ভাষা চলিব লাগে।" ফলত বড়ো, মিছিং, কাৰবি আদিৰ মাজত বিচ্ছিন্নতাকামী মনোভাৱ। গাৰো, খাছিযা আদি ফাটি থোৱাৰ দৰে ফাটি থোৱাৰ আগ্ৰহ।"

"কিন্তু আহোমে আহোম ভাষা, কাৰ বিয়ে কাৰ্বিৰ ভাষা, মিছিঙে মিছিং ভাষা, গোৱাল পৰীয়াই গোৱাল পৰীয়া উপভাষা, কামৰুপীয়াই কামৰুপী উপভাষা—এইদৰে নিজৰ নিজৰ উপভাষাতে যদি লাগি থাকে, তেনেহলে অসমীয়া ভাষাক চাব কোনে? কাৰ ভাষা

এই অসমীয়া ভাষাটো ? অসমীয়া ভাষাৰ ভৱিষ্যত কি ? প্ৰাণজিৎ ককাইদেউ, তুমিয়েই দিযাচোন উত্তৰটো।” থূক মনোযোগেৰে কথাবোৰ শূনি যোৱা সনাতন সিঙে কৈছিল। দূৰৰ পাহাৰত খৰি কাটি থকা খৰিকটিয়াজন অলপ বোধহয় ৰৈছিল। কলহীৰ বতাহ জাক আকৌ চেঁচা হৈ পৰিছিল। বগলী দুটা দুজোপা গছত আঁতৰা-আঁতৰিকৈ বহি আহিল। পানীকাউৰী কেইটা উৰি আছিল।. উইচিৰিঙাৰ কটঙ মাতটো বন্ধ হৈছিল। হাবিয়নিভৰাৰ সকলোবোৰ কীট-পতঙ্গই সমস্বৰে গীত এটি যেন গাই আছিল। আৰু সেই গীতটো বঙলাটোৰ প্ৰায গাতে লাগি থকা নেপালী চোকীদাৰৰ ঘৰৰ ৰেডিঅত এই দৰে যেন বাজি উঠিছিল ঃ

“এই অসমৰ মহাজাতি আমি
নাই একো ভিন-পৰ
এই আসামেৰ সোনাৰ মাটিতে
বেঁধেছি আমৰা ঘৰ· ”

প্ৰাণজিৎ কিছু ৰৈছিল। কিন্তু বেছি সময় নৰৈ উত্তৰ দিছিল, “সনাতন, তোৰ প্ৰশ্নটোৱেই আটাইতকৈ ডাঙৰ ভাষিকাপ্ৰশ্ন। এই বঙলাৰ বাৰান্দাত তাৰ উত্তৰ দিব পৰা নাযাব। ই কেৱল প্ৰাণজিৎ সিঙৰ উত্তৰ হ'ব নালাগিব। ই অসমৰ সকলো মানুহৰে উত্তৰ হ'ব লাগিব। এই ক্ষেত্ৰত আমি বোধহয় ৰাছিযাৰ বাটকে লব লাগিব। ছোভিযেট ইউনিযনৰ সৰু সৰু ভাষা বোৰক স্বীকৃতি দিও ৰুছ ভাষা কেনেকৈ জগত বিখ্যাত হৈ আছে, সেই কথালৈ চাব লাগিব।” প্ৰাণজিতে প্ৰতিটো শব্দতেই যেন জোৰ দিছিল, “উত্তৰটো জ্যোতি প্ৰসাদৰ এই কথাখিনিৰেও বোধহয বিচাৰি উলিযাব পাৰি—“আজি আমাৰ প্ৰদেশত বাগিচাৰ বনুৱা, মৈমনছিঙীয়া, নেপালী, বঙালী, মাৰোৱাৰী আৰু আন আন প্ৰদেশৰ মানুহ আহি ইযাত বসতি কৰি। সিহ'তৰ নিজৰ-নিজৰ প্ৰাদেশিক বিশিষ্ট—তাকে ৰাখি যাক লাগিছে। এতিয়া এই জনসংখ্যাৰ মানুহৰ সৰহ ভাগকেই যদি আমি ইয়াৰ ভাষা,

কৃষ্টি আৰু সভ্যতা দি আমাৰ ভিতৰত সুমুৱাব নোৱাৰোঁ তেন্তে আমাৰ বিপদ আছে"।

"জানো। ৰবীন্দ্রনাথেও কৈছিল, "মিলিব লাগে, মিলাব লাগে", জগজিতে কৈছিল, "কিন্তু নিজৰ জ্ঞাতি—ভাই বঙালী সকলেই অসমত এই কথা মানি লোৱা নাই। সেই কাৰনেই ইযাত বঙালী-অসমীয়াৰ সংঘৰ্ষ। অসমৰ ইতিহাস সাক্ষী আছে—অসমে ভাত দিব পাৰে, কিন্তু ভাষা দিব নোৱাৰে। ১৯৬০ চনৰ ভাষা-আন্দোলন এই কাৰনেই হোৱা নাছিল জানো ? সেই সমযত বঙালী ঔ পন্যাসিক তাৰাশঙ্কৰ বন্দ্যোপাধ্যাযে প্রধান মন্ত্রী নেহৰুলৈ লিখিছিল, "আপনি বলিযাছেন আসামে অসমীযা ভাষা হওযা উচিত। কিন্তু যেখানে অসমীয়া ভাষা শতকৰা নব্বৈ জনেৰ ভাষা হওযা দূৰে থাকুক মাত্র ত্রিশ জনেৰ ভাষা, সেখানে কি অসমীযা হওযা উচিত ? সেই তাৰা শঙ্কৰে জ্ঞান পীঠ বঁটা নহয, নোবেল বঁটা পালেও তেওঁৰ এই উক্তি মই পাহৰিব নোবাৰোঁ।" তাৰ পিছত জগজিৎ সিঙে মোলৈ চাই কৈছিল, "আপুনি একেবাৰে মনে মনে আছে। এই বিষযত আপোনাৰ মতামত কি ?"

মই যেন এখন বেলেগ ৰাজ্যতহে আছিলোঁ। জগজিৎ সিঙৰ প্রশ্নত চমক খাই উঠিছিলোঁ। চাৰিজন পাঞ্জাবী ডেকাৰ মাজত অসমীযা ভাসা-সাহিত্য-সংস্কৃতি বিষযক যি বিতৰ্ক চলিছিল, সিযে মোৰ মুগ্ধ কৰি পেলাইছিল। বাৰে বাৰে ভাবিছিলোঁ, "এওঁলোক পাঞ্জাবী নে অসমীযা ?" দ্ব্যৰ্থভৰা উত্তৰ দিছিলোঁ, "জ্যোতি প্রসাদৰ মিঠো উক্তি প্রাণজিৎ সিঙে শুনালে, তাতেই সোমাই আছে মোৰ উত্তৰ।" কিন্তু জগজিৎ হঁতে নামানিলে। মোক বহলাই কবলৈ দাবী কৰিলে।

মই কৈছিলোঁ, "চাওক, মোৰ এই অঞ্চলতে জন্ম। ইযাত বঙালী মানুহ আছে, কিন্তু বঙালী স্কুল নাই। বঙালী লবা-ছোৱালীয়ে ইয়াত অসমীয়া স্কুলতে পঢ়ে। কিন্তু ১৯৬০ চনৰ ভাষা-আন্দোলনে এই ঠাইতো কালিমাৰ দাগ পেলাই গৈছে। বঙালীৰো নহয়,

অসমীয়াৰো নহয়—মাথোন মানুহৰ নিষ্ঠুৰতাৰ সাক্ষী দুটা হত্যা-কাণ্ডৰ কথা আপোনালোকক মই কম :

"মানুহে মানুহক কিমান নিষ্ঠুৰভাবে হত্যা কৰিব পাৰে, সেই কথা মনলৈ আহিলেই ১৯৬০ চনৰ ভাষা-আন্দোলনত এই অঞ্চলত হোৱা দুটা নিষ্ঠুৰ ঘটনালৈ মোৰ মনত পৰে। ক্ৰুচবিদ্ধ যীশু, আহোমৰ নচচা শূল আৰু চকু কঢ়া, আঠুৰ ঘিলা কঢ়া তথা ইংলেণ্ডৰ ক্ৰমৱেলৰ কুঠাৰৰ খাপ মানুহৰ নিষ্ঠুৰতাৰেই সাক্ষী। আমি দেখি অহা ৰাণী ৰাজ্যত এটি গাঁত আছে, বৰ দ গাঁত, তাহানি ৰাণীৰ ৰজাই অপৰাধীক সেই গাঁতত পেলাই হত্যা কৰিছিল। গতিটো কিমান দ বা তাৰ তলত কি আছে, কোনেও নাজানে। মধ্যযুগৰ সেপইনত এটা খুটাত বান্ধি অপৰাধীক জুইৰ তাপ দি দি হত্যা কৰা হৈছিল। অপৰাধীৰ বুকু আৰু মুৰ বৰকত ভিজোৱা কাপোৰেৰে বান্ধি তাত পানী দি থকা হৈছিল, যাতে অজ্ঞান নোহোৱাকৈ যন্ত্ৰনাৰ অনুভৱ বহু সময় ধৰি কৰি থাকিব লগা হয়। ঠিক এইবোৰ পটভূমিত যদি মই কব ওলোৱা ঘটনা দুটা চোৱা হয়, তেনেহলে দুখ হয়তো কমকৈ লাগিব। কিন্তু নলগাকৈ নিশ্চয় নাথাকে।" মই ৰৈছিলোঁ। আটাইৰে মুখলৈ চাইছিলোঁ। তাৰ পিছত কৈ গৈছিলোঁ :

"এই কলহী পাৰতে এজনী সাধুৰনী আছে। আমাৰ দক্ষিণ কামৰূপী উপভাষাত 'ভক্তেনী'। তেওঁ এখন শ্মশানত থাকে। সৰু এটা ঘৰত। ঢেকেনাবডী আৰু দলৈ পাৰা নামৰ গাঁও দুখনৰ মাজৰ শ্মশানখনত। তাৰ আগত আছিল এখন পাহাৰত। মথুৰাপুৰী পাহাৰত। দিনত মানুহৰ মাজলৈ আহিলেও ৰাতি তাত অকলে থাকে। নাম ধুপো বালা দাস। কিন্তু সকলোৰে 'ভক্তেনী' বা 'ভক্তেনী আবু' বুলি মাতে। তেওঁ কিয় তেনেকৈ শ্মশানত থাকে, তাকে এদিন সুধিছিলোঁ। তেতিয়াহে ওলাই পৰিছিল এটা হত্যা-কাণ্ডৰ ঘটনা। ভক্তেনী আবুৰ বিয়া হৈছিল এজন বঙালী বেপাৰীৰ লগত। তেনেই সৰু বেপাৰী। ১৯৬০ চনৰ ভাষা আন্দোলনত,

নাই মই দীগলীয়া নকৰোঁ, চমুকৈ কওঁ—মানুহজনক বস্তাত ভৰাই জুলাই মহীয়া কলহীৰ পাণীত পেলাই দিয়া হৈছিল। গৰ্ভবতী ভক্তেনী তাবুৰে বাধা কৰাত তেওঁক এটা খুটতে বান্ধি হৈছিল। পাণীত পেলাই দিয়া বস্তাৰ বান্ধটো কিবাকৈ খোলখাই মানুহজন পাৰলৈ উঠি আহিছিল। আকৌ ধৰিৰ্ছিল অত্যাচাৰীহঁতে। ডিঙিত কাঁচিৰ দ ৰেপ দি পুনৰ বস্তাত ভৰাই ভহাঁই দিছিল।

মই ৰইছিলোঁ। আটাই কেইজনকে দৃষ্টি মোৰ ওপৰত :

"এই কলহী পাৰৰে কুকুৰমাৰাত এজনী পোহাৰী আছে। আমি মহিমাবাই বুলি মাতোঁ। মোক বৰ সৰম কৰে। ময়ো বৰ ভাল পাওঁ। বাঁঠি নেৰ ভাষা আন্দোলনত তেওঁৰ গিৰিযেকৰ দুৰোটা চকুত ছুৰীৰ হান পৰিল। বিশ কিলোমিটাৰমান দূৰৰ বঙালী মানুহৰ গাওঁ এখনলৈ গৈছিল। তাতেই সেই দানবীয কাম কৰা হৈছিল। ৰাস্তাত পেলাই খৈছিল। অন্ধ মানুহজনক ঘৰলৈ অনা হ'ল। মহিমা-বাইৰ দুখৰ সীমা সোহোৰা হ'ল। গাৰেঁ গাৰেঁ দিনৰ দিনটো মাছ সলাই ফুৰিও, বজাৰে বজাৰে মাছ বেঁচি ফুৰিও পৰিযালটোক পোহ-পালদিব নোৱাৰে। আসপিনে দৃষ্টিহীন সবল ডেকা মানুহ এজন ঘৰতে পৰি থাকে। বোধহয় সেই ধিক্কাৰতে কুৰাঁত পৰি মানুহটোৱে আত্মহত্যা কৰিলে।" মই সামৰণি মাৰিছিলোঁ, সেই কাৰণেহ ভাব হয, বঙালী-অসমীযা, হিন্দু-মুছলমানৰ কাজিয়াবোৰ তেনেই নিৰৰ্থক। মহিমাবাইৰ কথা মনলৈ আহিলেই ভাবোঁ, অসমীযা কাৰণেই তেওঁৰ গিৰিযেকৰ চক দুটা কঢ়াহ'ল, ভক্তেনী আবুৰ কথা চিন্তা কৰিলেই দুখ লাগে, বঙালী কাৰণেই তেওঁৰ গিৰিযেকক হত্যা কৰা হ'ল। অথচ এই মানুহবোৰ একেই খাটিখোৱা মানুহ। বঙালী কাৰণেই বসন্ত সাহাই ভক্তেনী আবুৰ গিৰিয়েকক কম সুতত কো ধাৰলৈ দিয়া নাছিল, অসমীযা কাৰণেই হৰিণ মহাজতে তেওঁৰ বিলৰ মাছৰ লৈনদেন কৰোঁতে মহিমাবাইৰ অন্যায় নকৰাকৈ থকা নাই। আমি বুজিব লাগে কিহৰ বাবে, কিন্তু খুঁজো

কিহৰ বাবে। আমাৰ আওতাৰ বাবেই সমাজত অন্যায় অত্যাচাৰ, শোষণ-নিপীড়ন চলি আছে।"

বগুলাৰ চৌকীদাৰমনে চাহ আনিছিল। সনাতন সিঙে কাষতে থকা বেগটোৰ পৰা টোপোলা এটা উলিয়াই ছিল। পিঠা আৰু লাৰুৰ টোপোলা। মই যেন অবাক। প্ৰাণজিতে মোৰ ভাব—ভঙ্গীলৈকে বোধহয় লক্ষ্য কৰি আছিল। গতিকে কৈছিল, "খোকোজা আপোনাৰ এতিয়াও ভঙা নাই। বৰকোলাৰ বাটে বাটে এবাৰ ঘূৰি আহক, খোকোজা নিশ্চয় ভাঙিব। তাত ৰাতিপুৱাই শুনিব তাঁতশালৰ মাত। দূৰৰ পৰা ভাঁহি আহিব ঢেঁকীৰ মাত। তাঁতশালত দেখিব ৰিহা-মেখেলা-পিন্ধা অসমীয়া শিখ গাভৰু। পথাৰত দেখিব, গামোছা পিন্ধা পাঞ্জাবীয়ে হাল ধোৱা দৃশ্য। কেৱল মুৰত একোটা গাগুৰী। আটাইৰে মুখত অসমীয়া ভাষা।" প্ৰাণজিতৰ কথাত মই তেনেই লজ্জিত হৈ পৰিছিলোঁ, "ক্ষমা কৰিবি ভাই। তহঁত আমাতকৈও বেছি অসমীয়া! কব নোৱাৰাকৈয়ে প্ৰাণজিৎহঁত মোৰ বাবে 'তহঁত' হৈ পৰিছিল। প্ৰাণজিতো বোধহয় আবেগ—বিহ্বল হৈছিল। সি কৈছিল, "ইং ১৬৬ চনত নৱম শিখ-গুৰু তেগ বাহাদুৰ অসমলৈ আহে। প্ৰথম থিতাপি লয় গোৱালপাৰা জিলাত। শিখ গুৰুদ্বাৰ স্থাপন কৰে। গুৱাহাটীৰ কাঁচী বজাৰৰ শিখ মন্দিৰ তেনেকুৱাই এখন গুৰুদ্বাৰ। শিখসকলে লগত তিৰোতা লৈ অহা নাছিল। গতিকে অসমীয়া নাৰীৰ লগতে তেওঁলোকৰ বিয়া হৈছিল। সময়ত অসমীয়া ভাষা সংস্কৃতিক কিছু দি তেওঁলোকো অসমীয়া হৈ পৰিল। নিজকে পৰিচয় দিলে—অসমীয়া শিখ। এই অসমীয়া শিখৰে মহানবীৰ চৈতন্যই হাদিকাচকীৰ ৰণত মান সৈন্যক কাটি টুকুৰা-টুকুৰ কৰিছিল। তেওঁৰ এই বীৰত্বত মুগ্ধ হৈ ফুলৰা নামৰ এক যুৱতীয়ে মৃত্যুমুখী চৈতন্যক স্বামী বৰিছিল। শৈলধৰ ৰাজখোৱাই এই কথাকে ধৰি ৰাখিছে তেওঁৰ 'পাষাণ প্ৰতিমা' কবিতাটোত। কবিতাটোৰ এইকেইটা শাৰী শুনি যিকোনো অসমীয়া শিখেই গৰ্ব অনুভৱ কৰিব :

"মতলীয়া আজি কামৰূপী বীৰ, মতলীয়া শিখ, মোগল, পাঠান,
মৃত্যুক ঘূঁৰিৰি সমুখ ৰণত থুকচি থুকচি কাটিলে মান।
বীৰ চৈতন্যৰ ভীম তৰোৱাল,
তেজেৰে বান্ধিলে হাতত কঁৰাল,
চমকে কৃপাণ, খহি পৰে শিৰ, দেখিলে ফুলৰা কাষতে ৰই,
দুহাতে নাশিলে দানৱ পিশাচ, তথাপি মানৱ নহন ক্ষয়।

* * * * *

দেববালা বুজে বীৰৰ আদৰ ফুলৰা বৰিলে বীৰ চৈতন্যক। প্ৰাণজিতৰ গলগলীয়া কণ্ঠৰ আবৃত্তি শুনি কলহীটো যেন নাচি উঠিল।

আমি মৌন, বহু সময় ধৰি।

তেতিয়াই কলহীৰ বুকুৰ পৰা ভাঁহি আহিল গীত এটি। নাওৱাই ভটিয়াই যোৱা নাৱৰীয়া এজনৰ কণ্ঠ ধ্বনিত হৈছে। কলহীৰ দুয়ো পাৰৰ হাবিমনিত :

"বগেজাৰী বাই এ তোৰে গীত গাওঁ
সকলো জাতিয়ে মদ খাই ৰাভাৰ উঠে নাম

* * * * *

কলহী নদীৰ ধন-পানী উটি আহে সোনা
তিৰী বান্দী থৈ দিলু খাজানা

* * * * *

বগেজাৰী বাইএ
কৰ্মনিষ্ঠ আহি পালা,
মাটিৰ মালিক মাহাজনৰ
কটি পুৰি দিলা · "

—"কি শুনিছোঁ এইবোৰ ?" প্ৰাণজিতৰ ভাব-বিভোৰ প্ৰশ্ন।

"বগেজাৰী গীত। তাহাসিৰ ঔগুৰী, বামুনীগাওঁ, ৰকো, বনগাওঁ আৰু বগে ৰাজ্যত ৰচিত হৈছে এইবোৰ গীত। গীতবোৰক কিয় 'বগেজাৰী' বোলে, সিও এক ডাঙৰ কাহিনী। এগৰাকী বিদুষী

ৰাভা নাৰীৰ অবিস্মৰণীয় প্ৰতিভাৰ কাহিনী সোমাই আছে এইবোৰ গীতত। বনগাওঁ আৰু বামুনীগাওঁৰ মাজতে আছিল 'বগে ৰাজ', তাতেই জন্মিছিল সেই গৰাকী নাৰী। নাম আছিল 'জাৰী', কিন্তু বগেত জন্মা বাবে মানুহে বুলিছিল 'বগেজাৰী'। বগেজাৰীয়ে অনেক গীত ৰচিছিল। সেইবোৰ গীত 'বগেজাৰী গীত' হিচাপে ৰাইজৰ প্ৰাণও সোমাই পৰিছিল। কিংবদন্তীয়ে কয়, তেওঁ মনসা-কবি মনকৰৰ পত্নী আছিল। মনকৰ আছিল খেঁাচ ৰাজ্যৰ প্ৰতিষ্ঠাতা বিশ্বসিংহৰ বাল্যবন্ধু, পিছলৈ ৰাজকবি। ভাৰতচন্দ্ৰ দাসে কৈ গৈছে, এই অঞ্চলৰে মানুহ আছিল মনকৰ। পিছে বৰ মজাৰ কথা এইটোহে বগেজাৰী মৰিবৰ প্ৰায় পাঁচ-শ বছৰ হ'ল, তেওঁৰ গীতবোৰ আজি আৰু আবিষ্কাৰ কৰিব নোৱাৰি, কিন্তু বগেজাৰী গীতৰ ৰচনা আজিও চলি আছে কলহী পাৰত। এতিয়াৰ বগেজাৰী গীতত ফুটি উঠে কলহী পাৰৰ আত্মাৰ বিননি; কলহী পৰীয়াৰ সংগ্ৰাম-কাহিনী। মানুহৰ সংগ্ৰামী ইতিহাস বাৰে বাৰে সাৰ পাইছে কলহী পাৰত। কলহী পাৰৰ ভাঙুৰী পাৰা গাওঁতে বহিছিল সৰ্বভাৰতীয় কৃষক সভা, ১৯৪৮ চনত।" মযো বোধহয় ভাব-বিভোৰ হৈছিলো, প্ৰাণজিতৰ সমানেই। "চাৰ, বাইদেৱে চাহ খাব খুজিছে। আপোনাকো একাপ দিম নেকি?" ৰাজেনৰ মাতত সম্বিত যেন ঘূৰাই পালোঁ।

—"নাই নালাগে।" উঠি গৈ আজি কিছুদিন আগেয়ে প্ৰাণজিতে ছদ্মনামত লিখা লেখা এটা উলিয়াই আনিলোঁ: "১৯৭৫ চনৰ এপ্ৰিল মাহৰ ওঠৰ তাৰিখ। সি দিনাই ৰৰকোলালৈ আহিছিল পঞ্জাবৰ তেতিয়াৰ মুখ্যমন্ত্ৰী জেইল সিং আৰু ৰাজ্যপাল মহেন্দ্ৰমোহন চৌধুৰী। লগতে আহিছিল অসমৰ তৎকালীন মুখ্যমন্ত্ৰী শৰৎচন্দ্ৰ সিংহ আৰু কেইজনমান নেতৃস্থানীয় ব্যক্তি। গুৰুদ্বাৰা প্ৰাঙ্গণত অনুষ্ঠিত হৈছিল বিৰাট জনসভা। সেই জনসভাৰ অসমীয়া শিখসকলক উদ্দেশ্য কৰি পঞ্জাবৰ মুখ্যমন্ত্ৰী জেইল সিঙে কৈছিল যে—অসমীয়া শিখ সকলৰ মাতৃভূমি পঞ্জাৱ নহয়, অসমহে। অসমৰ দ্বাৰা-পানীৰে অসমীয়া শিখৰ

দেহ পৰিপুষ্ট, গতিকে তেওঁলোক অসমৰ, তেওঁলোক অসমীয়া। তেওঁলোকে তেওঁলোকৰ ল'ৰা-ছোৱালীক পাঞ্জাবী স্কুলত নহয়, অসমীয়া স্কুলতহে পঢ়ুৱাব লাগিব। তেওঁলোকে পাঞ্জাবী স্কুল নহয়, অসমীয়া স্কুলহে পাতিব লাগিব।

"আৰু আজি সেই জ্ঞৈল সিঙেই ভাৰতৰ গৃহমন্ত্ৰী। সেই অসমীয়া শিখ সকলেই কিছুদিন আগতে গুৱাহাটীত লগ ধৰি তেওঁক এখন স্মাৰকপত্ৰ দি দাবী কৰিছে: অসমৰ পৰা অবৈধ বিদেশীক বহিষ্কাৰ কৰিব লাগে! জ্ঞৈল সিং এতিয়া নিৰুত্তৰ!"

মই বাগৰ সলালোঁ। মনটো আৰু বেছি ভাবাক্ৰান্ত হৈ পৰিল। সেই কলঙীপাৰ-যাত্ৰাৰ পিছত প্ৰাণজিতহঁতে লিখা 'অসমত শিখ' গ্ৰন্থৰ কেইটিমান শাৰীলৈ মোৰ মনত পৰিল: কবি প্ৰসন্নলাল চৌধুৰীৰ দেউতাক শ্যামলাল চৌধুৰী। তেওঁক সখিয়েক আছিল শিখ চুবাদাৰ বুধা সিং। এইজনা সখিয়েকৰ সহায়তে শ্যামলালে শদিয়া সীমান্তত নতুন সমৰ-কৌশল শিকিছিল। আকৌ কবি-নাট্যকাৰ ৰমাকান্ত চৌধুৰী। ১৯৪৬ চনত নলবাৰীৰ বতাহগিলা গাবঁত তেওঁৰ জন্ম। অমিত্ৰাক্ষৰ ছন্দৰ প্ৰথম অসমীয়া কাব্য 'অভিমন্যু বধ' ( ১৮৭৫ ) আৰু 'সীতাহৰণ নাট'ৰ ৰচক তেওঁ। তেওঁৰ ককাদেউতাক কান্নু সিং চুবাদাৰ পাঞ্জাবৰ পৰা অসমলৈ আহিছিল মাত্ৰ ১৭৯২ চনত। কেপ্তেইন ৱেলছৰ লগত। মোৱামৰীয়া বিদ্ৰোহ দমন কৰিবলৈ। বিদ্ৰোহ দমন কৰি ৱেলছৰ সেই ফৌজটো উভটি গ'ল। কিন্তু উভটি নগ'ল কান্নু সিং। অসমীয়া গাভৰু বিয়া কৰাই তেওঁ অসমীয়া হৈ গ'ল। কান্নু সিঙৰে পুতেক লক্ষ্মীকান্ত। লক্ষ্মীকান্তৰ পুতেক ৰমাকান্ত। ৰমাকান্ত চৌধুৰীৰ জীয়েক নিৰুপমা হাজৰিকাই আমাৰ বয়োজ্যেষ্ঠ সাহিত্যিক অতুল হাজৰিকৰ মাতৃ।"

মই এইবাৰ ওপৰ জুৰা হলোঁ। লগে লগে মনটো ভাঁহি গ'ল ১৯৭৯ চনৰ ৮ জুনলৈ। বিদেশী-বহিষ্কৰণৰ দাবীত সিদিনাই পালন কৰা হৈছিল প্ৰথম অসম বন্ধ।

# চাৰি

১৯৭৯ চনৰ ৮ জুন।

অসমজোৰা আন্দোলন।

উদ্দেশ্য : বিদেশী-বহিষ্কৰণ।

বাতৰি কাকতত ওলাইছে : এই আন্দোলনৰ বিৰুদ্ধে বিদেশীখিনি সঙ্গঠিত। সঙ্গঠিত সেই বিদেশীৰ বিৰুদ্ধে থিয় হ'বলৈ অসমৰ বাইশ হাজাৰখন গাওঁ, সাত শ ষাঠিখন চাহবাগিছা আৰু বাসওৰখন চহৰৰ বাবে থকা তিনি শ পয়ষষ্ঠিখন পুলিচ চকী আৰু ত্ৰিশখন সদৰ থানা কোনো পধ্যেই যথেষ্ট নহয়। ফলত সাধাৰণ অসমীয়াৰ না জন না থল অৱস্থা। সেই সাধাৰণৰে এজন বহি আছিল মোৰ সন্মুখত। মহিমা বাইৰ ৰবটো পুতেক পানীৰাম। কাষত নবীন। কলহাৰ ইকুল-সিকুলও আন্দোলনৰ নেতৃত্ব দিবলৈ কটন কলেজ এৰি তেতিয়াও সি অহা নাই।

পানীৰামে সুধিছিল, "এটা কথা নহয় নবীন, গাৱঁৰ মানুহে প্ৰায়ে সুধে, অসমত বিদেশীৰ সংখ্যা কিমান? সৰুতে দুই ছেমীমান পঢ দিলু। তাৰ পাছত ষাঠি চনৰ ভাষা আন্দোলনত পিতা মৰিল। লগে লগে স্কুলক যাৱাও বন্ধ। খবৰী কাগজ দেখাই নাপাও। আজি ভেৰভেৰী, কালি পঢাদ্ ধুৱা—এইবোৰ বিলত মাছ মাৰি ফুৰাওতেই যায়। কচোন বিদেশীৰ সংখ্যা কিমান?"

নবীনে উত্তৰ দিছিল, "সংখ্যাটো ঠিককৈ কব নোৱাৰি। পানীৰামকা! কোনোবাই কয় চল্লিশ লাখ, কোনোবাই কয় আশী লাখ আৰু কোনোবাই কয় দুই লাখ। কিন্তু কথাটো সংখ্যাৰ বাবে নহয়। আইনমতে কোনো বিদেশী মানুহ অনুমতি নোহোৱাকৈ আমাৰ দেশত থাকিব নোৱাৰে। কিন্তু অসমত আছে, সেই বাবেই আন্দোলন।"

"বাৰু বুজিলু। দুই লাখৰ পৰা আশী লাখৰ ভিতৰত হ'ব। বিদেশী খেদাটোও ভাল কথা হ'ব। কিন্তু হাইস্কুলৰ কিৰণ মাষ্টৰ আৰু

বিহুদিয়া গাৱঁৰ বীৰেণ হাতে কথাটো বেলেগ ধৰণে কয় দেখুন। কিয় কয়? নবো মাহাজনে কোছি যে কম্যুনিষ্টখিনি বিদেশীৰ ফালে। কথাটো হয় নেকি?”

“নবো মহাজনহঁতে সুবিধা পালেই কমিউনিষ্টৰ বিৰুদ্ধে কয়। এই কথা ওই দেখোন জানই। কমিউনিষ্ট বিৰোধ সিহঁতৰ মজ্জাগত।” নবীনে উত্তৰ দিছিল, “তোৰ মাৰ মহিমাবায়েই দেখোন কয়, ১৯৪৮-৫২ চনত কেনেকৈ সিহঁতে পুলিচক কমিউনিষ্ট ধৰি দিছিল। তোৰ পিতাৰকো বোলে কমিউনিষ্ট বুলি সিহঁতেই জেল খুৱাইছিল। মথুৰাপুৰী পাহাৰৰ শিলৰ ঘৰটোত বিষ্ণুৰাভা লুকাই থকা খবৰটো দি সিহঁতেই বোলে দহ হাজাৰ টকীয়া পুৰস্কাৰটো লব খুজিছিল। ওই জানেই যে— বিষ্ণুৰাম মেধি চৰকাৰে বিষ্ণুৰাভাৰ মূৰটোৰ দাম দহ হাজাৰ বুলি ঘোষণা কৰিছিল। অপৰাধ বিষ্ণুৰাভা কমিউনিষ্ট, সমাজৰ সমতাৰ বাবে বিপ্লৱৰ কথা কয়। পিছে উমাৰাম আৰু তোৰ পিতাৰাই পুলিচ গৈ পোৱাৰ আগতে বিষ্ণুৰাভাক সেই খবৰ দিছিল। তাৰ পিছতে বিষ্ণুৰাভা নেপাললৈ পলাই গৈছিল।”

“মাই সেইবোৰ কথা আমাকো কৈ থাকে। পুলিচে ধৰি নি পিতাক বুলে বৰ শাস্তি দিছিল। সেই শাস্তিতে তেওঁৰ দুটা দাঁত জেলতে সৰি গৈছিল। পিছে পিতাহঁতে বিচৰণ মতে বাইজৰহে একো লাভ নহল। আনকি সেই সময়ত বিপ্লৱ কৰা কাতিৰামহাতো একে হৈ নাথাকিল। সেহাতে[১] নবো মাহাজন হাতৰ ভাও দিয়াত লাগিল। ইথান[২] তিনিটা কাঠৰ মিলৰ মালিক। মাক যেনোকে পাৰে তেনাকে ঠগে। গাৰ্ড-ফৰেষ্টাৰ বেঞ্জাৰক ভেটি দিয়ে। মাই সেই কাৰণে সেহাতৰ নামত মাত' কিলমাৰে।” পানীৰামে কৈছিল, “মাই আনকি বলীনৰ কথাও কয়। হাকিম হৱাৰ আগতে বলীনেই আমাক কম্যুনিষ্ট পাৰ্টিৰ কম কথা নকলানা? আনকি ৰাস্তাৰে পচ্চেনো কৰালা। গাৱেঁ গাৱেঁ মাছ মালাৰা যান্না মাইৰ বাৰাও কম্যুনিষ্ট পাৰ্টিৰ কথা পচাৰ

১ সিহঁতে। ২ এতিয়া।

কৰ্‌লা। কিন্তু হাকিম হোৱাৰ লগে লগে সব শেষ।" কথাখিনি কৈ পানীৰামে মোৰ মুখলৈ চাইছিল।

মই কি উত্তৰ দিম, ভাবি পোৱা নাছিলোঁ। মোৰ অসুবিধাটো বুজিয়েই নবীনে হয়তো কৈছিল, "কেৱল ককাইদেৱেই নহয় পানাৰামকা। কলেজত থাকোঁতে বিপ্লৱৰ কথা কোৱা অনেক ডেকা কলেজ এৰাৰ পিছতে মৌন হৈ পৰে। কাৰণ জীৱিকা। কেৱল আমাৰ দেশতে নহয়, আন দেশতো।',

"কিন্তু তাকে কৰ্‌বা যাওতে আমাৰ দৰে মানুহ মাথাক গাছত তুলি পৰত মাপিওৱাৰ দৰে নহয় জানু?" নবীন আৰু মই উত্তৰ দিয়া নাছিলোঁ, পানীৰামেই কৈ গৈছিল, "ইথান নামাৰ কথাই ভাবচোন। আমি সাধাৰণ মানুহ। বলীনে বুজে দিয়া মতে। কমুনিষ্ট পাৰ্টিৰ কাম কৰ্‌ছিলু। কিন্তু যেই বলীন হাকিম হ'ল, আমি বৈঠা নওৱা নাৱৰ দৰে হলু। অৱশ্যে কিৰণ মাষ্টৰ আৰু বীৰেণ হাতেও বলীলে কৱা কথা মাথানকে কয়। মানুহ কিন্তু দোধোৰ-মোধোৰত পৰ্‌ছি। মোৰো সেই একে অৱস্থা। বিশেষকে এই বিদেশী খেদা আন্দোলনটোক লৈ।"

পানীৰামৰ কথাবোৰ শুনি মই জোৰ কৰিহে মুৰ তুলি আছিলোঁ। তাতে আকৌ নবীনেও আক্ৰমণ কৰিছিল, "সচাঁকৈয়ে ককাইদেউ, অসমত কমিউনিজমৰ কাৰণে প্ৰাণ দিব পৰা মানুহ আছে। অন্ততঃ সাধাৰণ মানুহখিনি ইয়াৰ বাবে সাজু। পিছে নেতা নাই। ফলত' কমিউনিষ্ট পাৰ্টিৰ অৱস্থা আজি থৰক-বৰক। তইঁতৰ দৰে মানুহখিনিৰ বিশ্বাসঘাটকতাও ইয়াৰ বাবে কম দায়ী নহয়। কেৱল সেয়ে নহয়। তই নিশ্চয় পাহৰা নাই যে আমি কমিউনিষ্টখিনিয়ে সংসদক এদিন 'গাহৰিৰ গড়াল' বুলিছিলোঁ। আজি কিন্তু সেই সংসদলৈকে দৌৰ ধৰিছোঁ। পানীৰামকাৰেই নহয়, মোৰো বহু সন্দেহ হৈছে। এই বিদেশী-বহিষ্কৰণ আন্দোলনটোক লৈ আৰু বেছি দোধোৰ-মোধোৰও পৰিছোঁ।"

"কিন্তু নবীন", ইমান সময়ৰ পিছত নীৰৱতা মই ভাঙি দিলোঁ,

"বিমানেই যুক্তিসঙ্গত নহওক, এই আন্দোলনে অর্থনৈতিক স্বাধীনতা দিব নোৱাৰে। আনহাতে পৃথিৱীৰ যি কোনো জাতিয়েই অস্তিত্ব ৰক্ষাৰ শেষ সংগ্ৰামখন অৰ্থনৈতিক কাৰণতহে কৰে।"

"কিন্তু ককাইদেউ, অৰ্থনৈতিক স্বাধীনতাৰ বাবে সাজু কৰিব নোৱাৰাৰ ফলতে পানীৰাম কাইঁতে এতিয়া যদি জাতীয়তাবাদী এই সংগ্ৰামত যোগ দিয়ে, তাৰ বাবে আমাৰ কমিউনিষ্টখিনি কি দায়ী নহ'ব? আমাৰ শ্ৰেণী-সংগ্ৰামৰ ইতিহাস কি পিছুৱাই নাযাব? নেতৃত্বৰ অভাৱতে আমাৰ বহু কমৰেড দোধোৰ-মোধোৰত পৰিছে। ময়ো তাৰ ব্যতিক্ৰম নহওঁ। কাৰণ মই মোৰ অসমীয়া জাতিটোক বৰ ভাল পাওঁ। কমিউনিজমৰ সমানেই ভাল পাওঁ ইয়াৰ ভাষা—সংস্কৃতিক। মই বিশ্বাস কৰোঁ মাও ছে টুঙৰ সেই উক্তি—"যিয়ে জাতীয়তা বাদৰ আধাৰৰ পৰা আন্তৰ্জাতিকতাবাদক পৃথক কৰিব খোজে, তেওঁ মাৰ্ক্সবাদৰ বিন্দু বিসৰ্গও নুবুজে।"

তাৰ পিছত—

সাত নৱেম্বৰ, উনৈশ উনাশী চন। পাঁচ নৱেম্বৰৰ পৰা এঘাৰ নৱেম্বৰ পৰ্য্যন্ত চলি আছিল অসমজোৰা গণ সত্যাগ্ৰহ। মোৰ কাছাৰীতো সেই একেই সত্যাগ্ৰহ। সেই কেইদিন সত্যাগ্ৰহ কৰিব অহা বহুতোৰে লগত পানীৰাম আৰু কটিয়াও আহি আছিল।

সাত নৱেম্বৰৰ দিনাও ৰাইজৰ লগতে আহিছিল সিহঁত দুটা। দাৰোগা আৰু পুলিচে মানুহখিনিক কাছাৰীৰ দুৱাৰমুখতে বাধা দিছিল। ফলত দুই পক্ষৰ মাজত কিবা-কিবি তৰ্ক-বিতৰ্ক হৈছিল। ঠিক তেতিয়াই পাথৰ দলিয়াই কাছাৰীঘৰৰ খিড়িকিৰ আইনা এখন কোনোবাই ভাঙিছিল। উত্তেজনাৰ মাত্ৰা বাঢ়ি গৈছিল। পুলিচে লাঠি চলাইছিল। মানুহখিনি কিছু সময়ৰ কাৰণে পিছুৱাই গৈছিল। কিন্তু ছত্ৰভঙ্গ দিয়া জন-সমদলৰ পৰা ভাঁহি অহা সমস্বৰৰ সাৰাংশ আছিল: "ৰাইজে নহয়, পুলিচেহে পাথৰ মাৰি খিড়িকিখন ভাঙিলে, সত্যাগ্ৰহত কালিমা সানিবৰ বাবে পুলিচবে এই কুকাণ্ড।" এই কুকাণ্ডৰ প্ৰত্যক্ষ বিৰোধিতা কৰিছিল

কুকুৰ মাৰা গণ সংগ্ৰাম পৰিষদৰ সদস্য পানীৰাম, কটিয়া, ৰামচন্দ্ৰ আৰু ৰাজাৰামে। পুলিচৰ মতে এই চাৰিজনে পুলিচৰ হাতৰ পৰা লাঠি কাঢ়ি নিছিল আৰু দুই এজন পুলিচক সেই লাঠিৰে কোবাইছিল। ফলত বন্দুকৰ ফাঁকা আৱাজ দিবলৈ পুলিচ বাধ্য হৈছিল। গতিকে পানীৰাম-হঁতক কুকুৰৰ দৰে মোৰ আগলৈ টানি অনা হৈছিল। পুলিচৰ বক্তব্য ঃ পানীৰামহঁতেই কাছাৰী ঘৰলৈ পাথৰ দলিয়াইছিল। পানীৰামহঁতক সদৰ অৰ্থাৎ গুৱাহাটী লৈ চালান দিয়াৰ নিৰ্দেশ মই দি দিছিলোঁ।

সেই নিৰ্দেশ দিবৰ আজি প্ৰায় তিনি মাহ হ'ল। তেতিয়াৰে পৰা মহিমাবাইৰ ব্যস্ততা বাঢ়িল। সাতটি নাতি আৰু দুজনী বোৱাৰীয়েকক লৈ মহিমাবাই মহা বিপাঙত পৰিল। যোৱাটো বহাগৰ কথা মাথোন, "এই বুঢ়া বয়সত গাৱেঁ গাৱেঁ মাছ সালাব যাবা আৰু নালগে, বজাৰত মাছ বেচিলেই হবো" বুলি পুতেকহঁতে মহিমাবাইক ঘৰ আৰু বজাৰতে আৱদ্ধ কৰিবৰ ; কিন্তু নহ'ল, বাইজৰ আহ্বানতেই মহিমবাই যেন ওলাই আহিল বাইজৰ মাজলৈ। মাজে মাজে নাম ঘৰতগৈ গীতা, ৰামায়ণ, মহাভাৰত, পুৰাণ আদি শুনিবলৈ আৰম্ভ কৰা মহিমাবায়ে মূৰত পাছিটো আকৌ তুলি ললে। ছয় গাওঁ পান্টান মৌজাৰ গাৱেঁ গাৱেঁ মহিমাবাই ঘূৰি ফুৰিব ধৰিলে। দহটি প্ৰাণীৰ পেটৰ উপায় সোমাই পৰিলহি মহিমাবাইৰ মূৰৰ পাছিত। হৰিন মহাজনে ডাকি লোৱা বিলৰ পাৰত নহিমাবাইৰ উপস্থিতি মহাজনৰ মাছমৰীয়াহঁতে সদায় দেখিবলৈ পালে। মহাজনৰ যিখন মিনিট্ৰাক আছে, সেইখন ট্ৰাকেৰে গুৱাহাটীত তেওঁ মাছৰ যোগান ধৰে। অধিক লাভ পালে মহিমাবাইৰ দৰে দুই এবং পোহাৰীক গাৱেঁ গাৱেঁ সলাবৰ বাবে মাছ দিয়ে, মানে দিব লৈ নিৰ্দেশ দি থৈছে।

হৰিণ মহাজন খুব কমেই আহে ডাকিলোৱা বিলবোৰৰ পাৰলৈ। মেট্ৰিক পাছ কৰিব নোৱাৰি ব্যৱসায়ত লগা মাজু পুতেক ধীৰেনে ৰাতি-পুৱাই বিলৰ পাৰে পাৰে এপাক মাৰে। তাৰ পিছত যায় কলহী নৈৰ ঘাটে ঘাটে। কলহী নৈৰ বালিৰ মহল ডাকি থৈছে হৰিন মহাজনে।

গুৱাহাটীৰ বিভিন্ন ঠাইত তেওঁ বালিৰ যোগান ধৰে। অট্টালিকা আদিৰ বাবে গুৱাহাটীলৈ অহা ভালেখিনি বালিয়েই আহে কলহী নৈৰ বালি-মহলৰ পৰা। বালি-মহল নিৰীক্ষণ কৰাৰ পিছত বুধ, বৃহস্পতি, শনি আৰু ৰবিবাৰে ধীৰেনে বৰ ব্যস্ত হৈ পৰে। কাৰণ বুধবাৰে কুকুৰমাৰাত বহা বজাৰখন, শনিবাৰে বকোত বহা বজাৰখন, বৃহস্পতিবাৰ আৰু ৰবিবাৰে ছয়গাৱঁত বহা বজাৰ দুখন হৰিণ মহাজনেই ডাকি লৈছে।

১৯৭৭ চনৰ আগতে এইবোৰ কাম তেওঁ নিজেই চলাইছিল। কিন্তু সাতসত্তৰ চনৰ "জনতা হাৱা"ত তেওঁ এম. এল. এ. হৈ গ'ল। তেতিয়া এই সমস্ত ভাৰ আহি পৰিল ধীৰেনৰ ওপৰত। ধীৰেনৰ ককায়েক এজন আছে। নাম মহন্ত। হৰিণ মহাজনে তেওঁক অভাৱ-চিয়াৰ কৰিছিল। কিন্তু মহিমাবাইহতঁৰ গাৱঁৰে মাছ মৰীয়া ছোৱালী কিৰণক বিয়া কৰোৱা অপৰাধত মহাজনে তেওঁক তেজ্যপুত্ৰ কৰিছে। বৰ্ত্তমান নগৰবেৰাত অভাৰচিয়াৰ কৰে। মহাজনে মহন্তৰ নামৰ এতিয়াও সাত কিল মাৰে। কেতিয়াবা কয়—"তাৰ এবছৰত উপাৰ্জ্জন মোৰ দুটা হাতীৰ দামো নহয়। নালাগে সি মোক খুৱাব।" অৰ্থাৎ মহাজনে প্ৰতি বছৰে হাতী চিকাৰৰ পৰাও পোন্ধৰ বিশ হাজাৰ টকা উপাৰ্জন কৰে। মহাজনৰ সৰুটো পুতেক কলেজত। আন্দোলনৰ ফলত অসমৰ স্কুল কলেজবোৰ বন্ধ হোৱাত সৰু পুতেকক তেওঁ চিলঙৰ কলেজত পঢিবলৈ পঠাইছে।

যোৱা নিৰ্ব্বাচনত মহিমাবাই হতঁৰ সেই মাছ মৰীয়া গাওঁখনেই কিন্তু ভোট দিছিল হৰিণ মহাজনক। সেই সময়ত মহাজনক কোনেও প্ৰশ্ন নকৰিলে সেই গাৱঁৰে কিৰণক বিয়া কৰোৱাৰ বাবে পুতেক মহন্তক কিয় তেওঁ তেজ্যপুত্ৰ কৰিছে? কোনেও প্ৰশ্ন নকৰিলে, মাছমৰীয়া বোৱাৰী গ্ৰহণ কৰিব নোৱাৰা মহাজনক মাছমৰীয়া ভোট কিয় লাগে? দেশত নটা ঢৌ আহিছিল। সেইটোত মহিমা বাইহতঁৰ গাওঁখনো অন্যান্য ভাৰতীয় গাৱঁৰ দৰে ভাঁহি গৈছিল। সাতসত্তৰ চনত 'জনতাৰ হাল, ভোট দিব ভাল' বুলি কোৱা গাওঁখনেই দুবছৰৰ ভিতৰত কৰলৈ আৰম্ভ

কৰিছিল, "জনতাৰ হাল, বাইজৰ কাল।"

দেশত এটা ঢৌ আছে, সেই ঢৌত গোটেইখন দেশে ডাঁহি যায়।

সুস্থিৰতা নাই, স্থিৰ নীতি নাই, সুখ নাই।

দলে দলে মানুহ আছে, আন্দোলন কৰে, এদিন স্তব্ধ হয়।

বাইজৰ দুখ একেই থাকে।

আন্দোলনত ভাগ নোলোৱাবোৰৰ প্ৰতিপত্তি বাঢ়ে।

ইতিহাস তাৰ নিজস্ব গতিত আগবাঢ়ে।

কলহী পাৰত এই কথাৰ সাক্ষী অন্ততঃ হৰিণ মহাজন।

১৯৪২ চনত হৰিণ মহাজনৰ বয়স বোনে পোন্ধৰ বছৰ। কাম কৰে হাতী-ঘাঁহীৰ। দেউতাক নাৰায়ণ আছিল সাৰা—আমাৰ গাৱঁৰ। দুখীয়া হ'ব পাৰে, কিন্তু নাৰায়ণৰ চৰিত্ৰত খুঁত এটা উলিওৱাৰ সাহস সাত শতুৰেও নকৰে। তেৱেঁই এদিন পুতেক হৰিণক মোৰ ককাদেউতাৰ ওচৰলৈ আনি বোলে কৈছিল, "মহাজন, ঘৰ মোৰ নচলে। আপোনাৰ হাতীটোতে লগাওক ইয়াক। ঘাঁহ কাটিব পাৰিব। পাছত ভাগ্য যদি আছে ফান্দী হ'ব। আনফালে আতাকৰ লগত থাকিব, মোৰ চিন্তা কমিব।" ককাদেউতাই নাৰায়ণ সাৰাৰ কথা পেলোৱা নাছিল। গোমা মাউতক মাতি আনি হৰিণক সঁপিছিল, "তোৰ নাতি তোকে দিলোঁ। ভাগিনীৰ ছলি যেতিয়া। ছলিটোৰ লক্ষণ ভাল দেখিছোঁ। দুকঠা চাউল ই খাব।" ফলত নাৰায়ণৰ সংসাৰৰ এটা পোহ কমিছিল। ঘৰত এতিয়া ঘৈণীয়েক আৰু তিনিজনী ছোৱালী।

দ্বিতীয় মহাযুদ্ধ তেতিয়া পূৰ্ণ গতিত চলি আছে। কলহীৰ পাৰলৈ মিলিটাৰীৰ গাড়ী এই আহিছে, এই গৈছে। ডাঙৰ এটা মিলিটাৰ কেম্প কলহীৰ পাৰতে পতা হৈছে। হটঙা হটঙা নিগ্ৰো সৈন্যবোৰ, ওখ ওখ অফিচাৰ মিলিটাৰীবোৰ কলহীৰ ইকূলে সিকূলে ঘূৰি ফুৰিছে। কলহীৰ ঘাটলৈ কলহীপৰীয়া জীয়ৰী-বোৱাৰী অকলে অহাটো বন্ধ হৈছে।

সেই সময়ৰে কথা। হৰিণে বোলে ঘাঁহ কাটি অ[illegible]

পাৰতে। গোমা মাউতে হাতীটো চৰাই আছিল তেওঁৰ ওচৰতে। নাতিয়েকক তেওঁ কৈ আছিল, "হাতী বৰ গিয়ানী জীউ। ইন্দ্ৰৰ বাহন। সাক্ষাৎ ঐৰাৱত। লুকীৰ ৰাণী যোগেশ্বৰীৰ মান হাতীয়েই ৰাখিছিল। যোগেশ্বৰী তাকুৰী সিংহৰ ৰাণী আছিল। পিছে তাকুৰী সিংহ অকালতে মৰিছিল। লালাক[৩] মৰাৰ পাছত ৰাণীৰ হাতৰ পৰা ৰাজ্যখন গৈছিল। সেই লৈয়ে গুৱাহাটীৰ কাছাৰীত মকদ্দমা এটাও চলিছিল। মকদ্দমাত তেওঁ হাৰিছিল। আজিৰ পৰা চাৰি কুৰিমান বছৰ আগৰ কথা এইটো। মকদ্দমাত হাৰাৰ পিছত ৰাণীয়ে ডেকাপাৰা গাৱঁত থাকিবলৈ লৈছিল। ডেকাপাৰা শিংৰা নদীৰ পাৰতে। লগত দুটা নাবালক পুতেক আৰু এটা বুঢ়া হাতী। ৰাণীয়ে এদিন নিজৰ দুখৰ কথা হাতীটোক কৈছিল। সেইকথা শুনি হাতীটোৰ চকুপানী সৰসৰকৈ বৈ গৈছিল। সিদিনা ৰাতিয়েই হাতীটো অন্তৰ্দ্ধান হৈছিল। চাৰি মাহ পিছত সি ঘূৰি আহিছিল। লগত এটা চানা[৪] হাতী। বধয়[৫] বনৰ পৰা ধৰি আনা।"

কেৱল সিদিনাই নহয়, আতাকে হৰিণক সদায় হাতীৰ কথা কৈছিল। হাতী-চিকাৰৰ লোম-হৰ্ষক কাহিনী। সেই কাহিনীবোৰ শুনি শুনি হৰিণে ভাবিছিল: ফান্দী তেওঁ হ'বই। এবাৰ মাথোন যাব মহাজনৰ ফান্দী হৈ। তাৰ পিছত সম্পূৰ্ণ নিজাকৈ। মাকে কৈছে, গলৰ গহনা বেচি হলেও তাৰ বাবে টকা তেওঁক দিব। কেৱল তেওঁ অব্যৰ্থ ফান্দী হ'ব লাগিব।

আতাকে কৈছিল, "হাতী-চিকাৰৰ গীতবোৰ শিকিব ধৰ। বঢ়িয়া গীত। সেই গীতে বনৰীয়া হাতীবো চকুপানী উলিয়াই দিয়ে।" তাৰ পিছত গল-হেকাৰি এটা মাৰিছিল, "বনৰীয়া হাতী ধৰি আনি ধুৱাবলৈ নিওঁতে এই গীতটো গায়, তই মনত ৰাখিবি:

"হাতী খুলো হাতী খুলো ৰে
ঐ ৰে মাহুত ৰে
ঐ মাহুতে বান্ধিলা গলে বটী ৰে
গলে বটী বান্ধি উঠিল মাহুত ৰে..."

গীতটো শেষ কৰিব পৰা নাছিল গোমা মাউতে। তিনিটা আফগান মিলিটাৰী থিয় হৈ ছিলহি তেওঁলোকৰ কামতে। হাতত বন্দুক নে

৩ গিৰিয়েক। ৪ পোৱালি। ৫ বোধহয়।

ৰাইফল। তাৰে এটাই হৰিণলৈ চাই কৈছিল, "এ ছোকৰা, চিড়িয়া কাহা মিলিছে, দিখা দিবি, তুঝুকে হামি বকচিচ দিবে।" হৰিণে গোমা মাউতলৈ চাইছিল। গোমা মাউতৰ বুকুখনে বোলে ধান বানিছিল। তিনিটা বন্দুক লোৱা মিলিটাৰী একেলগে তেওঁৰ ওচৰত কেতিয়াও থিয় হোৱা নাছিল! এটা গুলিতেইতো সংসাৰ তেওঁৰ শেষ।

"আতা, মই খাৰাভাঙা আৰু পটাদধুৰা বিলত হাঁহ দেখে আছু। ঘাঁহ কাটাও হ'ল। তই লৈ যাবি।" গোমা মাউতে একোকে কবলৈ পোৱা নাছিল। তাৰ আগতেই নাতিয়েকে আফগান মিলিটাৰী তিনিটাৰ লগত খোজ লৈছিল। গোমা মাউতে চাই আছিল।

"বাপৰে একেবাৰে বাঘৰ কলিজা মোৰ নাতিৰ! জীয়া যম তিনিটাৰ লগত গৈ আছিল!" গোমা মাউতে এই কথা বহুতোকে বহু দিন কৈছিল।

সিফালে খাৰাভাঙা আৰু পটাদধুৰা বিলত হৰিণহঁতে মাথোন ছয় জাই গুলিতে বোলে সোতৰটা বনহাঁহ পাইছিল। উভটি আহোঁতে মিলিটাৰী কেইজন হৰিণহঁতৰ ঘৰত সোমাইছিল। চোতালৰ মাজত তিনিখন পীৰা পাৰি দিছিল, তাতে সিহঁত বহিছিল। যিকেইটা হাঁহ গুলি লাগিয়েই মৰিছিল, জবাই কৰিব পৰা নাছিল, সেই কেইটা সিহঁতে সিদিনা লগৰ নিগ্ৰো সৈন্যলৈ নিনি হৰিণহঁতক দিছিল। দীঘল এখন ওৰণি টানি হৰিণৰ মাকে হাঁহকেইটা ঘৰৰ ভিতৰলৈ নিছিল। হৰিণে পাইছিল নগদ এখন ছুটকীয়া নোট।

সেয়েই আৰম্ভণি। তাৰ পিছৰে পৰা তাৰে এজন আফগান মিলিটাৰী হৰিণহঁতৰ ঘৰলৈ সঘনাই আহিছিল। পটাদধুৰা আৰু খাৰা-ভাঙা বিলত সি মাৰা হাঁহৰ ভাগ হৰিণহঁতৰ ঘৰখনে পোৱাটো স্বতঃসিদ্ধ হৈ পৰিছিল। ল'ৰা-ছোৱালীবোৰে সি আহিলেই চুইংগাম পাইছিল। তাক 'চাচা' বুলি মাতিবলৈ সিহঁতক সি শিকাই দিছিল।

এদিনাখনৰ কথা। সিদিনাও চাচা মিলিটাৰী-খাৰাভাঙা বিললৈ আহিছিল। বাটতে ডাঙৰ এজাক বৰষুণ পাইছিল। গতিকে দৌৰ-মাৰি হৰিণহঁতৰ ঘৰত সোমাইছিল। জাকৈ বাৰলৈ যোৱা হৰিণৰ ভনীয়েক তিনিজনী তেতিয়াও উভটি অহা নাছিল। নাৰায়ণ সাবাও নাছিল—মেল মাতিবলৈ ওলাই গৈছিল। ভৰিভাঙা গোসাইৰ সভাখন

সেইবেলি কেনেকৈ পতা হ'ব, সেই বিষয়ক মেল।

চাচা মিলিটাৰীৰ বঢ়িয়া লাগিছিল, ওৰণিৰে ঢাকি নোখোৱা হৰিণৰ মাকৰ মুখখন। কিমাননো বয়স হৈছে! ত্ৰিশ বা পয়ত্ৰিশ! খাৰাভাঙা বিলত পোৱা শৰালি চৰাইৰ পাখিৰ ৰঙৰ দৰেই তাইৰ মুখৰ ৰৱণ। তায়ো বুজি পাইছিল চাচা মিলিটাৰীৰ চকুৰ ভাষা। সি সিহঁতৰ ঘৰলৈ আহিছিলে লোৱাৰ চতুৰ্থ দিনৰ পৰা। তাই ভাবিছিল, আৰকালি খাৰা-ভাঙা আৰু পটাদধুৱা বিললৈ আহি বং সিঁচি যোৱা অচিনাকি চৰাইবোৰৰ দৰেই ধুনীয়া চাচা মিলিটাৰী। ওচৰত কোনো অথকাৰ সুযোগ লৈ সি তাইৰ সোঁহাতখনত থাপ মাৰি ধৰিছিল, "আমি আগেভী কহিছে, তুম্‌হাৰ অন্দৰ ভী কহিছে, তুম্‌হাৰ এই ঘৰ হামি টিনা কৰি দিবে।" তাৰ পিছত সুঁধিছিল, "ক্যা নাম আছে তুম্‌হাৰ?"

"ডিমালী।" হৰিণৰ মাকে উত্তৰ দিছিল।

"সুন্দৰ নাম আছে।"

ডিমালীয়ে লাজ কৰি দেখুৱাইছিল, "কলহীৰ সুঁতি এটা আছে বামুনীগাৱঁত। নাম ডিমালী। ডিমালীৰ পাৰতে মামাহঁতৰ ঘৰ। মোৰ জন্মৰ আগে আগে মাই গৈছিল মামাহঁতৰ ঘৰলৈ। জাল বাই আছিল ডিমালীত। তেতিয়াই মাইৰ গা লৰিছিল[৬]। মোৰ জন্ম হৈছিল। সেই দেখি নাম থৈছিল ডিমালী।"

চাচা মিলিটাৰীয়ে ডিমালীৰ মুখৰ ভাষা বুজিছিল নে নাই, নাজানো। কিন্তু চকুৰ ভাষা বুজিছিল। সেয়ে সি সিদিনা তাইৰ কাষে আগুৱাই গৈছিল। তাই বাধা দিয়া নাছিল। তাইৰ চকুৰ আগত মাথোন ভাঁহি উঠিছিল, চাচা মিলিটাৰীয়ে বান্ধি দিম বোলা টিনৰ ঘৰটো—ব'দত জিবিৰিবকৈ জিলিকি আছে—মানুহে দূৰৰ পৰাই দেখিছে—দেখি ঈৰ্ষাত চাটি ফুটি মৰিছে—সেই ঘৰটোৰ আগতে পুতেক হৰিণে অলপতে ধৰি অনা হাতী তিনিটা বন্ধা আছে তাইহঁতৰ নিজৰ হাতী··

সিদিনা বহু ৰাতিলৈকে টোপনি অহা নাছিল ডিমালীৰ। কাষতে শুই থকা গিৰিয়েকটোক তাইৰ মস্ত এটা অপদাৰ্থ যেন লাগিছিল। মানুহটোৱে তাইৰ কোনো এটা আশাই পূৰাব নোৱাৰিলে। সোণ-গহনাৰ কথাতো দূৰতে থাকক, পাট কাপোৰ এমোৰকে দিব নোৱাৰিলে।

৬ প্ৰসৱ বেদনা আৰম্ভ হৈছিল।

বিয়াৰ যোল বছৰ পিছতো। মানুহবোৰে টিনৰ ঘৰকে ঘৰ বাজিব ধৰিছে, কিন্তু তাইৰ অকামিনা গিৰিয়েকটোৱে চাৰি হদৰ চাৰিটা ঘৰকে ৰাখিব নোৱাৰে · সিও খেৰৰ ঘৰ· ·

অসহ্য যাতনাত চটফটাই উঠে ভিমানীৰ বুকুখন···

যোৱাবেলি ভৰিভাঙা গোসাই সভাত গোটেইখন ৰাইজে পুতেক হৰিণক কাণত ধৰি উঠা-বহা কৰাইছিল

কথাটো নাভাৱোঁ বুলিও নভবাকৈ থাকিব নোৱাৰে ভিমানীয়ে·

কিনো অপৰাধটো কৰিছিল পুতেকে ?

ভৰিভাঙা গোসাইৰ বুট-মুগৰ প্ৰসাদ দেউৰীয়ে ঘৰে প্ৰতি মানুহ মাতি বিলাই আছিল। সিহঁতৰ পাল পৰিণত পিতাকে হৰিণক প্ৰসাদৰ ভাগটো আনিবলৈ পঠাইছিল। হৰিণে ভৰিভাঙা গোসাইৰ থাপনাৰ গুৰিত আঠুকাটি বহিছিল। দেউৰীয়ে কৈছিল, "কাপোৰ আনা নাই কিয় ? কিহত লবি ? যা, কাপোৰ লৈ আহ।"

হৰিণে কৈছিল, "কাপোৰ আনা নহ'ল। এইবাৰ আমাকো মাটিৰ বাচন এটাতে দিচুন।"

"অ' এই কুকুৰৰ দেখোন বৰ কথা ! কাউৰ হৈ মৈৰা হ'ব খুজে ! ঐ গৰু, চৌধুৰী-তালুকদাৰ হলি কাটাত,[৭] বকৰা হলি মালেত[৮] আৰু ঠাকুৰীয়া হলিহে কুমেচকত[৯] পচাদ[১০] পায়। বাপেৰেক[১১] এটা থাকা খুৱাবা দিবি, তাৰ পিছতহে মাটিৰ বাচনত পচাদ খুজ্‌বি। গাত নাই ছাল-বাকলি, গাধীৰ খাই তিন টেকেলী।" দেউৰীয়ে ৰাইজৰ নিয়মৰ কথা কৰ্ণকটু ভাষাৰে কৈ গৈছিল। হৰিণৰ খং উঠিছিল। দেউৰীজনক গালি পাৰি দিছিল। গতিকে ৰাইজৰ আগত কাণত ধৰি উঠা-বহা কৰা দণ্ড হৰিণে পাইছিল।

কথাটো ভাবিলে ৰাইজখনৰ হাড়-মূৰবোৰ কামুৰি গুড়ি কৰি দিবৰ মন যায় ভিমানীৰ·

ৰাইজখনক থানা এটা খুৱাই ৰাতিৰ ভিতৰতে 'চৌধুৰী' হ'বৰ বৰ মন যায় ভিমানীৰ · আৰু তাকে যেতিয়া কৰিব নোৱাৰে, তেতিয়া গিৰিয়েক নাৰায়ণ সাৰাক মানুহ বুলি ভাবিবৰো মন নাযায় ভিমানীৰ···

এনে এটা মানুহলৈ বিয়া দিয়া বাবে মোমায়েক গোমা মাউতৰ

৭ কটাত। ৮ মলাত। ৯ কুমাৰ-চক। ১০ প্ৰসাদ। ১১ পিতাৰাক।

ওপৰতো কম খং মুঠে ডিমানীৰ

আৰু ঠিক এনেবোৰ মুহূৰ্ত্ততে ডিমানীয়ে যেন বুজি উঠে তাইৰ স্বৰ্গগতা মাকৰ বেদনাখিনি।

তেতিয়া মোমায়েক গোমা মাউতৰ কোলাত বহিবলৈ বেয়া নোপোৱা বয়স ডিমানীৰ। ডিমানীহঁতৰ ঘৰখন 'বলিকটাৰ খৰ' বুলি অঞ্চলটোৱে জানিছিল। বাপেকে সিহঁতক কৈছিল, "আই চণ্ডিকাক চান্দো সদাগৰে কৈলাসৰ পৰা নমাই আনিছিল। মূৰত তুলি। চম্পক নগৰলৈ। দেৱীয়ে তেওঁক কৈছিল যে নিওঁতে মূৰৰ পৰা নমাই বাটত ক'তো থব নোৱাৰিব। যদি থয়, তাতে তেওঁ থাকি যাব। চান্দো সদাগৰৰ বাটতে পিছে ফুৰা-হোৱা[১২] লাগিল। ৰাজহাউলিৰ এক মাইলমান উত্তৰে দেৱীক নমোৱাৰ বাহিৰে উপায় নাথাকিল। সেই-দেখিহে মৈৰঘৰৰ পৰা এক মাইলমান উত্তৰত চণ্ডিকা দেৱীৰ দেৱালয়। আমাৰ আতা পুৰুষে তেতিয়াৰ পৰাই চণ্ডিকা দেৱালয়ত বলি কাটি আহিছে। বলিকটাৰ ভাৰ দিছিল স্বয়ং চন্দ্ৰধৰ সদাগৰে।" পিছে পিতাকৰ বলি-কটা ৰূপটো ডিমালীয়ে ভাল নাপাইছিল।

সেই সময়ৰে কথা। মোমায়েকে তাইক হাতীত তুলি লৈ গৈছিল, ভেকুলি বিয়া দেখুৱাবলৈ। আহাৰ মাহ, দহদিন ধৰি বৰষুণ নাই— গতিকে ৰবিৰবীয়া পাহাৰৰ তলতে তিনিখন গাৱঁৰ ৰাইজে ভেকুলি বিয়াখন পাতিছিল। ৰাতি বিয়াৰ থলিতে পুতলা নাচ দেখুওৱাৰ কথাও আছিল। মোমায়েকে ডিমালীক জাপা শিলটোৰ তলেৰে লৈ গৈছিল, "এইখন বাঘেহেৰী পথাৰ। সকতে ইয়াত আমি গৰু চাৰিছিলোঁ। মুখ-আন্ধাৰ বেলা হ'বলৈ নাপায়, আৰম্ভ হয় বাঘৰ হাউৰণি। আমি গাইছিলোঁ :

অ' গৰখীয়া গৰু মেল গৰু মেল
আহিন-কাতিৰ ভোকতে
গৰু মৰে লগতে
গৰু মেল গৰু মেল।

সৌটো আকৌ বাঘেহেৰী বিল। বাঘেহেৰী বিলক লৈ গোৱা গীতটো তই গাচোন।"

---

১২ শৌচ কৰা।

ডিমালীয়ে গাইছিল :

"আহ অ' লকাই মাছক যাওঁ
বাঘেহেৰী বিলক ..."

সোমায়েকে কৈছিল, "আনপিনে এইটো জাপাশিল। দুটা শিল জাপ খাই পৰি আছে, গতিকে জাপাশিল। জাপাশিলটো যিখন পাহাৰত দেখিছা, সেইখনৰ নাম মথুৰাপুৰী। আবুহঁতে কৈছিল, এই মথুৰাপুৰীয়েই বোলে কংসৰ ৰাজধানী আছিল। যিটো শিলৰ ঘৰ আজিও তাত আছে, সেইটোৱেই আছিল কংসৰ গুপ্ত ৰাজভঁড়াল। মথুৰা পণ্ডিতে কয়, এটা সময়ত বহু যোগী মানুহ এই মথুৰাপুৰীতে লুকাই আছিল। শঙ্কৰদেৱৰ সময়তেই নেকি, যোগী মানুহবিলাকৰ ওপৰত বৰ বোলে অত্যাচাৰ চলিছিল। ধৰ্মৰ বাবে। তেতিয়াৰ পৰাই যোগী বা নাথ মানুহ আছে কলহী পাৰত। মথুৰা পণ্ডিতহঁতৰ উপৰি পুৰুষ আছিল তেওঁলোক।"

জাপাশিলটোৰ একেবাৰে তল পাইছিল ডিমালীহঁত উঠি থকা হাতীটো। মোমায়েকে কৈ গৈছিল, "এই জাপাশিলটোত এজনী শান্তী কইনা থাকে। আবুহঁতে কৈছিল, আগতে আমাৰ কলহী পাৰৰ কইনাই এই শান্তী কইনাৰ কাপোৰযোৰ পিন্ধিয়েই বিয়াত বহিছিল। বিয়াৰ আগদিনা জাপাশিলটোত তামোল-পাণ এযোৰ দি থব লাগে, পিছদিনা ৰাতিপুৱাই তামোল-পাণ যোৰৰ ঠাইত কইনাৰ কাপোৰযোৰ ওলাই থাকে। বিয়াৰ পিছত আকৌ তামোল-পাণ এযোৰেৰে কাপোৰযোৰ ঘূৰাই দি আহিব লাগে। কিন্তু এবাৰ এটা ঘটনা ঘটিল। কলহী পাৰৰে কোনোবাই কাপোৰযোৰ নি ঘূৰাই নিদিলে। ফলত জাপাশিলৰ শান্তী কইনাই কাপোৰ দিয়া বন্ধ কৰিলে।"

মথুৰাপুৰী পাহাৰৰ কাষে কাষে গৈ হাতীটো পশ্চিমমুৱা হৈছিল। ডিমালীহঁতৰ চকুৰে-মুখে আবেলিৰ সুকমৰ পোহৰ আহি পৰিছিল। মোমায়েকে কৈছিল, "আমাৰ আগহাতে সেইটো হাতভাঙা গোসাইৰ নামঘৰ। তইঁতৰ গাৱঁৰ ভৰিভাঙা গোসাইৰ ভৰিখন বোলে ভাঙা, হাতভাঙা গোসাইৰ আকৌ হাতখনহে ভাঙা। ভেকুলি বিয়াৰ ঠাইডোখৰ পাবলৈ আমাৰ আৰু বেছিপৰ নাই। সেই যে পাহাৰখন দেখিছা, সেইখনেই বৰ বেৰিয়া পাহাৰ। ছয়গাৱঁৰ হাটখন আগতে তাতে

বহিছিল ৰবিবাৰে, গতিকে ৰৱবেৰীয়া পাহাৰ। সেই পাহাৰৰ তলতে চলি আছে ভেকুলি বিয়াখন। বিয়াথলিৰ পৰা অলপ দূৰত গোবৰ্দ্ধন পাহাৰ। গোবৰ্দ্ধন পাহাৰৰ কেইবাটাও শিলত কৃষ্ণই গৰু চৰাত দৃশ্যবোৰ শিলা হৈ আছে। সেই পাহাৰৰ তলতে ৰহপুৰ থান। মহাপুৰুষ মাধৱদেৱ সেইডোখৰ ঠাইতে বোলে বৈছিল, কলহীৰে যাওঁতে, সেইদেখি 'ৰপুৰ', এতিয়া 'ৰহপুৰ'। ৰহপুৰ থানৰ কাষতে কৈমাৰী সত্ৰ।"

ডিমালীহঁত ৰাঙামালা থানৰ ওচৰ পাইছিল। মোমায়েকে হাতীটো ৰখাইছিল। হাউলি অহা গছ এজোপাৰ পৰা হাতীটোক পাত খুৱাবলৈ আৰম্ভ কৰিছিল। ডিমালীয়ে দেখিছিল, জীয়ৰী-বোৱাৰীৰ এটা জাক আগবাঢ়ি আহি আছিল। অলপ ওচৰ পোৱাৰ লগে লগে বুজিছিল— সেইটো জাপা থোৱা তিৰোতাৰ জাক। তিৰোতাবিলাকে গাইছিল :

"কি চাৱা ওলে ওলে[১৩]
গাছৰ তলে তলে
জাপাই টলোবলো কৰে।"

"কাৰ আপী মান্নুহ হ'ল?"[১৪] মোমায়েকে তিৰোতা জাকক সুধিছিল, "ফণী মিস্ত্ৰিৰ মাজুটো আপী।" তিৰোতা জাকে উত্তৰ দি আগবাঢ়িছিল :

"ৰহ এ জাপা ৰহ এ
ওলালি মামেৰেৰ ঘৰে।"

ডিমালীয়ে দেখিছিল, তাইৰ কাণসমনীয়া আপীহঁতেও গাইছিল :

"কলৰে চোচনি
লগৰীয়াৰ তোলনী
আকাশে লৈ যাওঁ ধৰি।"

ডিমালীৰ অলপ যেন লাজ লাগিছিল। মাকহঁতে কয়, তাই ডাঙৰ হবলৈ[১৫] বেছিদিন আৰু নাই। তাইৰ তোলনী বিয়াতো আয়তীসকলে এনেদৰেই গীত গাব

পুষ্পিতা হ'বৰ তৃতীয় দিনা সিহঁতৰ গাৱঁৰ আয়তীসকলে গীত গাই গাই জাপাটো নি মোমায়েকৰ ঘৰত থৈ আহিব···

---

১৩ ওলাই ওলাই।

১৪ শান্তী হ'ল, পুষ্পিতা হ'ল। ১৫ পুষ্পিতা হ'বলৈ।

পিছদিনা মোমায়েকহঁতৰ গাৰঁৰ আয়তীসকলে জাপাটো গীত গাই গাই লৈ আহিব···

কিমান ধুনীয়া দেখি জাপাটো···
বেতেৰে সজা·· ঠিক যেন এখন থগি···
ভিতৰত সক এখন ভাব-কটাৰী···পছুৰ শিঙৰ নালৰ···
কাঠৰ খটুৰাটোত সেন্দুৰ· সক এখন আইনা··

আয়তীসকলে গাব :

"জাপাৰে মূৰতে গেন্ধে ফুলৰ মালা
কাণতে ৰামপুৰীয়া ফুটি,
কলহী পেৰীয়া আয়াই জাপাটো আনিছি
নিয়াছি আদৰি আহি।"

তাইক ধুৰাবলৈ কলপুলি এটা পুতিব·· বেই সাজিব···
ডিমালীৰ কাণত পৰিল আয়তীসকলৰ গীতৰ কলি :

"মাছ মাৰি খৰি লুৰি
মিয়াবেক[১৬] ধুৰালি
ধুৰাবৰ বেলি আই তই
মিয়াবেক নাপালি।"

ডিমালীয়ে ভাবিলে, তাইক পিছে মাকেই ধুৰাব··
ধুৰাই উঠি কাপোৰ পিন্ধোৱাৰ পিছত আয়তীসকলে গাব :

"কলহী পাৰৰ গোবৰ গুঠা
ঘহো-মহো কৰে,
মামিয়াকৰ[১৭] কাপোৰযোৰা
কটিত চিৰা পৰে।"

মোমায়েকে কৈছিল, "ধুৰনীৰ সময়ত জাপাশিলৰ শাস্তী কইনাই বোলে জাপাও দিছিল। আনকি কাপোৰো। মাত্ৰ ভক্তিভাবে খুজিব লাগিছিল।"

ডিমালীয়ে ভাবিছিল, সেই কন্ধপৰা[১৮] মানুহ যবেই কাল হ'ল। শাস্তী কইনাই আজি জাপাও নিদিয়ে, কাপোৰো নিদিয়ে। নহলে সেই কাপোৰ তায়ো পিন্ধিব পালে হয়।

---

১৬ মাৰক। ১৭ মোমায়েকৰ। ১৮ কৰন্ধ পৰা, দৈত্য পৰা, হতশ্ৰী।

ডিমালীহঁতৰ হাতীটো আগবাঢ়িছিল। মোমায়েক কৈছিল, "ভেকুলি বিয়াৰ থলিখনত বহুদিন আগতে বোলে মাৰে পূজা হৈছিল। মাৰে পূজা কৰা হয় আই মনসাক পূজা দিবলৈ, সাপৰ পৰা ৰক্ষা পাবলৈ। তৃতীয়বাৰ মান অহা সময়ত তাত মাৰে পূজা চলি আছিল। দেওধনী দ'কত পৰিছিল। বাঙামাটিৰ তিনিজন জ'কি আৰু লুকীৰ চাবিজনী জ'কীয়ে নাচি আছিল। তেতিয়াই ওলাইছিলহি মানহঁত। দ'কত পৰা দেওধনীৰ গাত খেৰ-পাত ঢাকি থৈ মানুহবোৰ পলাইছিল। মানহঁত পোন্ধৰ দিনমান পিছত গুচি গৈছিল। সেই কেইদিনতে দেওধনীৰ গাৰ আধা মঙহ পোক-পৰুৱাই খাই শেষ কৰিছিল। বৰ ভাল দেওধনী আছিল বোলে সেইজনী।"

"হয়নে মামা, বনগাৱঁৰ ৰজাই বোলে বামুণৰ গাৰ ছালেৰে ডগৰ চিলাইছিল?" ডিমালীয়ে যোৱা জেঠ মাহত বনগাৱঁৰ মাৰে চাব যাওঁতে শুনি অহা কথাৰ সত্যতা মোমায়েকক সুধি খাটাং কৰিব খুজিছিল।

"মানুহে তেনেকৈয়ে কয়তো! বনগাৱঁৰ ৰজাক বামুণীয়া নাতি শিকাবলৈ কোনোবা এজন বামুণে বৰ ছল-চাতুৰী কৰিছিল। ৰজাই অতীষ্ঠ হৈ সেই বামুণৰ গাৰ ছালেৰে ডগৰ চিলাইছিল।"

ডিমালীহঁত ভেকুলি বিয়াৰ থলি পাইছিলগৈ। দুখন ৰভা—এখন দৰাৰ, আনখন কইনাৰ। ডিমালীয়ে কইনাজনী চাবলৈ প্ৰায় দৌৰ মাৰিছিল: চুক ভেকুলি এজনীক তেল-সেন্দুৰ পিন্ধাই কইনা সজোৱা হৈছিল। ডিমালীয়ে ভাবিছিল, এইৰ তোলনী-বিয়া কেতিয়াবা হৈছিল! কইনাঘৰৰ ৰভাৰ তলত আয়তীসকলে গাই আছিল:

"ভেকুলিৰ বিয়ালৈ আহে ইন্দ্ৰদেৱ
বতাহ-বৰষুণত ভিজি।
স্বৰ্গৰ অপেচৰী আহিছে নামি
ভেকুলি বিয়াৰে বাতৰি শুনি॥"

ডিমালী এইবাৰ দৰাটোৰ কাষ পাইছিল। সেই একেই চুক ভেকুলি। দৰাৰ মাজত—কপালত্‌ সেন্দুৰৰ ফোঁট। আয়তীসকলে তাতে গাই আছিল:

"চুকৰে ভেকুলি মেঘৰ মন মুকলি
বাইজক পানী কৰি দিয়া।"

তাৰ পিছত পানী তোলাৰ সময় হৈছিল। জীয়ৰী-বোৱাৰীৰ জাকটো কলহীৰ ঘাটলৈ আগবাঢ়িছিল। হাতত একোটা লোটা :

"থছুলী ভেকুলিৰ বিয়া এ
বাইজে পানী তুলি দিয়া এ।"

ডিমালীয়ে বিয়াৰ খলিত তাইৰ চিনাকি লগৰী পাইছিল। কিন্তু তাইৰ আপচোচ হৈছিল : মাকৰ কাপোৰ যোৰকে খুজি কিয় নানিলে বাৰু! তাইৰ লগৰ প্ৰতিজনীয়েই দেখোন মেখেলা-চাদৰ পিন্ধিছে! তাৰ উপৰি, তায়ো দেখোন লোটা এটা আনিব পাৰে! তাই ঠিক কৰিছিল, আয়তীসকল কহুলী ঘাটত থকা সময়তে ঘৰৰ পৰা পাক এটা মাৰিব! মাকৰ এযোৰ কাপোৰ আৰু এটা লোটা লৈ আহিব!

গতিকে ডিমালী দৌৰিছিল।

কলহীৰ পাৰে পাৰে।

আয়তীসকলে গাই আছিল :

"ৰৰগাছ কাটিলে ঘিটিংকে পৰিলে
লাতা গাছ কটিলে বেৰে।
ৰাজাৰ কটকীক ৰাইজে কাটিলে
সাতদিন ৰৰশিলে দেৰে॥"

মাকক কিদৰে ভালৰি বোলোৱা যাব, তাকে ভাবি ডিমালী পানীপচাত এখন্তেক ৰৈছিল। দুৱাৰখন কানি-দুৱৰীকৈ বন্ধ কৰা আছিল। পিছে ভিতৰত যিটো মাত শুনিলে, সেই মাতটো শুনিহে ডিমালীৰ অন্তৰ ক'লা পৰি গ'ল। মৌজাদাৰৰ পিয়াদা বৰুণৰ লগত মাকে গুণগুণাকৈ কথা পাতিছে। আজি কেবাদিনো ধৰি মানুহজন খাবানা বিচাৰি সিহঁতৰ ঘৰলৈ আহি আছে। ডিমালীৰ এখানিমান অন্তৰখনে ভাবিছিল, "ভেকুলি বিয়া পাতি, পানী আনি, ৰাইজখনে খেতি কৰে! ইহঁতক ওপৰতে খাজানা কিয় দিব লাগে?" হঠাতে গীত একাঁকিলৈ তাইৰ মনত পৰি গৈছিল :

"শুনছানা আপীগিলা খাজানা বাঢ়াছি।
দিবা নল্লি নিব ধৰি পিয়াদা লগে দি॥"

তাইহঁতৰ বাঁহৰ চাংখনৰ কেৰকেৰ মেৰমেৰ শব্দ শুনি ডিমালায়ে দুৱাৰেৰে ডেং মাৰি চাইছিল··

ইচ ইচ, হুখি হুবি ।

মাকৰ মুখখন বৰুণ পিয়াদাই দেখোন চেলেকিছে ।

কুকুৰে চুৱনি চেলেকাৰ দৰে ।

মাকৰ গালে-মুখে বৰুণ পিয়াদাই চোকেৰা তামোলৰ গুড়ি ।

তাতেই বমি ওলাই আহিব খুজিছিল ডিমালীৰ·

দৌৰ মাৰিছিল কলহীৰ ঘাটলৈ·

নওলাতে ভেটাভেটি হৈছিল বাপেক বলিকাটাৰ লগত·

কান্ধত বলিকটা দাখাৰখন·

মাজে মাজে ধাৰ দিব আনে ঘৰলৈ

কলহীৰ পানীত হুলহুলকৈ বমি কৰি দিছিল ডিমালীয়ে

তাইৰ-এৰ বিচকিনা লাগিছিল·

পানীতোলা আয়তীসকলৰ ফালে এখোজ দুখোজকৈ আগবাঢ়িছিল ·

কিন্তু তেতিয়াই দৌৰি আহিছিল পিতাক বলিকাটা

আয়তীসকলক কৈছিল, "ডিমালীৰ মিয়াক আৰু মৌজাদাৰৰ পিয়াদাক দুচেও কৰি থৈ আহিছু মই থানাক যাওঁ থানাত যাই ধৰা দিম।"

হৈ চৈ লাগিছিল আয়তীসকলৰ মাজত।

ডিমালীহঁতৰ ঘৰত গৈ দেখিছিল, তেজ বৈ গৈছে মজিয়াৰ মাটিত। ডিমালীৰ মাকৰ মূৰটো সামান্য লাগি আছে গাওঁী অংশৰ লগত! বৰুণ পিয়াদাৰ মূৰটো এঠাইত, গাওঁী অংশ আন ঠাইত।

ঘৰখনত তেনে এটা দৃশ্য দেখি ডিমালী মুচকছ গৈছিল

বলিকটাৰ জেল হৈছিল। জেলৰ পৰা ওলাইও কলহী পাৰলৈ তেওঁ ঘূৰি অহা নাছিল। কাশী-বৃন্দাবনৰ ফালে বোলে গুচি গৈছিল।

ভনীয়েক তিনিজনীৰ সৈতে ডিমালী মোমায়েক গোমা মাউতৰ ঘৰত ডাঙৰ-দীঘল হৈছিল। ডিমালীক মোমায়েকেই নাৰায়ণ সাৰালৈ বিয়া দিছিল। কিন্তু সুখী হ'ব পৰা নাছিল ডিমালী।

কলহীপৰীয়াক তাই দেখুৱাব খুজিছিল তাইৰ প্ৰতিপত্তি।

মাকৰ মৃত্যুৱে তাইক সদায় সোঁৱৰাইছিল—"যাৰ নাই ধন, তাৰ নাই মান।"

গতিকে ডিমালীয়ে এৰি দিছিল চাচা মিলিটাৰীৰ দুবাহুৰ মাজত।

পাপ-পুণ্যৰ বিচাৰ তাই কৰা নাছিল।

"ধন থাকিলে পাপ হয় পুণ্য, পুণ্য হয় পাপ।" ডিমালীয়ে ভাবিছিল।

চাচা মিলিটাৰীয়ে তাইহঁতৰ চোতালত এদিন টিন কেই বাণ্ডলমান পেলাইছিল। ক'ৰ পৰা আনিছিল, ডিমালীয়ে সোধা নাছিল। সুধিবৰ দৰ্কাৰো নাছিল। যুদ্ধৰ বতাহে ক'ৰ বস্তু ক'লৈ নিছে, তাৰ হিচাপ কোনে ৰাখিছে ?

সিদিনা তাই বৰ নিবিড়ভাবে ধৰা দিছিল চাচা মিলিট্যাৰীৰ বুকুৰ মাজত।

আৰু তেতিয়াই ঘৰৰ ভিতৰলৈ সোমাই আহিছিল নাৰায়ণ সাৰা।

সোমায়েই চকু তেওঁৰ কপালত উঠিছিল!

ঘৈণীয়েক পৰি আছে চাচা মিলিটাৰীৰ দুবাহুৰ মাজত!

কলহীৰ বিৰাট এটা ঢলে তেওঁৰ ঘৰখন যেন উঁহাই নিলে!

লেখিব নোৱাৰাকৈ দ্বিতীয় মহাযুদ্ধৰ যুঁজাৰু বিমান যেন পাৰ হৈ গ'ল তেওঁৰ ঘৰৰ ওপৰেৰে!

আৰু সেই বিমানৰ বতাহত উৰি গ'ল নাৰায়ণ সাৰাৰ সংসাৰ!

বৈ থকা নাছিল নাৰায়ণ সাৰা! সেই ভাজেই ওলাই গৈছিল। ক'লৈ গৈছিল, কোনেও নাজানে। আজিও। মাথোন যোৱাৰ আগতে কোনোবা এজনক লগ পাই বোলে কৈছিল, "সেই পাপিষ্ঠেনী তিৰীৰ লগত ঘৰ আৰু নকৰোঁ।"

তাৰ পিছত মেল বহিছিল। ডিমালীয়ে স্বীকাৰ কৰা নাছিল। খাপাৰ পৰীক্ষালৈকে সাজু হৈছিল তাই। আনকি ভবিভাঙা গোসাইৰ সমুখত শপত খাইও নিজকে নিষ্কলুষ বুলি প্ৰমাণিত কৰাৰ শেষ চেষ্টা কৰিছিল। কিন্তু ছুয়োটাতে হাৰি গৈছিল ডিমালী। কলহীৰ পকনীয়া এটাত খাপাৰ এপাট পুতি দিয়া হৈছিল। বাইজখন পাৰত থিয় হৈ আছিল। তেওঁলোকে ভবিভাঙা গোসাইক চিন্তি হৰিধ্বনি এটা দি খাপাৰ পাটত ধৰি ডিমালীক ডুব মাৰিব দিছিল। ডুব মাৰিব পাৰিলেই নিষ্কলুষ বুলি প্ৰমাণ হৈ যায়! কিন্তু আচৰিত কথা, ভৰ ব্যৰিষা কলহীৰ ইকুল সিকুল সাঁতুৰি পাৰ হোৱা মানুহজনীয়ে সিদিনা খাপাৰ পাটত ধৰি ডুব মাৰিব পৰা নাছিল বোলে। আকৌ ভবিভাঙা গোসাইৰ সমুখত

কিবা কাঢ়িব[19] বহি তাই বোলে থকথককৈ কঁপিছিল।

গতিকে ডিমালীক আলাগ[20] কৰা হৈছিল।

একেবাৰে জুই-পানীৰ আলাগ।

ডিমালীৰ লগত কোনেও সম্বন্ধ ৰাখিব নোৱাৰিব।

ৰাখিলে ৰাখোতাজনকো জুই-পানীৰ আলাগ কৰা হ'ব।

হৰি ভকতে কৈছিল, "এইক গাঁৱৰ পেৰেই খেদ্‌বা লাগ্‌ছিল— গলত চুৰা কাটা আলে দি, কপালত চূণৰ ফটা[21] দি আৰু চুলিবোৰ খুৰে দি। উলে[22] দিয়াৰ আগতে সকলোৰে চতালে চতালেও ঘূৰাবা লাগ্‌ছিল।"

ডিমালী চিন্তিত হৈছিল, কিন্তু ভাগি পৰা নাছিল।

ৰাইজখনে তাইক জাত যোৱা বুলি ঘোষণা কৰিছিল।

তাই মুছলমান হৈছিল।

পুতেক হৰিণক মতাই আনি কৈছিল, "তুখীয়াৰ মান ক'তো নাই। ধন হলে দেখিবি, বগা ভাত খোৱা কাউৰৰ অভাৱ নাই। চুৰা ভাত খাবলৈ এইবোৰ কুকুৰেই দৌৰ আহিব।" ডিমালী অলপ বৈছিল, পুতেকৰ মুখলৈ অলপ সময় চহৈ থাকি কৈছিল, "মোকতো মুছলমান বনালে। সিহঁতে আলাগ নকৰা হলিও এইখন গাৱঁত নাথাকিলোঁ হয়। মেৰঘৰৰ কাষৰ মাটিখিনিতে আমি থাকিমগৈ। আঁতৰা আঁতৰিকৈ ছুটা ঘৰ বান্ধিম—এটাত মই থাকিম, এটাত তহঁত থাকিবি। মামুহে সুধিলে মই অকলে খোৱা বুলি কবি। তহঁত মুছলমান হ'ব নালাগে।"

হৰিণে একো উত্তৰ দিয়া নাছিল। মাকৰ কথা মতে পিছদিনা হাতী-ঘঁাহীৰ কাম এৰিছিল। গোমা মাউতে বাধা দিছিল। কংগ্ৰেছ ভলন্টিয়াৰ হৈ স্বাধীনতা ৰণত লাগিবলৈ কৈছিল। সেই কথা শুনি ডিমালীয়ে মেমোয়েকক টানকৈ কৈছিল, "সাৰাত বিয়া দি মোক খালি। এতিয়া ভলেন্টাৰ কৰি ইয়াৰ মূৰটোও খাব খুজিছা। নাযায় ই ভলেন্টাৰ হ'ব। কালিৰ পৰা মিলিটাৰী কেম্পত হাঁহ আৰু মুৰ্গীৰ বেপাৰ কৰিব। মই ঠিক কৰিছোঁ।"

চাচা মিলিটাৰীয়ে টকা কেইশমান দিছিল।

হৰিণে হাঁহ, কুকুৰা আৰু কণীৰ বেপাৰ আৰম্ভ কৰিছিল। পঞ্চমমান শ্ৰেণীলৈকে পঢ়া বিদ্যাখিনিয়ে হিচাপ-নিকাচত সহায় কৰিছিল।

---

১৯ শপত খাব। ২০ একঘৰীয়া। ২১ ফোট। ২২ উলিয়াই।

মাকে মিলিটাৰীৰ গাড়ীত উঠি গুৱাহাটীলৈ গৈছিল। কেৰাচিন আৰু কানিৰ পাৰ্মিট বিচাৰি। কেতিয়াবা কেতিয়াবা কেইবা দিনো ধৰি তাই ঘূৰি নাহিছিল। ফলত তাইক লৈ গীতেই ৰচনা হৈছিল ঃ

"একে ঘাপে ছিঙিলোঁ মই শাল-গজালি।
পাৱা ভাতাৰ হেৰাই ললা আমাৰ ডিমালী॥"

কিন্তু ডিমালীয়ে কেৰেপ কৰা নাছিল। ৰাইজখনৰ যিকোনো কথাকে তাই ফু মাৰি উৰুৱাই দিছিল।

চাচা মিলিটাৰীক কোহিমালৈ বদলি কৰিছিল···

কোহিমাৰ পৰা ঘূৰি অহা সৈনিকে চাচাৰ মৃত্যু-বাতৰি দিছিল···

কিন্তু তেতিয়া চাচাৰ কথা ভাবিবলৈ সময় নাছিল ডিমালীৰ···

পলাশবাৰীৰ জয়মন কেঞাৰ লগত তাই ঘূৰি ফুৰিছিল···'

লগত দুই এজনী গাভৰু ছোৱালী···

সৰকাই আনিছিল চোৰাং কানি···

কানিয়াৰ সংখ্যা বাঢ়ি গৈছিল কলহীৰ পাৰত

তাইক মুছলমান কৰা ৰাইজখনৰ বহুতো হিন্দুৱে আহি টিকিবা কানিৰ কাৰণে তাইৰ ওচৰত কাউবাউ কৰিছিল· ·

কানিৰ বাকী বিচাৰি বহুতে আকৌ তাইৰ ভৰিতে ৰোলে দীঘল দি পৰিছিল·

কানিৰ লগত তাই বোলে কণামাকৰি আৰু নাকৰ খাখেৰী মিহলাই-ছিল···

কানি, কণামাকৰি আৰু নাকৰ খাখেৰী একাকাৰ হৈ পৰিছিল ডিমালীৰ হাতত

কণামাকৰি বিক্ৰী হৈছিল কানিৰ দামত··

নাকৰ খাখেৰী বেচা গৈছিল কানিৰ মূল্যত

মদো বোলে বেচিছিল ডিমালীয়ে ·

মিলিটাৰীয়ে খোৱা মদ···

কলহী পৰীয়া মদাহীৰ বাবে ন সোৱাদৰ মদ··

সেই মদত ডিমালীয়ে পানী মিহলোৱা নাছিল ··

মিহলাইছিল তাইৰ আৰু জীয়েকহঁতৰ মূত· ·

মূতিবৰ বাবে এটা বোলে ডাঙৰ চৰিয়াই পতা আছিল ডিমালীৰ ঘৰৰ ভিতৰত···

জয়মন কেওঁৱা সঘনাই আহিছি ডিমালীৰ ঘৰলৈ···
আহিছিল কেম্পৰ অনেক মিলিটাৰী ··
ডিমালীয়ে সৰগৰ অপেশ্বৰী আনি সিহঁতক বোলে দিছিল··
আনকি জয়মন কেওঁৱাৰ ষোল বছৰীয়া পুতেক হৰমনো আহিছিল ডিমালীৰ ঘৰলৈ
পিছে এদিন বোলে কোনো অপেশ্বৰী নাছিল ডিমালীৰ ঘৰত
কলত হৰমনে ডিমালীকে বোলে লৈ গৈছিল ভিতৰ-কোঠালৈ
যাবৰ পৰত দি গৈছিল ফটো তোলা কেমেৰাটো·
সেই কেমেৰাটো লৈ হৰিণে ফটো তুলিছিল
ফটোৰ খনে প্ৰতি আঠ অনাকৈ লৈছিল
ডিমালীয়ে সেইখিনিক তাৰ উপকৰা আয় বুলিছিল
হৰিণে ইতিমধ্যে হাঁহ, কুকুৰা আৰু কণীৰ বেপাৰ এৰিছিল
কমলা টেঙাৰ তিনিখন বাগান কিনিছিল
ছকুৰি বিঘা মাটিত কেৱল আনাৰস লগাইছিল
পাঁচখন হালেৰে কুৰি পুৰা মাটি চহাইছিল
১৯৪৬ চনত হাতী-চিকাৰ আৰম্ভ কৰিছিল
তিনিটা হাতীয়ে ডিমালীৰ পচুলি শুৱনি কৰিছিল
মানুহ তথা লাগি গৈছিল।
কিন্তু বেছিদিন ভোগ কৰিব নোৱাৰিলে ডিমালীয়ে।

নামনি আৰু মধ্য কলহীত পাণৰ গছ তকলা হৈছিল। কানিৰ লগত পুৰি পুৰি কানিয়াই তেনে অৱস্থা কৰিছিল। কলহীৰ দুয়ো কুল পাণপুৰা গোন্ধেৰে ভৰি পৰিছিল। গতিকে উকিয়ামৰ গাবো ৰজাৰ ঘৰলৈ গৈছিল ডিমালী, কলহীৰে, নাৱত উঠি।

গাবো ৰজাৰ পৰা পাণৰ বাগান কিনিব খুজিছিল।

পিছে গাবো ৰজা পাণ-বাগান বেচিবলৈ সন্মত হোৱা নাছিল। কিন্তু নিয়মীয়াকৈ পাণৰ যোগান ধৰিবলৈ সন্মত হৈছিল। ডিমালী উভটি আহিছিল।

কিন্তু ঘৰ আহি পোৱা নাছিল। ভাদ মহীয়া কলহীয়ে তাইৰ নাওখন সামৰি লৈছিল। ডিমালীকো।

হৰিণ তেতিয়া হৰিণ মহাজন। মাকৰ মৃত্যুত

একেবাৰে ভাগৰি পৰিছিল। মাকৰ শেষে আশাটো পূৰণ নেহোৱা দেখি। অদেহী আত্মাৰ সেই আশা পূৰণৰ অৰ্থেই হৰিল মহাজনে তাঙৰ এটা থানা দিছিল—১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনাসন। তিনি-কুৰিসন ভাঙৰ নাৰত থোৱা হৈছিল সেই থানাৰ খাম্ভ। মৌজাখনে তেওঁক 'চৌধুৰী' উপাধিৰে বৰণ কৰিছিল। তেতিয়াৰ পৰাই হৰিল চৌধুৰী নামী মানুহ কলহী পাৰত।

কলহী পাৰত হৰিল চৌধুৰীৰ নাম ফাটি মটি গৈছিল।

মেলে-মিটিঙে যাবলৈ তেওঁ আৰম্ভ কৰিছিল। সম্প্ৰীতিৰ কথা খুব বেছিকৈ কৈছিল। হিন্দু-মুছলমানৰ মাজত ঐক্য কিয় লাগে, তাক বুজাই দিছিল। হৰমনৰ লগত ডাঙৰজনী ভনীয়েকৰ তিনি মহীয়া গৰ্ভ হৈছিল, ঘৰতে, বিয়াৰ আগতে ·হৰিণ চৌধুৰীয়ে তাইক হৰমনকে গোটাই দিছিল। তাৰ পিছৰ ছুখনমান মিটিঙত কৈছিল, "সকলো মানুহ এক হ'ব লাগিব। তেতিয়াহে মহাত্মা গান্ধীৰ আত্মাই শান্তি পাব। সম্ৰাট জাহাঙ্গীৰ আৰু শাহজাহানৰ মাক হিন্দু আছিল। আমাৰ ৰমণী গাভৰু ঔৰংজেবৰ পুতেকলৈ বিয়া দিয়া হৈছিল। এইবোৰ ভাবিয়েই মই মোৰ ভনীক হৰমন চেৰাউগীলৈ বিয়া দিলোঁ।"

হৰিল চৌধুৰীৰ বক্তৃতা শুনি মানুহ ভেবা লাগিছিল, "এওঁ এইবোৰ কথা শিকিলে ক'ত ?"

কোনোবাই কৈছিল, "হৰিণে আজিকালি ছুঘণ্টাকৈ পঢ়ে।"

আন কেইজনমানে কৈছিল, "মথুৰা পণ্ডিতৰ পৰা হৰিলে এইবোৰ শিকি আছে।"

ৰাজধানী চিলঙলৈ সঘনাই গৈছিল হৰিল চৌধুৰী·

বহুতোকে বহু কাম কৰি দিছিল

চিলঙীয়া নেতা আহিলে হৰিল চৌধুৰীৰ ঘৰতে উঠিছিল···

গতিকে ১৯৫৭ চনত এম-এল-এৰ বাবে তেওঁ থিয় হ'ব খুলিছিল

হৰমন কেঞা সেই লৈয়ে তেওঁৰ ওচৰলৈ গৈছিল। বহুদিনৰ মূৰত হৰিণ চৌধুৰীৰ ওচৰত তেওঁ থিয় হৈছিল। কিন্তু হৰিণ চৌধুৰীলে

বোলে তেওঁৰ কালে ঘূৰি চোৱা নাছিল। মাজুজনী ভনীয়েককো হৰমনে 'ধামি খোৱা ঘটনাটো' চৌধুৰীয়ে সহজভাবে লব পৰা নাছিল। ঘৈণীয়েকৰ গা ভাৰী হোৱাত হৰমনে ডাঙৰজনী থুলশালিয়েকক তেওঁৰ ঘৰত নি ৰাখিথিল—বায়েকৰ সহায়ৰ বাবে। পিছে থুলশালিয়েককো তেওঁ বোলে গৰ্ভৱতী কৰিছিল। ঘৈণীয়েকে খঙত একো নাই হৈ ভনীয়েকক মজিয়াত বগৰাই লৈছিল। তাৰ পিছত দহ মহীয়া পেটৰ মানুহজনী চাৰি মহীয়া পেটৰ ভনীয়েকৰ ওপৰত উঠিছিল। একালৰ পৰা গচকি গৈছিল ভনীয়েকক। হৰমনে বাধা দিবলৈ আহোঁতে দা এখন লৈ কাটিবলৈ খেদি গৈছিল। তেতিয়া তেওঁ পলাইহে বোলে ৰক্ষা পৰিছিল। সাত দিন ঘৰলৈ হাব পৰা নাছিল হৰমন। পিছত ঘৈণীয়েকেই বোলে সম্মতি দিছিল ভনীয়েকক সাতিনী কৰি ৰাখিবলৈ।

গতিকে চৌধুৰীয়ে ফিৰি চোৱা নাছিল হৰমনলৈ।

চিলঙৰ বুজনিতহে তেওঁ সেইবাৰ বহি গৈছিল। দুবছৰ নে তিনি বছৰ পিছত পঞ্চায়তৰ সভাপতি হৈছিল।

১৯৭৭ চনত দল তেওঁ সলনি কৰিছিল ? তেতিয়াৰ পৰা আজি আজি প্ৰায় তিনি বছৰে তেওঁ এম-এল-এ।

## পাঁচ

"চাৰ, কলহী পাৰৰ মোহন কাকা আহিছে।" কথা ল'ৰা ৰাজেনৰ মাতত চিন্তাৰ মোৰ যতি পৰিল। বাহিৰলৈ ওলাই পালোঁ। কলহী পাৰ মোৰ নিজৰ গাওঁ, তাতেই মোৰ জন্ম। বাহিৰত, পানীপচালৈ ভৰি ওলোখাই দি পকী বাৰান্দাত মোহন বহি আছে। মোক দেখিয়েই সি উঠি থিয় হ'ল।

—"কৰ পৰা আহিলি ?" মই সুধিলোঁ,

—"ঘৰৰ পৰাই আহিলোঁ। মোৰ বৰ বিপদ। আজি দুদিন হ'ল, মাটিমলাৰ বৰ জ্বৰ উঠিবৰ দিনা মই গলোঁ। খৰিলৈ, মানাইতো খৰি বেছিয়েই পেট পালি আছোঁ। কিন্তু মোৰ কপালে সিদিনা সুদা আছিল। জঙ্গলতে গাৰ্ড—ফৰেষ্টাৰে পালে, হবো আৰু মোৰ কুঠাৰ

ভুখন কাটি নিলে, প্ৰতিয়া কুঠাৰখন উলিয়াব লাগিলে লাগে কুৰি টকা জৰিমনা। সুদা হাতে ঘৰলৈ ঘূৰি আহিলোঁ। আহিয়েই দেখোঁ যে তাই বিছনাৰ পৰি কেঁকাঁণু আছে। আগৰাতিও একো খোৱা নাছিল, দুয়ো পানী খায়েই পৰি আছিলোঁ। খৰিলৈ যাবৰ পৰত মই তাইক বোৰ ইয়ালৈকে আহিবলৈ কৈছিলোঁ, টকা দহটাৰ বাবে। তাই বোলে আহিছিলত, কিন্তু টকাৰ বাবে নহয়, আহিছিল তোৰ কাছাৰীত সত্যাগ্ৰহ কৰিবলৈয়ে ৰাতিও পেটও একো পৰা নাই, দিনতো নাই, গৈয়েই বিছনাত পৰিল। সেই পৰাই পৰা, উঠিব আৰু পৰা নাই। প্ৰতিয়া মোক টকা ছকুৰি নিদিয়া যদি মৰিলোঁ আৰু—"

মোহনৰ করুণ মুখখনলৈ বেছিপৰ চাই থাকাৰ ধৈৰ্য্য মোৰ নহ'ল। তাক টকা ছকুৰি দি পুনৰ বিছনাখনতে দীঘল দিলোঁহি। লগে লগে স্মৃতি চিন্তাৰ সোঁত মন আৰু মগজুত প্ৰবল বেগেৰে বৰলৈ ধৰিলে :

বলীন-মোহন যায় ওলে,
গাৱঁৰ বিৰিখ থৰ থৰ কঁপে।"

মোহন আৰু মোৰ শৈশৱৰ উস্তগুলিক আমাৰ গাৱঁৰ মানুহে পন্থ-ৰূপ দিছিল এইদৰে। আনৰ বাৰীৰ কুঁহিয়াৰ, আম, কঠাল, পনিয়ল আদি আমাৰ হাতত লণ্ডভণ্ড হোৱাটো জেনেই সাধাৰণ কথা। মই যেন সেনাপতি, মোহন সৈনিক। দূৰও নৈ থাকোঁ মই, মোহন একেবাৰে ৰণস্থলীতঃ ৰণথলীৰা পৰা ঘূৰি আহি কলৰ ভাগ দি কয় "তোৰ দৰে ধৰ্মযুধিষ্ঠিৰ হৈ লাভ নাই। খা খা, পেট ভৰে খা।" গাৱঁৰ মানুহে পিছে মোৰ মন্ত্ৰণাতহে মোহনৰ সেই উস্তগুলি বুলি কয়। গতিকে "গাৱঁৰ পন্থ"ত মোহনৰ লগতে মোৰো উল্লেখ। বোধ হয়। ভাৰতী বাইহঁতৰ বাউলি আবুৱেই ৰচিছিল এই পন্থ। আবুৰা আগে নাম বোলে টুৰটুৰি, পিছে ৰৰকৈ ৰাউচি জুৰি থাকে গতিকে গাওঁখনে নাম দিছিল ৰাউলি ভাৰতী বাইহঁতৰ 'নবীন পৰা আম' জোপাৰ প্ৰধান ৰক্ষাকৰ্ত্ৰী আছিল ৰাউলি আবু। আমাৰ গাৱঁৰে নবীন নামৰ ল'ৰা এটা সেই আম জোপাৰ পৰা পৰি থিজতে মৰিছিল। গতিকে আম জোপাৰ নাম 'নবীন পৰা'। 'নবীন পৰা'ৰ আম খাব গৈ

ৰাউনি আবুক মোহনে কমখন লটি ঘটি কৰা নাছিল এনেকুৱা এটা ঘটনা। মোহন 'নবীন পৰা'ৰ ওপৰত, মই দূৰত, ৰাউচি জুৰি খেদি আহিল ৰাউনি আবু। মোহনে মাত দিলে ওপৰৰ পৰা, "এ আবু মনে মনে থাক। নহলি গোটেই মাথা আমকে ছিঙি দলিয়ে দিম। তোৰ মূৰতো এটা দুটা কৈ মাৰিম।" লগে লগে মাৰি আম এটা আবুৰ গাৰ কালে গাত নলগাকৈ কেঁচা পঠালে। 'এ আপা, কি কৰা! বুৰা মাহ্‌নুক মাৰি বধভাৰ লবা খুজ্‌ছা কিয়া?"

—"মই কোছু নহয়, চব আম সৰে দিম। ওই আটাই নাপাৰবি। দূৰলৈ গুচি যা। মই নামি যাও।" মোহনে কথাখিনি কৈয়েই ঠানী এটা ভৰিৰে নচুৱাৰ ধৰিলে। কলত প্ৰায় পোন্ধৰ বিশটা আম তললৈ সৰি পৰিল। ৰাউনিসোবুয়ে ৰাউচি জুৰিলে, এ "আপা, নলৰাবি নলৰাবি, মই আক আইহ্‌লু। ওই নামি আহ।" আবু আঁতৰিহে গ'ল, পিছে "নামিলিনা, নামিলিনা" বুলি দূৰৰ পৰা চিঞৰিয়ে থাকিল।

"নামিআছু আবু, ওই পিছে আগুৱে নাহিবি। নহলি এই খেমুখান দেখ্‌ছা নহয়। এক বাটলু গুটিতে কপাল তোৰ ফুটে দিম।" লগে লগে গছৰ ওপৰৰ পৰাই মোহনে কেইবাটাও বাটলু গুটি আবুৰ আক পক্ষ পৰা দূৰত্ব পৰাকৈ মাৰি পঠালে আবু আক পিছুৱাই গ'ল। তাৰ পিছত বচা বচা আম কেইটামান-লৈ পলাই পত্ৰং। আবু ৰাউচি জুৰি সৰা আমবোৰ বুটলিব আহিল। আমি দুয়ো হাঁহিৰ খলকনিৰে 'নবীন পৰা'ও গুলোমি থকা আমবোৰকো যেন কঁপাই দিলো—

"নবীন পৰাৰ শুকান ডাল,
একে চৰে ফুলাম গাল।"

পিছত ৰাউনি আবুৱে আমাৰ আবুক কোলে কৈছিল, "বহঁতৰ এই বলানটোৰ মাহা বুদ্ধি। মোহনৰ মূৰত সেমাল বুদ্ধি লেখালায়। ইয়ে তাক লোমাখান বুদ্ধি শিখায়।" ৰাউনি আবুয়ে এদিন কোলে

মোহনকো বুজাইছিল, "এ আপা, কথা এটা শুন। বলীন বৰ শিয়াল[১]। গাছত ওঠাহে মৰে, ৰখি থাকাই ভিৰাই লব মাবে।

আৰু এটি ঘটনাৰ কথা বঢ়িয়াকৈ মনত আছে মোৰ। মোহনক কোনে জানো কৈছিল যে বানীকান্ত কাকতিয়ে বিড়ি খাইছিল। আমি তেতিয়া সপ্তম কি অষ্টমমান শ্ৰেণীৰ ছাত্ৰ। "অহম আবাম বয়ম" পাঠটো মুখস্থ দিব নোৱাৰিলে সংস্কৃতৰ শৰ্মা চাপে বেত দিম বুলি কৈ থোৱা আছে। চাৰ সেই দিনা শ্ৰেণীলৈ 'এই আহে' মুহূৰ্ত, মই মুখস্থ খিনি যাতে পাহৰি নামাওঁ তাৰ বাবে মৌন। ঠিক তেতিয়াই চাৰহঁতৰ প্লেটফৰ্ম খনত উঠি মোহনে আৰম্ভ কৰি দিলে চাৰৰ লেখীয়া কণ্ঠ, "এই এটা পাঠেই দহ দিন নিলে। তহঁতৰ মূৰত গবৰ গোবৰো নাই · সব হাতীৰ গোবৰ। বাণীকান্ত কাকতিয়ে এশৰ ভিতৰত এশ পাঁচ পাইছিল, সংস্কৃতত। কিয় পাইছিল? কাৰণ তেওঁ বিড়ি খাইছিল। সকৰ পৰা বিড়ি খোৱা কাৰনেই তেওঁৰ মেধাশক্তি বাঢ়িছিল। তহঁতে বিড়ি নাখায়, নতিকে পাছ কৰা—নম্বৰ কেইটাত নাপায়। মোৰ কথা শুন মই প্ৰথম দিনা বিড়ি কেনেকৈ খাইছিলোঁ, তাক মন দি শুন্। এই বলীন, বীৰেন আৰু কিৰনক দেখিছা নহয়— সিহঁতৰ লগতে গেছিলোঁ হুলি খেলিব। মানুহৰ ঘৰে ঘৰে। তৃতীয় মানত থাকোঁতে। হাতত এটা এটা ৰঙৰ বটল—

"মাছি হুলি খেলাওঁ চাৰা ৰাতি
গোপাল ছোৱাল এ, গোপাল ছোৱাল এ
ছোৱাল এ নন্দ ৰাণী।
চৈতে ফাগুনৰ মাহ
ৰাম গেল বনবাস
মহিৰাৱণ হৰি নিলা পাতালে"

পিছে গান গালে বলীনৰ মাতটো হুয় মতা হাঁহে চেহঁৰাৰ দৰে।

---

১. চতুৰ।

আমি গানটো গাওঁ সুৰ ধৰি তাৰ মাতটো যায় সকলে একালে কাটি। দিলোঁ এটা গালি মনে মনে থাকিল সি। হুলি খেলি চাউল পালোঁ চাৰি কিলো। তাকে বেছি টকা পালোঁ তিনিটা। বলীলেকলে কিতাপ এখন কিনে, পাল পাতি পঢ়িব। মোৰ উঠি গল খং—হাৰে বাল্মীকি, বিড়ি খাম বিড়ি, নগদ তিনি টকাৰ বিড়ি। বলীনে কিন্তু নামানে। ভাগ কৰি ললোঁ—বাৰ অনা, বাৰ অনা। বলীনে কিনিলে 'ব্যাধ চৰিত্র'। পিছে বাৰ বাজিল মোৰ কপালে। বিড়ি কিনি ৰাখিম কত? খাম কত আহি আছিল ভিক্ষাৰী বুঢ়া এটা, বিড়ি চানি চানি মোৰ যে কি লোভ লাগিল। বুঢ়াক সুধিলোঁ বাৰ অনাত এক টান দিব নেকি? বুঢ়াই বিড়িটো আগুৱাই দিলে। মই ইকালে সিকালে চালোঁ, কোনোবা চিনাকি মানুহ আছে নেকি নাই, কোনো নাই। গতিকে দিলোঁ এটা ভুবনমোহিনী টান লগে লগে পইছা বাৰ অনা বুঢ়াৰ কামতে থৈ মাৰিলোঁ বিৰাট এটা লৰ বাৰ অনাত এক টান। মোৰ 'বিড়ি পুৰাণ'ৰ প্ৰথম পাঠ। ৰাৰু, এতিয়া পাঠলৈ আহোঁ। মই আকৌ মাতি দিছোঁ, ওহঁতে মোৰ লগে লগে মাতি যা উচ্চাৰণ ভাল হ'ব, বিড়িখালে হোৱা কাহৰ দৰে টহটহিয়া হব—

অহম্ আবাম্ বয়ম
আমাৰ এটা বয়াম আছিল
মাম মা আ স্মান ন
মায়ে তাগু ৰাচাৰ হৈছিল
সঃ তৌ তেঃ
সি টৌ টোতে আছে
তেন অত্যাগং তৈঃ
তয়ো তাতে আছ
সৌৱা ক্যা? সাংস্কৃতস্ত চাৰঃ।"

পিছফালেই থিয় হৈ আছিলহি স্বয়ং কমল শৰ্মা চাৰ। মোহনৰ কথা শুনি হাঁহি থকা আমাৰ মুখবোৰ ইতিমধ্যেই গহীন। মোহনৰ

গমেই নাই। চাৰে মুঠি মাৰি ধৰিলে মোহনৰ চুলি কোচাও। তাৰ পিছত ভাল কেইটামান বেও পিছে চাৰ ওলাই যোৱাৰ পিছতে মোহনে আকৌ মহাভাৰত মেলিছিল, আচলতে মই দুখ পোৱা নাই। দুখ পোৱা যেন দেখুৱাইছোঁহে। নহলে মাৰিয়েই থাকিব যে। দেখা নাই সিবাৰ, গৰমত চোলাটো খুলি থোৱা কাৰণেই সুবোধ শৰ্ম্মা চাৰে একে চৰে বলীনৰ ছাওঁ এটা লৰালে। আচলতে আমি ছাত্ৰবোৰ বিলন্ত সাজু থাকিব লাগে। এই বোৰক ভাতৰ লগত পানী খোৱা কথা বুলি ভাবিব লাগে। তৃতীয় মানৰ কথা এটা কওঁ। বমাবাবু চাৰে সুধিলে, "বতাহ দেখিনে?" মই কলোঁ, "দেখি চাৰ! সৌ কদম জোপাত উঠি সক ঠানী আৰু পাতবোৰ লৰাই আছে!" লগে লগে পালোঁ, বেচ দুটা মিলিটাৰী খোচা। আকৌ দ্বিতীয়মান শ্ৰেণীৰ কথা। উপেন কলিকা চাৰে সুধিলে, মহকুমা 'কাক বোলে?" বাপা হেবে, মই সিদিনা পঢ়ি আহা নাই তথাপি ছিলোঁ। কৈ, নহলে কোনেনো তেওঁৰ তিনিদিন বিৰোৱা নাৰী টিপা খায়—"হকুমা হকুমা[২]—লগ লাগি মহকুমা হয় চাৰ!"

মোহন আৰু মোৰ শৈশৱৰ এনে বহু স্মৃতিকথা পৰি আছে কলহীৰ পাৰত।

আমাৰ ঘৰ কলহী পাৰ গাৱঁও। মোৰ কোঁচ চুকত, মোহনৰ বাভাচুকত। বাভাচুকৰা পৰা কোঁচ চুকলৈ মাখোন বিংটোৰ বাট। মহিমাকাইহঁতৰ কুকুৰ মাৰালৈ আমাৰ পৰা প্ৰায় চাৰি কিলোমিটাৰ। মাটিমলা মহিমা বাইৰে সক জনী জী। মোহনে এই মাটিমলাকে ভাল পাইছিল। আমি দুয়ো তেতিয়া নৱম শ্ৰেণীত, মাটিমলা সপ্তম শ্ৰেণীত। সাতবছৰ বয়সত স্কুললৈ যোৱা ল'ৰা আমি, গতিকে নৱম শ্ৰেণীৰ বছৰেকীয়া পৰীক্ষা দিয়া সময়ত আমাৰ বয়স সোতৰৰ কম নহ'ব। গাত যৌৱনৰ পূৰ্ণ ধ্বনি। যেনিয়েই চাওঁ, তেনিয়েই ৰঙীন পৃথিৱী। ভাল পোৱা ছোৱালীজনীক বিয়া কৰাৰ

২ চেপাৰ লেখীয়া এবিধ মাছ মৰা সঁজুলি।

পাৰিলেই জীৱনৰ সকলো সমস্যাৰে যেন সমাধান হৈ যাব ল'ৰা—তিৰোতাক খুৱাবলৈ ধনৰ যেন কোনো আকালেই নহ'ব, আমাৰ বাবে কোনোবা কুবেৰ ধনৰ ভঁড়াল লৈ যেন বহি আছে ! ঠিক সেই বয়সতে মই প্ৰেমত পৰিছিলোঁ লিলিৰ মোহন মাটিমলাৰ। মোহনে তাৰ বাহীটোত সঘনাই ফুটাই তুলিছিল মাটিমলাৰ কুকুৰ যেথা—

"মায়ে বোলে ছোট ছোট
বাপে নেছে বিয়া
আৰু কত দিন ৰাখ্‌বো যৌবন
আঞ্চলে বান্ধিয়া ।"

মোহনৰ বাঁহীৰ সুৰৰ কথা আজিও মই পাহৰিব পৰা নাই। অসমীয়াৰ উপৰি ৰাভা গীতো তাৰ বাঁহীত সুৰ হৈ সোমাইছিল। তাৰ সেই বাঁহীৰ হোৰোৱা সুৰবোৰে আজিও যেন কলহীৰ ঢৌৱে ঢৌৱে হঁাহাকাৰ কৰি ঘূৰি ফুৰে। যমুনাৰ পাৰত কৃষ্ণৰ বাঁহীৰ সুৰত উতলা হোৱা গোপিনীৰ কথা পঢ়িছিলোঁ, কিন্তু সেই ছবিখন কেনে সমুজ্জল হ'ব পাৰে, তাক দোভাগ ৰাতি কলহীৰ পাৰত এজোৰা মোহনৰ বাঁহীৰ সুৰে অভিসাৰিণী সাজি উলিয়াই অনা বাউলী মাটিমলাক নেদেখালৈকে অনুমান কৰিব পৰা নাছিলোঁ। ৰেবৰ অ'ইল পেইন্টিং-খনলৈ চাই পঠালোঁ। মোহন আৰু মাটিমলাৰ কলহী পৰীয়া অভিসাৰী নিশাৰ বিশাদমান স্মৃতি তুলিকাৰে সাৰ পোৱাব খুজিছিলোঁ : এহাল ডেকা-গাভৰু, মোহন আৰু মাটিমলা, কাৰেবে বৈ আছে এখন নৈ—কলহী, কলহীৰ ওপৰত কুঁৱলী, মোহন মাটিমলাক নিশ্চিহ্ন কৰিবলৈ খেদি আহিছে ভাৱৰৰ দৈত্য এটা, ভাৱৰৰ সেই দৈত্যটো এটি যেন মূৰ্ত্তিমান বিভীশিকা, মূৰ্ত্তিমান সেই বিভীষিকাই মোহনৰ অভিসাৰী নিশাৰ গোপন কথা মাটিমলাৰ গৰ্ভত গোপন কৰি ৰাখিলে। মাটিমলা হ'ল অন্তঃসত্বা। মোহনে মোত আশ্ৰয় লৈছিল ছুয়ো ধোৱাঁ কোৱাঁ দেখিছিলোঁ। কলহীৰ পাৰত বহি নানা পৰিকল্পনা কৰিছিলোঁ। মই তাক উপায় দিছিলোঁ সক ওজাৰ ঔষধ খুৱাই সন্তানটো নষ্ট কৰিবলৈ। কিন্তু তাৰ আগতেই মাটিমলাৰ

পৰা মহিমাবায়ে কথাটো গম পাইছিল। মোক পাই গালি দিছিল— "তই কিহৰ ওখুদ খুৱাৰ কথা কছা? টেকনীয়া আপী, তেজ যায় যায় মৰে যদি?" ময়েই গালি দিয়া নাই, আদথেনীয়া অৱস্থা দেখি ইকালে পেটৰ টোৰ কথাও ভাবিবা লাগবো কাই বধভাৰ লবো? মোহনক কবি—সি আনে যদি আনবো, নানিলি ঘৰতে মিয়াক হবো। পটি শুনি এমাখানহে শিৱলি তহঁতে।" গতিকে নিৰুপায় মোহন, তাৰেই মন্ত্ৰনাদাতা মই। শেষত মোৰ যন্ত্ৰণাতেই এদিন ৰাতি নাও এখন গৈ মহিমা বাইহঁতৰ ঘাটত লাগিছিল, মাটিমলা তাতে আহি বহিছিল, আমি দুয়ো কলহী পাৰৰ বাভা চুকলৈ নাও এৰি দিছিলোঁ। বায়েক মলিনাৰ বিয়া নৌ হওঁতেই মাটিমলা ঘৰ পাতিব আহিছিল মোহনৰ লগত।

এই কথাৰ সাক্ষী আছিল এখন নৈ কলহী।

সাক্ষী আছিলোঁ মই—বলীন ঠাকুৰীয়া।

সাক্ষী আছিল কলহীৰ ইকূল-সিকূলৰ বিৰিখ বিৰিণ।

আয়তীৰ উৰুলি নাই—তাৰ অভাৱ দূৰ কৰিছিল কলহীৰ দুয়ো কূলত মাতি থকা উইচিৰিভা আদিৰ কণ্ঠই।

হোমৰ মন্ত্ৰ নাই—তাক পূৰ কৰিছিল কলহীৰ কূলত মোহনে মৰা বঁঠাৰ ছাবৰ শব্দই।

মাটিমলাই আন কইনাৰ দৰে কন্দা নাই—তাইৰ হৈ কান্দিছিল বাঁহনিৰ বুকুত হঠাতে মাতি উঠা চৰাই জাকৰ কণ্ঠই।

এইখনেই কলহী—যাৰ বুকুৰে বেউলা এদিন গুচি গৈছিল ভুৰ বাই, মৰা স্বামী লগত লৈ।

বেউলাৰ ভুৰ গৈছিল উজাই—

আমাৰ নাৱো আহিছিল উজাই—

আমাৰ গাওঁ কলহী পাৰলৈ—

স্বাভাৱিকতেই এক হৈ চৈ—

আমাৰ গাৱঁতেই নহয়, ওচৰ-পাজৰৰ গাওঁসমূহতো।

মোহনৰ মাক—বাপেক নিৰুপায়। তেওঁলোকে মাটি এৰিবা দি

পাৰ'ৰ এমূৰে মোহনকঠাই দিছিল। সেই মাটি বিষাতে এজন বাত্তা আৰু এজনী কৈৱৰ্ত্ত ছোৱালীয়ে সিহঁতৰ সংসাৰখন গঢ়ি তোলাৰ সঙ্কল্প লৈছিল।

পিছৰ বছৰত মই মেট্ৰিক দিওঁ মেট্ৰিকৰ ঠিক এমাহ আগে আগে লিলিৰ বিয়া হৈ গ'ল। গনেশ গগৈ আৰু যতীন দুৱৰাক প্ৰিয় কবিৰ অসনৰ পৰা নমাই দি মই নিজেই তেতিয়া কবিতা লিখি বলৈ ললোঁ। :

"তোমালৈ তোমাৰ বিয়াৰ পিছত
চিঠি লিখিম বুলি নাছিলোঁ ভৱা ;
পাহৰি নাযাবাঃ
জীৱনটো গনেশ গগৈও নহয়,
যতীন দুৱৰাও নহয়।" আদি আদি।

মেট্ৰিক পৰীক্ষাৰ ঠিক দুদিন আগতে লিখা কবিতা। মোৰ জীৱনৰ প্ৰথম কবিতা। বাকী কেইটা শাৰী এতিয়া মনত পৰা নাই। নাজানো, কবিতাটো কিয় আজিও মোৰ ভাল লাগে। বোধহয় মোৰ প্ৰথম প্ৰেমৰ উন্মেষ থকা বাবেই।

তাৰ পিছত কটন কলেজ। কলহী পাৰ এৰি আহি কটনিয়ান হলোঁ। মেট্ৰিকত তিনিটা লেটাৰেৰ প্ৰথম বিভাগ পালোঁ। কলহীৰ ইকুল-সিকুলৰ এই অথগত অঞ্চলটোৰ বাবে গেয়া আছিল এক ডাঙৰ ঘটনা। বহুতেই মোৰ উজ্জ্বল ভবিষ্যতৰ ছবি এখন দেখা পালে। সন্মুখতে প্ৰশংসা কৰিলে। লিলিৰ লগত মোৰ মনৰ যি খেলি মেলি আছিল, মানুহে তাক বয়সৰ দোষ বুলি কবলৈ ধৰিলে। কটনতেই আমাৰ অঞ্চলৰ চাৰী জনীমান হাইস্কুলীয়া ছোৱালীৰ পৰা প্ৰেম পত্ৰও পাইছিলোঁ। তাইহঁতৰ মানত মই যেন অকাশৰ জোন। কাবেৰীয়ে চিঠিৰ খামৰ ভিতৰত পঠাইছিল দুপাহ ৰক্তজবা, নীলিমাৰ চিঠিত অঁকা আছিল ওপৰা ওপৰিকৈ থকা দুখন যুগ্ম হাত—এখন তাইৰ আনখন মোৰ; ৰেণুৰ চিঠিত ফুলৰ ৰস চুহি থকা অৱস্থাত এটি পখিলাৰ ছবি আৰু 'মিনতিৰ' চিঠিত হৃদয়—উমাৰি লিখা ফুল-ভৰা অবকাশৰ গান। কিন্তু তাৰ লগতে যবৰ পৰা চিঠিত আছিল

অন্তাৰ অনাটনৰ অনন্ত বৰ্ণনা। মাহঁতে লথোন থকা বৰ্ণনা, অথচ তাৰ মাজতে মোলৈ টকা পঠাব লগা হোৱা হৃদয় দ্রাৱক মাতনাৰ কথা। হোষ্টেলৰ ভাতসাজ আগত লৈও মনত কৰোঁ আইতা, মা; ভাই-ভনী আদিৰ লেৰেলা পৰা মুখবোৰ। তেনেকৈ দুমাহ পঢ়াৰ পিছতে পালোঁ মাৰ সেই সাংঘাতিক চিঠি খন : "মোৰ আৰু উপায় নাই। পাৰ যদি কিবা এটা কৰি পঢ়, নোৱাৰ যদি ঘৰলৈকে উভতি আহ। পিতাৰাৰ একো পৰিবৰ্ত্তন নহ'ল। ভুবজেনী, ভেৰভেৰী, কাছাৰী পাৰা লুটুমা আদিত মদ খাই পৰি থাকে গৈ। কেই দিন মান আগতে চিঃ আঃ ভিঃ ইন্সপেক্টৰকে মাৰিলে। শেষত বেনিবা স্থানীয় ভাবে মিটমাট হ'ল। খৰছ পৰিল। চাৰি হাজাৰ টকা। বকৰা জানৰ পাৰত থকা আমাৰ শেষ খেতিৰ মাটি চাৰি বিঘা চাৰি হাজাৰ টকাত বেচিলে। এই চিঠি খন লিখি থকাৰ পৰতো পিতাৰা ঘৰত নাই। নিশ্চয় ভুবজেনী বা কাছাৰী পাৰাত মদ খাই পৰি আছেগৈ। আনপিনে আবুৰেৰাৰ অৱস্থাত ভাল নহয়। কিবা নহয় কিবা এটা বেমাৰ লাগি আছেই। মই ঔষধৰ কথাকেই ভাবি মনে চাউলৰ কথা। যোৱা মাহত তোলৈ পঠোৱা টকা কেইটা মোৰ খুক খুকীটো বেচি পঠোৱা টকা। নাম লিখিবৰ পৰত বেচিছিলোঁ। গৰু হাল। এতিয়া বেচিবলৈ বুলি আছে থকা বাৰীটো। সেইটো নেবেচাকে ঠিক কৰিছোঁ।"

সেই চিঠিখন পোৱাৰ পিছতে আমাৰ হোষ্টেলৰ অধীক্ষক গৰাকীৰ ড্ৰইং কমত গৈ থিয় হৈছিলোঁ। তেখেত এক মুখাকুটা সাহিত্যিক। কেই দিন মান আগতে ৰাচিয়াত সাহিত্যিক ভ্ৰমণ কৰি আহিছে। ঘূৰি অহাৰপিছত কলেজৰ ফালৰ পৰা জনোৱা সম্বৰ্দ্ধনা সভাত তেখেতে কৈছিল, কেনেকৈ কচ দেশত দাৰিদ্র্য দূৰ কৰা হৈছে; অন্ততঃ বেলত কিবা এটা খাবৰ পৰত ভিক্ষাৰীৰ চকুত নপৰিবৰ বাবে খিড়িকি মাৰি থাব নালাগে। তেখেতে এখন মাহেকীয়া আলোচনাত সম্পাদনা কৰিছিল। তাতেই মোৰ জীৱনৰ প্ৰথম কবিতা কেইটা প্ৰকাশ পাইছিল। তাৰ উপৰি, মই ছবি আঁকো বুলি জানিব পাৰি যোৱা

মাহত মোৰ দ্বাৰা তেখেতৰ আলোচনীখনৰ বাবে বেটুপাত এখনো আঁকাইছিল। এই মাহত মোৰ বেটুপাতেৰে তেখেতৰ সম্পাদনাৰ আলোচনীখন প্ৰেছৰ পৰা ওলাই অহাৰ কথা। সাহিত্য-সংস্কৃতিৰ জগত খনলৈ ওলাই যাবলৈ তেখেতে জনোৱা উদগনিত এক অখ্যাত গাঁৱৰ পৰা ওলাই থোৱা মোৱা দৰে এক অখ্যাত যুৱক তেখেতৰ প্ৰতি শ্ৰদ্ধাত একে বাৰে গদগদ। স্বাভাৱিকতেই ভাবিছিলোঁ।—আৰু দুমাহ বা তিনিমাহ পিছতে কৃত্তিৰ কৈ কেইটামান পাম, সেই টকা পালেই হোষ্টেলৰ ডিউচথিনি দিম বুলি ফলে চাৱে অন্ততঃ হোষ্টেলৰ ভাত কেই সাজ খুৱাই মোক ৰাখিব। চাবৰ ড্ৰইং কমত সোমায়েই দেখিলোঁ, তেখেতৰ সম্পাদনাৰ এই মহীয়া আলোচনীখন মেজৰ ওপৰত পৰি আছে। মোৰ তুলিকাৰ বেটুপাতখন জ্বলমলাই আছে, জীৱনৰ বাবে সেয়া যে কি এক অনিৰ্বাচনীয় আনন্দৰ কথা। কপাঁ হাতেৰে আলোচনীখন তুলি ললোঁ। ওঠৰ বছৰ বয়সতে মোৰ কি ভাগ্য। অসমৰ এক স্বনামধন্য সুবিখ্যাত সাহিত্যিকৰ সম্পাদনাত ওলোৱা আলোচনীত মোৰ তুলিকাৰ বেটুপাত! চাবৰ ছবি কেইখনত যেন সাবটি ধৰিম। চাব ওলাই আহিল। লগে লগে চকুৰ আগত ভাঁহি উঠিল মাৰ অই সাংঘাতিক চিঠিখন। কথাটো চাবক কলোঁ। কৈ ভুলমুৰ কৰিলোঁ। কি কৰোঁ কি নকৰোঁকৈ এনেয়ে বেটুপাতটো লুটিয়ালোঁ। দ্বিতীয় পৃষ্ঠাটোত চকুমোৰ থৰ হৈ ৰ'ল। বেটুপাতৰ শিল্পী : বলীন ঠাকুৰীমাৰ ঠাইত এমা দেখোন চাবৰ ভাগৰজনী ছোৱালীৰে যায়। নে মই অসমীয়া আখৰ পঢ়িব নোৱাৰোঁ! ইয়ান বেইমানী সম্ভৱনে? বিজনী ছোৱালীয়ে মোৰ দ'ৰে 'অধলা গাৱঁলীয়া গোৱা'ক ভাইহঁতৰ বৈঠকখানাত সৌজন্য সূচক ব্যৱহাৰ কৰো নেকে-সুৱাই, তেওঁক আকৌ অধলাৰ এই প্ৰতিভা লাগে কিয়? চাবে নিশ্চয় মোৰ এই প্ৰতিভা এতিয়া টকাৰে কিনিব খুজিব! তেনেহলে আমাৰ হোষ্টেলৰ ল'ৰাবোৰে কোৱা কথাই সচাঁনেকি বাৰু : "আমাৰ চুপাৰে বজাব নকৰে, হোষ্টেলৰ বস্তুৰেই চলে!" অসম্ভৱ! অসম্ভৱ! অসম্ভৱ!

থু! থু! থু!

দৰকাৰ নাই! দৰকাৰ নাই! দৰকাৰ নাই! কলেজতে নপঢ়োঁ মই!

আমাৰ ছয় গাৱঁৰ নবো মহাজনহঁতৰ লগত বিশেষ একো পাৰ্থক্য নাই কটন কলেজৰ এই অধ্যাপক সাহিত্যিকজনৰ। আমাৰ হোষ্টেলৰ দ্বিতীয়-তৃতীয় বাৰ্ষিকৰ বলোদাদাহঁতৰ কথাইতো ঠিকঃ শোষকৰ কোনো জাতি নাই। মোৰ অন্তৰত মাৰ্ক্সবাদৰ প্ৰথম প্ৰতিষ্ঠা। জাপ মাৰি সাই আহিছিলোঁ চাবৰ বৈঠকখানাৰ পৰা।

তাৰ পিছত, ৰাতি আঠটা বজাত, কটন নয় ছাত্ৰাবাসৰ গেটখন মেল খাইছিল। ৰিক্সা এখনত বিছনা-পত্ৰ তুলি দি নিশ্চুপ হৈ বহি পৰিছিলোঁ। মাছ খোৱা বাচ ষ্টেচনলৈ আগ বঢ়াই থবলৈ আহিছিল কটনিয়ান বন্ধু কালীনাথ দাস।

কালীনাথক বিদায় দি বাচ এখনত বহি পৰিছিলোঁ। কিয় জানো মোৰ মনটো দৌৰ মাৰিছিল স্বৰ্গীয় ককাদেউতাৰে ওচৰলৈ। ককা-দেউতা জীয়াই থকা হ'লে এইদ'ৰে ছমাহ পঢ়িয়েই কটন কলেজ এৰি যাব লগা অৱস্থা মোৰ অন্ততঃ ন'হ'লহেঁতেনবোধ হয় সেইবাৰে। ককা-দেউতাৰ "গোবৰ্দ্ধন ধাৰণ" নাটকৰ সেই উক্তিটিলৈ মনত পৰিল ঃ "সভাসদগণ! যোৱা ৰাতি মই এটি সপোন দেখিলোঁ। কি যেন এক বিকট মূৰ্তি ধৰি কোনো এক ৰাক্ষসে মোক গ্ৰাস কৰিবলৈ খেদি আহিছে!" মোৰ ককাদেউতাই লিখা পৌৰাণিক নাটক 'গোবৰ্দ্ধন ধাৰণ'ত ইন্দ্ৰৰ উক্তি, বেলেগ এক পটভূমি আৰু পৰিস্থিতিৰ এই কথা-খিনি মোৰ আজিৰ এই অৱস্থাটোৰ লগত যেন বজিতা খাই পৰিল— কোনো এক ৰাক্ষসে কটন কলেজৰ পৰা মোক খেদি দিলে। প্ৰায় কুৰি বছৰৰ কলহী পাৰত এই নাটকখন মঞ্চস্থ হৈ আহিছে। চাৰি বহাগ আৰু এঘাৰ হোগত—দধি মথন উছৱৰ অংগ হিচাপে।

মোৰ ককাদেউতা! চাৰিখন মৌজাৰ কোনেনো নাজানিছিল তেওঁক! তেওঁৰ অনেক কথা কিংবদন্তী হৈ পৰি আছে কলহীৰ ইকূলে-সিকূলে।

তৰুণৰাম ফুকন কেইবাবাৰো আহিছিল কলহীৰ পাৰলৈ। হাতীত উঠি। গুৱাহাটী-ছয়গাৱঁৰ মাজত মটৰ গাড়ী চলাতো দূৰতে থাওক, গুৱাহাটীৰ বুকুতে সেয়া আছিল কষ্টসাধ্য। গুৱাহাটীৰ পৰা ছয়গাৱঁলৈ যি দুকুৰি দুই কিঃ মিঃ বাট, সেইখিনি অতিক্ৰম কৰিবলৈ ফুকনক লাগিছিল দুটা দিন। ১৯২০ চনলৈকে গুৱাহাটী-কলহীপৰীয়া যাতায়ত ব্যৱস্থাৰ নমুনা এয়া। ১৯২১ চনমানৰ পৰাহে গুৱাহাটী-ছয়গাৱঁৰ মাজত বাচ চলিবলৈ লয়। গোপীনাথ বৰদলৈৰ লেখাৰ পৰা এই কথা বুজিব পৰা যায়। অসহযোগ আন্দোলন সম্পৰ্কত অসমৰ বিভিন্ন ঠাইত দি ফুৰা ভাষণমানাৰ শেষৰটো ভাষণ এই ছয়গাৱঁতে দি তৰুণ-ৰাম ফুকন কচেৰে গুৱাহাটীলৈ গৈছিল। ছয়গাৱঁলৈ আহিছিল বকোৰ পৰা, কুৰি কিঃ মিঃ খোজ কাঢ়ি। সাওঁতে গৈছিল ১৮৪৬ চনৰ পৰা জাহাজ চলিবলৈ লোৱা লুইতেৰে। উঠিছিল নগৰবেৰাত। লগত আছিল গোপীনাথ বৰদলৈ আদি ভালেকেইজন উদীয়মান ডেকা কংগ্ৰেছী।

অৱশ্যে কলহীপাৰৰ লগত তৰুণৰাম ফুকনৰ পৰিচয় তাৰো আগৰ।

ফুকনৰ বয়স তেতিয়া একুৰি পোন্ধৰ বছৰৰ তলত।

বিলাতৰ পৰা বেৰিষ্টাৰী পাছ কৰি অসমলৈ আহিবৰ কেইটামান বছৰ হৈ গৈছে।

তেতিয়াই প্ৰথম বাৰ আহিছিল কলহী পাৰলৈ। লগত আছিল ককায়েক নবীনৰাম ফুকন, জ্ঞানদাভিৰাম বৰুৱা, কামাখ্যাৰাম বৰুৱা আৰু দেবেন্দ্ৰৰাম ফুকন। চৈধ্যটা হাতীত উঠি আহিছিল এই দলটো। দলৰ নেতৃত্ব আছিল নবীনৰাম ফুকনৰ হাতত। এই যাত্ৰাৰ বিৱৰণ তৰুণ ফুকনে তেওঁৰ 'চিকাৰ কাহিনী' পুথিত নিজে লিখি গৈছে। এই ধৰণে, "দিনে দহ-বাৰ মাইলকৈ তিনি দিনমান যোৱা ঠিক হ'ল। প্ৰথম দিনা পলাশবাৰীত আছিলোঁ। হাতীৰে খোজ কাঢ়ি দ্বিতীয় দিনা পালোঁ ছয়গাওঁ। নৈৰ কাষতে চৰকাৰী বঙলা। গা ধুই, পাও খেলি গান-বাজনা আদি ধেমালিৰে তাতে এদিন কটোৱা হ'ল। তিনি দিনৰ দিনা পালোঁগৈ বকো।"

সেই যাত্ৰাৰ পিছত ফুকন ডাঙৰীয়া বছৰাৰ আহিছিল কলহী পাৰলৈ। দেখা হৈছিল, মোৰ ককাদেউতাৰ লগত। মোৰ ককাদেউতা তেতিয়া চঞ্চল ডেকা। প্ৰায় ডেৰ কুৰি বসন্তই গৰকা দেহ। পাছ-বিয়া[৩] কৰাই আইতাক আনিবৰ ছয় কি সাত বছৰ হৈছে। মোৰ পিতাৰ জন্ম তেতিয়া হোৱা নাই।

১৯২২-২৩ চনমানৰ কথা হ'ব এইটো।

অসহযোগ আন্দোলন তেতিয়া বন্ধ।

মহাত্মা-গান্ধীৰ নিৰ্দেশত।

উত্তৰ প্ৰদেশৰ চৌৰী চৌৰাৰ হিংসাত্মক ঘটনাটোৰ সন্দৰ্ভত। চৌৰী চৌৰাৰ পুলিচ-থানাৰ দুৱাৰ-খিড়িকি মাৰি পুলিচ ইন্সপেক্টৰ এজনক দুই তিনিজন কনিষ্টবলেৰে সৈতে পুৰি মৰা হৈচিল।

গান্ধীজীয়ে ইয়াক অহিংস অসহযোগীৰ পৰিপন্থী বুলি ভাবিছিল।

গতিকে অসহযোগ আন্দোলনকে বন্ধ কৰি দিছিল। দু বছৰীয়া কাৰাদণ্ডেৰে দণ্ডিত হৈছিল গান্ধী। তৰুণৰাম ফুকনকো জেলৰ ভিতৰলৈ নিক্ষেপ কৰা হৈছিল। এ বছৰীয়া কাৰাদণ্ড খাটি ফুকন শেষত ওলাই আহিছিল, শিলৰে জেলৰ পৰা। স্বাস্থ্যজনিত কাৰণত। গুৱাহাটীৰ নিজৰ ঘৰতে আছিলহি তেওঁ।

অসহযোগৰ পিছত কি কৰা যাব, গুণা-গথা কাৰ আছিল ফুকন ডাঙৰীয়াই। জীৱনত প্ৰথম বাৰৰ বাবে কংগ্ৰেছৰ মতৰ বিৰুদ্ধে থিয় হোৱাৰ কথা ভাবিছিল। কিন্তু একোকে ঠিক কৰিব পৰা নাছিল। ইতিমধ্যে 'আইন অমান্য তদন্ত কমিটি'ৰ তদন্তৰ কামত মতিলাল নেহৰু মদনমোহন মালব্য আৰু ৰাজেন্দ্ৰ প্ৰসাদ তেওঁৰ ঘৰতে থাকি গৈছিলহি। তেতিয়াই বাবু ৰাজেন্দ্ৰপ্ৰসাদে ঘূৰি গৈছিল কলহীৰ ইকূল-সিকূল। গৰুৰ গাড়ীৰে। তদন্তৰ কামত। বকোলৈকে গৈছিল তেওঁ। লগত আছিল আন বহুতোৰ উপৰি কটা মুন্সী আৰু মোৰ আতা। পিছে এই তদন্ত কমিটিয়ে নতুন কোনো ৰণ-কৌশল ঘোষণা কৰিব পৰা

৩। বাল্য-বিবাহৰ পিছত হোৱা আচল বিয়া।

গৈছিল। তৰুণ ফুকনৰ মনত 'কি কৰো কি নকৰো' অৱস্থা। মনৰ সেই কিংকর্ত্তব্যবিমূঢ় অৱস্থাতো ফুকন আহিছিল কলহী পাৰলৈ।

কলহীৰ পাৰৰ ডাক-বঙলাতে উঠিছিলহি তৰুণৰাম ফুকন। মাতি পঠাইছিল কটা মুন্সীক। কটা মুন্সী যোৱাত অলপ পলম হৈছিল। তৰুণ ফুকনে পলম হোৱাৰ কাৰণ সুধিছিল। কটা মুন্সীয়ে হাঁহি এটা মাৰি কৈছিল, "নকৰ দেউতা! একেবাৰে সাংঘাতিক কাম এটা কৰিলে ইয়াৰে ভেকা এটাই। মাতিপুৰাই তাকে চাবলৈ গৈছিলোঁ। আপোনাৰ মানুহে মোক মাতিব যোৱাৰ আগতে।"

"কি এনে সাংঘাতিক কামটো কৰিলে?" তৰুণৰাম ফুকনে সুধিছিল।

"ভালুক এটা জীয়াই জীয়াই ধৰিলে দেউতা।" কটা মুন্সীয়ে উত্তৰ দিছিল, "ভালুকটোৱে উঁই—হাফলু এটাত মুখটো গুজি উঁই খাই আছিল। তেতিয়াই গাৰ এডি চাদৰখন ভালুকটোৰ ওপৰত জাপি দি তাক বান্ধি পেলালে।"

"ডাঙৰ ভালুক নে সৰু ভালুক।" চিকাৰী ফুকনে আগ্ৰহ প্ৰকাশ কৰি সুধিছিল, কটা মুন্সীয়ে উত্তৰ দিবলৈ ভাল পাইছিল—"মস্ত ভালুক দেউতা! একেবাৰে মস্ত মতা ভালুক। সাতভালমান পৰা একেভাল কৰি বকৰা জানৰ মুখতে বান্ধি ৰাখিছে।"

"বকৰজান আকৌ ক'ত?"

"এ নকৰ দেউতা, সিও এক মস্ত সাধু। সেই ভালুক ধৰা ভেকা-টোৱে কাম এই বকৰা জান।" কটা মুন্সীয়ে কৈ গৈছিল, তৰুণ ফুকনে শুনি গৈছিল, "যোৱা বছৰ ইয়াত এটা ডাঙৰ ঘটনা ঘটিল। খটিয়া-মাৰীৰ গোসাই আহিছিল ইয়ালৈ। আপুনি জানেই কলহী পাৰৰ ভালেখিনি মাটি খটিয়ামাৰীৰ গোসাইৰ। ছয় গাৱঁৰ পৰা, খটিয়ামাৰী প্ৰায় দহ মাইল. আহোম স্বৰ্গদেউ সকলৰ কোনোবা এজনাই গোসাঁইৰ উপৰিপুৰুষক এই মাটি বোলে দিছিল। তেতিয়াৰ পৰা টেকেলা-মহৰী ৰাখি গোসায়ে ভৰ-কাটল তুলি আহিছে। সেই ভৰ-কাটলৰ হিচাপ-পত্ৰ চাবলৈকে গোসাই আহিছিল নেকি। মাতি

পঠাই ছিল ব্ৰহ্মাক। গাঁওখনৰ মানী লোক ব্ৰহ্মা। যোৱা ৰাতি ভালুক ধৰা ডেকাটো তেওঁৰে পুতেক। আগৰ বছৰ হাতী এটা কিনিছিল। সেই হাতীতে উঠি বাপেক-পুতেক দুয়ো আহিছিল গোসাইৰ বাহৰলৈ, গোসাইৰ চকু থিৰ হৈছিল, খঙত জ্বলি উঠিছিল। তেওঁৰেই ৰায়ত, তেওঁৰ ওচৰলৈ'ক উঠি আহে হাতীত। "নাম এই কেইটা"—গোসাই গৰ্জি উঠিছিল। বাপেক-পুতেক কিন্তু নমা নাছিল। টৈকেলা আৰু মহৰী দুজনে কানে কানে গোসাইক কিবা কৈছিল। পিছত আমি গম পোৱা মতে ইয়াকে বোলে কৈছিল, "ব্ৰহ্মাৰ এই পুতেক জনক জোকাই নোলোৱাই ভাল দেউতা। বৰ খং তাৰ। দেহৰ বলো সাংঘাতিক। দেখা নাইনে হাত-ভৰিবোৰ কেনে নোদোকা নোদোকা। যোৱা বেলি সাতটা ডেকা মানুহক সাতটা ভুকু মাৰিয়েই সাত দিন পেলাই থৈছিল। মানুহ বোৰেও তাক মানে। তাক দিগ দাৰি কৰিলে আমি ইয়াত থকাই টান হ'ব দেউতা।" গোসাইৰ মুখ খন বোলে কিছু শাঁত কৰিছিল। "নামা আকৌ"—তেওঁ মৰম লগাই কৈছিল। ব্ৰহ্মা নামিব খুজিছিল। কিন্তু পুতেকে নামিব নিদিলে। গলগলীয়া মাতটোৰে গোসাইক কৈছিল, "গোসাই প্ৰভু! দিন বহু সলনি হ'ল। আমি হাতীত উঠাটোকে আপুনি সহ্য কৰিব পৰা নাই। কিন্তু আমিও কম ঘৰৰ মানুহ নহয়। আজিৰ পৰা ছকুৰি দহ বছৰ আগতে ১৭৯২ চনত—স্বৰ্গদেউ গৌৰীনাথ সিংহই আমাৰ ঘৰৰ মানুহৰে আতিথ্য গ্ৰহণ কৰিছিল। আপুনি বোধ হয় জানে যে মোৱামৰীয়াৰ হাতত পৰাজিত হৈ স্বৰ্গদেউ গৌৰীনাথ সিংহ গুৱাহাটীলৈ পলাই আহিছিল। গুৱাহাটীতো তেওঁ থাকিব পৰা নাছিল। পলাই গৈছিল নগৰবেৰালৈ। নগৰবেৰা তেতিয়া লুকী ৰাজ্যৰ অন্তৰ্গত। আমাৰ উপৰিপুৰুষ মহেশ্বৰ ঠাকুৰীয়া আছিল সেই লুকী ৰাজ্যৰে প্ৰধান সেনাপতি। লুকীৰাজ হৰদত্ত সিংহই তেওঁক দায়িত্ব দিছিল নগৰ-বেৰাত এক অস্থায়ী ৰাজধানী সাজি সৈন্যসামন্ত তদাৰক কৰিবলৈ। সেই ৰাজধানীতে মোৰ উপৰিপুৰুষ মহেশ্বৰে আদৰিছিল স্বৰ্গদেউ

গৌৰীনাথ সিংহক, কেপ্টেইন ৱেল্‌চক। লুকীৰাজ হৰদত্ত সিংহ আৰু তেওঁৰ মন্ত্ৰী বকত কোঁচ সেই আদৰণিৰ অলপ পিছতহে গৈ নগৰবেৰাৰ সেই অস্থায়ী ৰাজধানী পাইছিল। পিছত গৌৰীনাথ সিংহ আৰু কেপ্টেইন ৱেল্‌চৰ লগত আমাৰ সেই উপৰিপুৰুষ মহেশ্বৰ উজাই গৈছিল। মাজু কোঁৱৰ উত্তৰাসিংহৰ অধীনত প্ৰধান সেনাপতি হৈ উজনিত গৈ ৰণ দিছিল। ৰণত তেওঁ মৰিছিল। সেই ৰণলৈকে যোৱা তেওঁৰ পুতেক বিষ্ণুৱে স্বৰ্গদেউ গৌৰীনাথ সিংহই লুকীৰাজ হৰদত্ত সিংহলৈ পঠোৱা সোনৰ কোমোৰাটো, হেংদান এখন, কেঁকোৰা দোলা-খন আৰু ৰজাৰ দুই ভায়েকলৈ পঠোৱা আঠুভঙা দোলা আৰু চৰিয়া দোলা দুখনলৈ লুকীলৈ উভটি আহিছিল। লগত আছিল খাজু কোঁৱৰ উত্তৰা সিংহ। তাৰ পিছতে লুকীৰাজ হৰদত্ত সিংহই লুকীৰাজ্যখন তিনি ভাগ কাৰছিল, তিনি ভাই-ককাইৰ মাজত ভগাই লৈছিল। পুব অংশৰ নাম হৈছিল বনগাঁও ৰাজ বনগাৱঁৰ পৰা এই কলহী নৈলৈকে সীমা নিৰ্দ্ধাৰিত হৈছিল বনগাঁও ৰাজ্যৰ। মোৰ উপৰিপুৰুষ বিষ্ণু আছিল এই বন গাৱঁৰ প্ৰথম ৰজা সত্ৰাজিৎ সিংহৰ মন্ত্ৰী। হৰদত্ত সিংহৰ সৰু ভায়েক আছিল সত্ৰাজিৎ সিংহ। কিন্তু, ইংৰাজ আহিয়েই সকলো ওলট-পালট কৰিলে। আসৰে খিতাপ কাঢ়ি নিলে, যা-সম্পত্তি বাজেয়াপ্ত কৰিলে। মোৰ ককা আপোনালোকৰ ৰায়ত হ'ল। যেই ৰায়তৰে নাতি আৰু পুতেক আজি আকৌ হাতীত উঠিছে। হাতীত উঠি আপোনাক কবলৈ আহিছে যে মোৰ ককাদেউতাই আপোনাৰ পৰা লোৱা মাটি চাৰি পুৰাত তেওঁৰ; নাতি আৰু পুতেকে আৰু খেতি নকৰে। সেই মাটি আপুনি যি ইচ্ছা তাকে কৰিব পাৰে।"

ইয়ালৈকেকৈ কটা মুন্সী অলপ বৈছিল, "তাৰ পিছতে দেউতা, "বেৰোত' বুলি হাতীটো বাটলৈ উলিয়াই ব্ৰহ্মা আৰু লালুৰা গুচি আহিছিল। আহোতে হাতীটোৱে গোসাইৰ নঙলাত থকা ডাঙৰ এজোপা কলগছ একেটা টানতে উঘালি আনিছিল।"

গোসায়ে একো নকলেনে ?" তৰুণ ফুকনে সুধিছিল।'

"গোসায়ে কৰলৈ সময়নো ক'ত পালে ? লালুৱাই তাৰ কথা থিনি কৈয়েই দেখোন গুচি আহিল।"

"ভালুক ধৰাৰ নাম লালুৱানেকি ?" তৰুণ ফুকনে বিস্ময় বিমুগ্ধ হৈ সুধিছিল।

"মই লালুৱা বুলি মাতোঁ। সি অলপ বকৰা "পতিকে গাৱঁত· সকলোৱে তাক 'বকৰা' বুলিহে মাতে। আচলতে লাল মোহন। এম. ভি. পাছ কৰা চাৰ্টিফিকেটখনত লিখা আছে—লালমোহন ঠাকুৰীয়া মই কৰা বাৰতে সিও এম. ভি. পাছ কৰিছে। ১৮৯৮ চনত· ছয় গাওঁ এম. ভি. স্কুলখন স্থাপন হোৱাৰ ফলতে এই বিদ্যাকণ আৰ্জিব পাৰিলোঁ। আপোনাৰ দৰে আমিনো ক'ত বিলাত দেখা পাম ; আমাৰ কাৰণে এয়ে বহুত। আমিয়েই ছয়গাওঁ এম ভি. স্কুলৰ পৰা এম ভি. পাছ কৰা প্ৰথম মানুহ।" কটা মুন্সীয়ে গৈছিল, "লালুৱাৰ অৱশ্যে আৰু বেছি পঢ়িবৰ মন ·আছিল। সি মোক কৈছিল, 'চা কটা, মন্ত্ৰীৰ ঘৰৰ মানুহ আমি। আগৰ অৱস্থা থকা হ'লে' বিলাত আমেৰিকা ঘুৰি আহিব পাৰিলোঁ হয়। পিছে ইংৰাজ-খাছিয়াৰ বিবাদেই আমাৰ সকলো শেষ কৰিলে। ডেভিড স্কট চাহাৰ আৰু নাংক্লৰ খাছিয়া ৰজা তিৰুৎ সিঙে ৰাস্তা এটা বন্ধাৰ সিদ্ধান্ত কৰিছিল—খাছিয়া ৰাজ্যৰ মাজেৰে চিলেট জিলালৈকে। সেইমতে কামো আগবাঢ়িছিল। কিন্তু এজন বঙালী চা প্ৰাচীয়েই কাল হ'ল। তাৰ প্ৰৰোচনাত পৰি খাছিয়া সকলে লেফটেনেণ্ট বেডিংফিল্ড চাহাবকে আদি কৰি অনেক ইংৰাজক কাটিলে। সেই আক্ৰমণৰ সময়ত পাণ্টান, বগে আৰু আমাৰ বনগাৱঁৰ বৰূাইও ইংৰাজৰ বিৰোধিতা কৰিছিল, খাছিয়া ৰজাৰ লগলাগি। পিছত ইংৰাজৰ জয় হোৱাত আমাৰ অৱস্থা কুকুৰে বাট এৰি নিদিয়া বিধৰ হৈছিল। আমাৰ উপৰি পুৰুষ ৰামৰায়ত গৈ পলাই আছিল। পিছে ১৮২৯ চনৰ অক্টোবৰ মহেত ৰামৰায়ৰ

ৰজা জুব্বৰ সিঙে ইংৰাজৰ বশ্যতা স্বীকাৰ কৰিছিল। তেওঁৰ সম্বন্ধীয়ে নিচান কোঁৱৰ আৰু লাল চান্দে সেই কাৰণেই জুব্বৰ সিঙক হত্যা কৰিছিল। ১৮৩১ চনৰ ৫ জানুৱাৰীৰ দিনাখন এওঁলোক আটায়ে মিলি পাণ্টান, বগে আৰু বনগাওঁ আক্ৰমণ কৰিছিল কিন্তু এই মিলিত বাহিনী ইংৰাজৰৰ হাতত বৰ বেয়াকৈ পৰাজিত হৈছিল।" কটামুন্সী যেন চক খাই উঠিছিল, "ছিঃ! দেউতাৰ আগত কথাৰ মহলা মাৰিছোঁ।"

"হওক দিয়া! কোৰাণ আৰু মহাভাৰতক তুমি যে একাকাৰ কৰিব পাৰিছা।"

ফুকনে ঢেকঢেকাই হাঁহিছিল। "মিছে কোৰাণ আৰু মহাভাৰতৰ সাৰ অংশ একেই নহয় দেউতা। সেইদৰে সিদিনা থটিয়া মাৰীৰ গোসাইক লালুৱাই কোৱা কথাখিনিৰ লগত বকৰা জানৰ সাৰ অংশৰো মিল আছে। আপুনি শুনে যদি কওঁ। চমুকৈ কম।"

"নাই নালাগে, দীঘল কৈয়ে কোৱাচোন। তুমিনো কিমান দীঘলকৈ কথা কব পাৰা, মই চাওঁ। দেখিছোঁ বিলাতলৈ যাব পৰা হ'লে তুমিও বৰ ভাঙৰ বেৰিষ্টাৰ হ'ব পাৰিলা হয়।" তৰুণ ফুকনে কৈছিল। ৰাতিপুৱাটো ফুকনৰ বৰ ভাল লাগিছিল। মাঘৰ শেষৰ বতৰ। কলহীৰ পৰা পাতল বতাহ এজাক ডাক বাঙলাটোৰ বাৰান্দা-খনলৈ বৈ আছিল। আনপিনে পূৱৰ পৰা পৰিছিল গাই ছুৱনী পৰৰ সূৰুজৰ পোহৰ।

"তেনেকৈ লাজ নিদিব দেউতা। সেইকন যোগ্যতা অধিকাৰী আমি নহওঁ।" কটা মুন্সীয়ে কৈছিল, "তাৰ পিছত দেউতা, থটিয়া-মাৰীৰ গোসাইক সেই যে মাটি চাৰিপুৰা ঘূৰাই দি আহিল, তাৰ পিছৰে পৰা লালুৱাৰ আৰু খিতাৰ পাৰ নাই। এদিন হঠাতে শুনিলোঁ, লালুৱা গাৱঁত নাই। আনকি মোকো কৈ নগ'ল। তাৰ তিনিমাহ-মানৰ পিছতে শুনিলোঁ, লালুৱা বোলে উভটি আহিল। লগত প্ৰায়

হুকুৰি মৈমনসিঙিয়া বঙাল। মই লৰি গৈছিলোঁ। তাৰ ওচৰলৈ। সি তাৰ পৰিকল্পনাৰ কথা মোৰ আঁগত দাঙি ধৰিছিল। কথাবোৰ মোৰ বৰ আচহুৱা আচহুৱা লাগিছিল। বাঘেহেৰী হাবিৰ মাজেৰে কলহীৰ সুঁতি এটা সি বোলে বোৱাই আনিব। বাঘেহেৰী হাবিখন পাহাৰ নহয়, তাত ওখ-চাপৰ টিলাত নাই—সমান, কেৱল এক অটব্য হাবি, দিনতে বাঘ-ভালুক ওলায়—গতিকে কলহীৰ সুঁতি এটা খান্দি অনাত একো অসুবিধা নহ'ব। হাবি কাটিব। হাবিক পথাৰ কৰিব। সেই পথাৰত সি খেতি কৰিব। খটিয়ামাৰীৰ গোসাইক সি কেঁৰেণ নকৰে।" কটা মুন্সীয়ে কাহ এটা মাৰি খেকাৰুথিনি দূৰত পেলাই গৈছিলহি—"খেকাৰ বুলিও নেভাবে বোলে সি খটিয়ামাৰীৰৰ গোসাইক। গতিকেই পাঁচ মাইল দীঘল সুঁতিটো খান্দিবলৈ লোৱা হল। ল'ৰা মুনিহ, তিৰোতা সেই নৈ খন্দা কাম চাবলৈ যায়। লালুৱাই মানুহবোৰক বুজাই কয়, এই খুঁতিটোৱে কিমান মানুহৰ উপকাৰ কৰিব। মানুহবোৰ বিস্মিত হয়। তেওঁলোকে ইতিমধ্যে সুঁতিটোৰ নামকৰণ কৰিছে—'লালুৱা বকৰা'ৰ নামেৰে—'বকৰা জান' বুলি। সকলোৱে বুজিছে বাঘেহেৰী হাবিক পথাৰ কৰি বোৱাবলৈ লোৱা বকৰাজানে মৌজাখনৰ প্ৰাণ আধা অংশৰেই উপকাৰ আধিব।" তাৰ পিছত, যেন পুতেকৰহে বিয়া পাতিছে, তেনে এক আনন্দত কটা মুন্সীয়ে কৈছিল—"দেউতা, যোৱা সোমবাৰে বকৰাজান খন্দা শেষ হ'ল। এতিয়া মুখমন কেৱল কাটিব আছে। মুখখন কাটি দিলেই বকৰাজানেৰে পানী বৈ আহিব। বাঘেহেৰী পথাৰেৰে বৈ আহি সেই পানী কলহীৰ আন এটা সুঁতিত পৰিব—তাৰ পিছতহে মূল কলহীত। আপুনি অহা বুলি শুনি লালুৱাৰ কি যে ৰং! সি অলপ পিছতে আহিব। আহি আপোনাক অনুৰোধ কৰিব। বকৰাজানৰ প্ৰথম সোঁতটোৰ প্ৰায় লগে লগে কেইকথনো নাও আহিব। তাৰে প্ৰথমখন নাৱত তাৰ আৰু মোৰ সৈতে উঠি আহিবলৈ সি আপোনাক অনুৰোধ কৰিব। আপুনি তাৰ অনুৰোধ ৰাখে যেন।"

তৰুণ ফুকন বিস্ময়-বিমুগ্ধ হৈ পৰিছিল। শ্ৰম-বিমুখ অসমীয়া জাতিৰ মাজত এই লালুৰা দেখোন কি এক ব্যতিক্ৰম! তেওঁৰ চকুৰ আগত ভাঁহি উঠিছিল আন এটা দৃশ্য। একেবাৰেই বিষাদম্লান সেই দৃশ্যৰ সোঁৱৰনি। কটা মুন্সীক তেওঁ কৈছিল, কেনেকৈ এবাৰ তেওঁ বান বিধ্বস্ত নগাওঁ জিলাৰ গাৱেঁ গাৱেঁ ঘূৰি ফুৰিছিল। ভাদমহীয়া কলং, কপিলী, কিলিং আদি নদীয়ে ভয়ানক মূৰ্তি ধাৰণ কৰিছিল। লগত বাৰজন মাখোন ডেকা, সাহায্যৰ বস্তুৰে তিনিখন নাও। মায়ং, মৰিগাওঁ, লাউখোৱা, ঢিং, ৰহা আদিত সাহায্য বিতৰণ কৰি তেওঁলোক ঘূৰি ফুৰিছিল। ৰহাৰ ওচৰত ঠাই এখনত তেওঁলোকে এজোপা আম গছৰ তলত ল'ৰা তিৰোতাৰে এজুম মানুহ দেখিছিল। গতিকে নাও কেইখন সেই ফাললৈকে লৈ যোৱা হৈছিল। কিন্তু অলপ গৈয়ে নাও কেইখন বোকাত লাগি ধৰিছিল। আনহাতে কেইদিন জোৰা পৰিশ্ৰমৰ ফলত ডেকাহঁত শ্ৰান্ত-ক্লান্ত। ফুকনে মানুহ জুমৰ মাহৰ পৰা দুজনক মাতি পঠাইছিল—সাহায্যৰ বস্তুখিনি লৈ যাবলৈ। আচৰিত কথা, কোনো আগুৱাই অহা নাছিল। বৰঞ্চ কৈছিল সাহায্য দিবলৈ মন থাকিলে তাতে গৈ দি আহিবলৈ। ফুকন বৰ বিচলিত হৈ পৰিছিল আৰু মনৰ বেজাৰত কৈছিল: "অসমীয়া মানুহক তপিনাত কোবাই ভাত খুৱাব লাগিব।" কটা মুন্সীয়ে একো কব পৰা নাছিল। ফুকনেই কৈছিল: "অসমীয়া মানুহক মেজৰ: হেনেই দুৰ্বল আৰু যোৰোপা বুলিছিল। গতিকে খান জাতিৰ মানুহ আনি অসমত বঙওৱাৰ প্ৰস্তাৱ দিছিল। মই তাৰ বিৰোধিতা কৰিছিলোঁ। এতিয়াও কৰোঁ। কিন্তু সিদিনাৰ সেই ৰহাৰ ঘটনাটোলৈ মনত পৰিলেই মনটো দমি যায় আজি লালুৱাৰ কথাবোৰ শুনি বৰ আনন্দিত হৈছোঁ। কিন্তু···।" ফুকন বৈ গৈছিল। ফুকন বৈ যোৱা দেখি কটা মুন্সীয়ে তেওঁৰ মুখলৈ চাইছিল। কিছুপৰ মনে মনে থাকি ফুকনে কৈ গৈছিল—"লালুৱাইও কাম এটা ভাল নকৰিলে। অসমীয়া মানুহৰ শক্তিৰ ওপৰত তাৰো আস্থা নাই যেন লাগিল। নহলে বকৰা জান থান্দিবলৈ ছকুৰি মৈমন–

সিঙীয়া নানিলে হেঁতেন। তোমালোকে মন যদি কৰিছা, জেনেহলে দেখিছা যে মৈমন সিংহ, চিলেট আদিৰ পৰা আমাৰ ইয়ালৈ মানুহ আহি আছে। এই মানুহবোৰে আমাৰ ইয়াত তাণ্ডৱ সমস্যাৰ সৃষ্টি কৰিব পাৰে। তুমি বোধ হয় জানা যে ১৮৮১ চনত অসমত প্ৰথম লোকপিয়ল হৈছিল। ১৮৯১ চনত দ্বিতীয় লোক-পিয়ল। ১৯০১ আৰু ১৯১১ চনত তৃতীয় আৰু চতুৰ্থ লোক-পিয়ল। ১৮৮১ চনৰ পৰা ১৮৯১ চনলৈ জনসংখ্যাৰ বৃদ্ধিৰ হাৰ ৬৮, ১৮৯১ চনৰ পৰা ১৯০১ চনলৈ ১১'৮, ১৯০১ চনৰ পৰা ১৯১১ চনলৈ ১৫'২। একেবাৰে স্পষ্ট যে ১৮৮১ চনৰ পৰা ১৯১১ চনৰ ভিতৰৰ সময় ছোৱাত অসমীয়া মানুহৰ প্ৰজনন শক্তি হয় বেছি হৈছিল, নহয় বিদেশীৰ প্ৰবজন হৈছিল।" ফুকনৰ এই অঙ্ক কৰি কোৱা কথাবোৰত কটা মুন্সীয়ে কোনোও কেতিয়াও নোগোৱা গীত এটিহে সুৰ এটি যেন প্ৰথম শুনিছিল। এবাতো, নতুন মানুহ দেখোন কলহী পাৰলৈ আহিয়ে আছে। ফুকনে কৈছিল, "১৯১১ চনৰ লোক পিয়লৰ অধীক্ষকে কি লিখিছে জানা? তেওঁ কৈছে যে এই অস্বাভাৱিক জনবৃদ্ধিৰ কাৰণ হ'ল বিদেশীৰ প্ৰবজন। তেওঁৰ মতে: "এই ধৰণৰ প্ৰবজনে অসমৰ ভবিষ্যত একেবাৰে সলনি কৰি দিয়াৰ সম্ভাৱনা আছে। ইয়াৰ ফলত মানৰ আক্ৰমণতকৈও অধিক তীব্ৰ ভাবে চিৰদিনৰ বাবেই অসমীয়া সংস্কৃতি সভ্যতা ধ্বংস হৈ যাব।"

"আপুনি মানৰ আক্ৰমণৰ কথা কোৱাৰ লগে লগে মোৰ মনলৈ আন এটা কথাহে আহিল দেউতা। আচলতে আমাৰ নিজৰ মাজত লগা কাজিয়াৰ ফলতে বিদেশী মানুহ আহি আছে। বদন বৰফুকন আৰু পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ মাজত কাজিয়া নলগা হ'লে আকাৰ দেশলৈ মান আহিব নোৱাৰিলে—হেঁতেন। সেইদৰে খটিয়ামাৰীৰ গোসায়ে হাতীত উঠা বাবেই লালুৱা আৰু তাৰ বাপেকৰ ইতিকিং নকৰা হ'লে এই ছকুৰি মৈমনসিঙীয় অসমলৈ আহিব নোৱাৰিলে হেঁতেন।" কথা-খিনি কৈ কটা মুন্সী কিছু সময় বৈছিল। তৰুণ ফুকনেও একো কোৱা

নাছিল। তেওঁ বোধ হয় মনত কৰিছিল, বদন বৰফুকন আৰু পূৰ্ণানন্দ বুঢ়া—গোহাঁয়ে তেতিয়াৰ পৰা প্ৰায় এশ বছৰ আগতে অসমলৈ অনা মান-দুৰ্য্যোগটোৰ কথা। কটা মুন্সীয়ে পিছত কৈছিল: "আমি যি ভুল কৰিছোঁ, তাৰ বিচাৰ এই যুগত নহ'লেও পিছৰ যুগত হ'ব। কিন্তু দেউতা, লালুৰাই বৰবাজানৰ মুখলৈ যাবৰ বাবে আপোনাক যি অনুৰোধ কৰিব, তাক ৰাখে যেন। আজি আমাৰ গাৱঁৰ নামঘৰত এখন নাটকো হ'ব। লালুৰাই নিজে লিখা নাটক। নাম দিছে—'গোবৰ্দ্ধন-ধাৰণ'। পুৰাণ শাস্ত্ৰৰ আলমত লিখা নাটক। তাতো যেন আপুনি উপস্থিত থাকে। মোৰ অনুৰোধ।"

"সেইবোৰ হ'ব বাৰু। কিন্তু মই আন এটা কথাহে ভাবিছোঁ। এই কলহীৰ পাৰততো অনেক মাটি পৰি আছে। লালুৰাৰ আদৰ্শকে লৈ সেই পতিত মাটিবোৰ ইয়াৰ মানুহে চাফা কৰি নলয় কিয়? বঢ়িয়া খেতি হ'ব। মানুহবোৰৰ অভাবো গুচিব। মহাত্মা গান্ধীয়ে যি বাৰ যে কৈছিল, স্বৰাজ আৰু স্বাৱলম্বিতাৰ কথা—তাকো কৰা হ'ব।"

কটা মুন্সীৰ চকু কেইটা জ্বলমলাই উঠিছিল। তাৰিখটো বঢ়িয়াকৈ মনত আছে কটা মুন্সীৰ। ১৯২১ চনৰ পৰা ১৮ আগষ্ট। মহাত্মা-গান্ধী সিদিনাই প্ৰথম বাৰৰ বাবে অসমলৈ আহিছিল। আহি তৰুণ-ৰাম ফুকনৰ ভৰলু মুখৰ ঘৰত উঠিছিলহি। কলহী পাৰৰ পৰা লালুৰা, মধু, কটা মুন্সী আদি এজাক ডেকা গৈছিল গান্ধীক চাবলৈ, গান্ধীৰ কথা শুনিবলৈ। দলটোৰ মূল নেতা কটামুন্সী, পালি-নেতা মোৰ আতা লালুৰা। কটা মুন্সীক ফুকনে ব্যক্তিগত ভাবে জানিছিল। জানিছিল সেই প্ৰথম বকো—ছয়গাওঁ যাত্ৰাৰ পৰা। কলহী পৰীয়া চৰকাৰী ৰঙলাত থাকি যি নাও খেলোৱা কথা ফুকনে তেওঁৰ 'চিকাৰ কাহিনী'ত লিখি গৈছে, সেই নাওখেলৰ নাও কেইখন বোলে যোগান ধৰিছিল কটামুন্সীয়ে, তিনিখন নাও। এখন কটা মুন্সীৰ, আনখন ঢুলীয়া নাট্যকাৰ গাজি কাকতিৰ্ব্যভাৰ পিতাক:কাজি ৰাভাৰ আৰু তৃতীয়খন

মোৰ আতাৰ পিতাক ব্ৰহ্মাৰ। আতা আৰু কটা মুন্সীহঁতে কলহীৰ-পাৰত থিয় হৈ ফুকন ডাঙৰীয়াহঁতৰ নাওখেল উপভোগ কৰিছিল। আৰু সিদিনাই হেনো কলহী পাৰত বছৰেকীয়া নাওখেল প্ৰতিযোগিতা পতাৰ কথা আতা আৰু কটা মুন্সীৰ মনতখেলিছিল। আতাই বোলে কটা মুন্সীক কৈছিল, "এই কলহীৰেই মহাপুৰুষ মাধৱদেৱ নাও মেলি ভটিয়াই গৈছিল। শঙ্কৰদেৱৰ তিৰোধানৰ পিছত। লগত আছিল ৰামচৰণ ঠাকুৰ, শ্ৰীৰাম আতা আদি শিষ্যবৰ্গ। পলাই আহিছিল হেৰামদ ৰাজ্যৰ পৰা। কাৰণ হেৰামদ'ৰ ৰজা তেওঁৰ 'শিষ্য হ'ব খুজিছিল। আনপিনে স্বয়ং গুৰুজনাই নকৰা কামটো তেৰাই কৰে কেনেকৈ? গতিকে হেৰামদ ৰাজ্যকে এৰিছিল? কাশীগঙ্গা নৈৰে ভটিয়াই কলহীত পৰিছিল। তেতিয়াই এইবোৰ ঠাইত থান-সত্ৰ পাতিবৰ বাবে ঠাই চাই গৈছিল: শিকাৰহাটি, জজি, গুৱালহাটি, দীঘল কুছি, জটিয়া, কৈমাৰী, ঠাকুৰ পাৰা, নোৱাপাৰা, কাঁড়ীপাৰা আৰু চমৰীয়া।" কিছুৰৈ আতাই পুনৰ কৈছিল, "ফুকন ডাঙৰীয়াহঁতৰ নাও-খেল দেখি মোৰ সেই পুৰণি কথাবোৰ মনত পৰিছে।" কাম এটা কৰোঁ কটা, কলহীত আমি বছৰেকীয়া নাওখেল পাতিবলৈ লওঁ। মহাপুৰুষ মাধৱদেৱে এই নৈৰে নাও মেলি যোৱা স্মৃতিক সোঁৱৰণ কৰি।"

"তোৰ কেৱল মাধৱদেৱৰ কথাহে মনত পৰিল।" কটা মুন্সীয়ে কৈছিল, "মোৰ হলে তাৰো আগৰ কথা মনত পৰিছে। এই চম্পক নগৰৰ ৰজা চন্দ্ৰধৰ সদাগৰৰ কথা। চম্পকনগৰ খন আছিল কাকেৰী সাগৰৰ পাৰত। চন্দ্ৰধৰৰ উপৰি-পুৰুষে কাকেৰী সাগৰেৰেই বেহা-বেপাৰ কৰিছিল। কিন্তু ডাঙৰ এটা ভূঁইকপে কাকেৰী সাগৰ নোহোৱা কৰিলে। থাকিল মাথোন কলহীটো। এই কলহীৰেই গৈ তেওঁ সুদূৰ লঙ্কাতো বাণিজ কৰিছিল। শুনা যায়, লঙ্কালৈ যোৱা বেপাৰী বিলাকে মানদেশ, শ্যামদেশ আদিতো বেপাৰ কৰি ফুৰিছিল। আমাৰ চন্দ্ৰধৰ সদাগৰেও সেইবোৰ দেশত গৈ বেপাৰ কৰিছিল। তেওঁৰ

বাপেকৰ মুঠ ডিঙা আছিল তেৰখন, লয়কৰ বনেৰে আৰু এখন জিনি তেওঁ কৰে চৈধ্যখন। এই কলহীৰেই চৈধ্যখন ডিঙা মেলি চন্দ্ৰধৰ বণিজলৈ যোৱা আৰু ঘূৰি অহা দৃশ্য দুটা কিমান মধুৰ আছিল, চকু দুটা মুদি তই এবাৰ ভাবি চাচোন!. কলহীৰে আহি আছে—নিজৰ অধীনত দুখন ডিঙা ৰাখি বাকী বাৰখন ছয় পুতেকৰ তত্বাৱধানত এৰি দিছে! পুতেকহঁতেও গাই-পতি দুখনকৈ ডিঙাৰ দায়িত্ব লৈছে! চন্দ্ৰধৰৰ ঘৈণীয়েক সোনেকা আৰু ছজনী বোৱাৰীয়েক আকুল অপেক্ষাত ৰৈ আছে—ডিঙাত বহি অহা চন্দ্ৰধৰে সপ্তম পুতেক লখাইৰ বিয়াৰ কথা ভাবিছে, লখাইকো বণিজৰ শিক্ষা দিয়াৰ কথা চিন্তিছে—ভাই লালুৱা, মাধৱদেৱৰ নৌকাযাত্ৰাৰ স্মৃতিৰ লগতে চন্দ্ৰধৰৰ ডিঙাৰ স্মৃতিও সোমাই থাকিব লাগিব।" কটা মুন্সীয়ে কৈ গৈছিল, "কেৱল সেয়ে নহয়। চন্দ্ৰধৰৰ সপ্তম বোৱাৰী বেউলাই মৰা স্বামী লখীন্দাৰক ভুৰত তুলি এই কলহীৰে গুচি যোৱাৰ দৃশ্য আৰু জীৱিত স্বামীৰ সৈতে উভটি আহি চম্পকবাসীৰ গা জুৰোৱা কথাও পাতিব ওলোৱা নৌকা-প্ৰতিযোগিতাত সোমাই থাকিব। পিছে কোনে আহি এই প্ৰতিযোগিতাত যোগ দিব?" কটা মুন্সী প্ৰশ্ন এটাৰ সন্মুখীন হৈছিল। কিন্তু মোৰ আতাই একে চাটে তাৰ সমাধান দিছিল, "কিয়? এই ছয়গাওঁ বাসীয়ে, চম্পকনগৰৰ বাইজে। ৰণত পৰি কলীয়া হ'লেও কলহী পথাৱাৰ তেজ শেষ হৈ যোৱা নাই। খেল-ধেমালি, নাচ-গান বৰ ভাল পায় আমাৰ মানুহখিনিয়ে। স্বয়ং বেউলাই আছিল নৃত্য-পটিয়সী। তই শুনিছাই কিজানি, চম্পক ৰাজখন চন্দ্ৰধৰে ছয় ভাগ কৰি প্ৰতি ভাগতে একোজন পুতেকক ৰাজ-প্ৰতিনিধি হিচাপে ৰাখিছিল, লখীণ্ডাৰে ৰাজপ্ৰতিনিধিৰ ৰাব লোৱা নাছিল। মূল শাসন আছিল চম্পক নগৰত, স্বয়ং চন্দ্ৰধৰ সদাগৰৰ হাতত। আনহাতে ৰাজ্যখন ছয়টা অংশত বিভক্ত, সেয়ে নতুন এটা নামে ঠাই পালে ছয়গাওঁ। ছয়গাওঁ এই প্ৰতিনিধিসকল একোবাৰকৈ লগ লাগিছিল চম্পকনগৰত। বিয়হৰি বা মনসা

পূজাৰ সময়ত। সেই কেইদিন গান-বাজানা, খেলা-ধূলাৰে মুখৰ হৈ পৰিছিল চম্পক নগৰৰ আকাশ-বতাহ। বিশেষভাবে গোৱা হৈছিল সাপ পূজাৰ গীতবিলাক, লখীন্দাৰক সাপে খুটি 'মাৰা' ঘটনাক সোঁৱৰন কৰি, গতিকে সেইবোৰ গীতক বুলিবলৈ লোৱা হাল 'মাৰা গান', পিছলৈ 'মাৰে গান'। আচলতে কলহী পাৰেই 'মাৰে গান'ৰ জন্ম-থলি।" আতা কিছু বৈছিল, তাৰ পিছত তেওঁৰ চকু কেইটা বোলে আৰু উজ্জ্বল হৈ পৰিছিল, "আনকি কোঁচ ৰাজ্যৰ প্ৰতিষ্ঠাতা বিষু আৰু তেওঁৰ ৰাজকবি মনাইও এই কলহীৰে নাও বাই ঘুৰি ফুৰিছিল। তেওঁলোক দুয়োৰে ঘৰ কুলুঙত[৪]। মনায়ে গৰখীয়া বিষুক এদিন বোলে কৈছিল," গৰখীয়া হৈ লাভ নাই, ৰজা হ'বলৈ মন কৰ।" তাৰ পিছতে কুলুং এৰি গুচি আহিছিল ছয়গাঁৱলৈ, কলহীৰে উজাই। ঔগুৰীৰ ৰজাক. মৰি ৰজা হ'বলৈ। লগত আৰু কেইজনমান লগৰীয়া। প্ৰথমতে কুলুঙৰ ৰজাক জোকাই নলবলৈ মনায়ে বিষুক বুজাইছিল। ছয়গঞা কলহীপাৰত দুয়ো বন্ধুৱে 'গৰখীয়া সৈন্য' সংগ্ৰহ কৰিছিল, তেতিয়াই নাৱেৰে কলহীৰ ইপাৰ-সিপাৰ একাকাৰ কৰি ঘুৰি ফুৰিছিল। বিষুক মানুহে বুলিবলৈ লৈছিল 'গৰখীয়া দলৈ'। পিছত ঔগুৰী-আক্ৰমণৰ আগে আগে এজোপা বৰগছৰ[৬] তলত মনসাদেৱীক পূজা কৰি বিষুৱে ঔগুৰীৰ

৪। বুৰঞ্জী বিখ্যাত লুকী ৰাজ্যৰ পুৰণি নাম। গুৱাহাটীৰ পৰা প্ৰায় ৩১ কি মি পশ্চিমেৰে বৈ যোৱা সিংৰা নদীৰ পাৰত এই ৰাজ্যৰ ৰাজধানীৰ ধ্বংসাৱশেষ আজিও অনাদৃত অৱস্থাত পৰি আছে।

৫। ঔগুৰী বৰ্ত্তমান ছয়গাঁৱৰ প্ৰায় সাত কি মি দাক্ষণে অৱস্থিত এখন পাহাৰী ঠাই ("He defeated the chiefs, or Bhugas of uguni and Luki."—"History of Assam," Gait, 3rd Edu. P. 49).

৬। আহঁত গছ।

ৰজাক 'মাৰা' বৰ বিচাৰিছিল। আজিকালি ৰতনপুৰৰ[১] যিডোখৰ ঠাইত 'গৰখীয়া বৰৰ তলৰ মাৰে' হয় সেই ডোখৰতে। মনায়ে সেই মাৰে-পূজাৰ বাবে কেইবাটাও নতুন গীত ৰচিছিল। আচলতে ঔগুৰী-বিজয়েই আছিল বিশুৰ প্ৰথম ৰাজ্য-বিজয়। এই বিজয়ত মনাই ইমান উৎফুল্ল হৈ পৰিছিল যে কব নোৱাৰাকৈয়ে তেওঁৰ মুখৰ পৰা ওলাই আহিছিল, "তুমি সিংহ, বিশ্বসিংহ!" উত্তৰত বিশ্বসিংহই কৈছিল, "আৰু তুমি। তুমিয়েইতো কৈছিলা, 'ৰজা হ'বলৈ মন কৰ'। সেয়ে আজিৰ পৰা তুমি হ'লা 'ৰাজকবি মনকৰ'।" আতা কিছু বৈছিল, কটা, আমাৰ নৌকা-প্ৰতিযোগিতাত বিশু আৰু মনাইৰ সোঁৱৰনো সোমাই থাকিব। আঁমি মানুহক এইবোৰ কথাকে মনত কৰি দিম। তই চিন্তা নকৰিবি, মানুহে আহি যোগ দিব।"

তাৰ পিছত, কথা মতেই কাম। কলহী পাৰৰ বাইজ গোট খালেহি কাজেলীকুৰা গাৰঁত। লগে লগে কলহীৰ বুকুত বাৰ্ষিক নৌকা-প্ৰতিযোগিতাৰ সূত্ৰপাত। সেই বাৰ্ষিক নৌকা-প্ৰতিযোগিতা আজিও অনুষ্ঠিত হয় কাজেলীকুৰা গাৰঁত।

মাধৱদেৱে কলহীৰে নাও মেলি যোৱা ঘটনাৰ সুৰদী স্মৃতিত।

চান্দো সদাগৰে চৈধ্য ডিঙা মেলি বণিজ কৰিবলৈ যোৱা আৰু উড়টি অহা ঘটনাক সুৰঁৰি সুৰঁৰি!

বেউলাই মৰা স্বামীক ভুৰত তুলি নি জীয়াই অনাৰ অপূৰ্ব কাহিনী জীৱন্ত কৰি!

বিশ্বসিংহই কোঁচ ৰাজ্যৰ আধাৰশিলা এই কলহীৰ পাৰতে প্ৰতিষ্ঠা কৰাৰ বুৰঞ্জী মনত কৰি!

কাজেলীকুৰাৰ নাও খেলে আজি এক অন্য ৰূপো লৈছে, মহিমা

---

১। ছয়গাৰঁৰা পৰা ঔগুৰালৈ যোৱাৰ পথত পাই যোৱা এখন ঐতিহাসিক গাওঁ। ডঃ মহেশ্বৰ নেওগ সম্পাদিত "পবিত্ৰ অসম'ত আছে, "দক্ষিণ পাৰৰ ছয়গাৰঁৰ ওচৰত, ৰতনপুৰত 'থকা এই মনসাৰ আনন্ত পূজা হৈ থাকো" (পৃঃ ২৩১)।

খাইহঁতৰ কুকুৰমাৰাত। অটাৱাৰ[৮] দিনা আজিকালি ভাত যি নাও খেল হয়, সেই নাও খেলৰ কাছুটিত কাজেলীকুৰাৰ কথা লিপিট খাই আছে। মহিমাবাইহঁতে সেই কথা সোঁৱৰে।

আতাহঁতে সেইদৰে কথা পাতি থাকোঁতেই সন্ধ্যা নামিছিল। লগে লগে ফুকনহঁতৰ নাও খেল শেষ হৈছিল। ঠিক হৈছিল, গধূলি ডাক-বাঙলাত গান-বাজানাৰ মজলিচ হওক। ফুকনে কটা মুন্সীক কৈছিল, মই দীপৰ বিলত কেতিয়াবা কেতিয়াবা চিকাৰ কৰো। তুমি শুনিবও পাৰা। মোৰ লগত থাকে পূৰ্ণৰাম নামৰ মানুহ এজন। তেওঁ বন্দুক ধৰিব নাজানে, কিন্তু চিকাৰৰ নামত পগলা। জাৰকালি চিকাৰলৈ গ'লে পূৰ্ণৰামে বাহিৰত জুইৰ ওচৰত শোৱে আৰু তিনিমান, বজাৰ পৰা গীত আৰম্ভ কৰে—স্পষ্ট, গম্ভীৰ আৰু তৰলা সুৰত। আজিও কালত বাজি আছে সেই মাত, সেই গীত—

ওহে মুকুগা মুচৰি মাৰিম মই তোক,
ৰাতি নৌপুহাতে তই কেনে ডাকিলি
হৰি এৰি গৈলা মোক হে
মুকুগা মুচৰি মাৰিম মই তোক।

তোমালোকৰ এইখন বেউলাৰ ঠাই। বেউলাক লৈ এনে কিবা গীত নাইনে?"

"কিয় নহ'ব দেউতা? আছে। ঢেৰ আছে।" কটা মুন্সীয়ে তপৰাই উত্তৰ দিছিল, "মোৰ এজন বন্ধু আছে। তাৰ নাম লালমোহন। আমি দুয়ো বেউলা আৰু চান্দো সদাগৰৰ অনেক গীত শুনাব পাৰো। পিছে মোৰ বন্ধুজনৰ পিতাকৰহে কিবা বেমাৰ বুলি শুনিলোঁ। এই অলপ আগতে খবৰ পাই সি গুচি গ'ল। নহলে মোৰ লগতে আছিল। অৱশ্যে টান বেমাৰ নহয় যদি তাক

৮। বিজয়া দশমী। 'অটাবা'ৰ অৰ্থ 'উটোৱা' বা 'ভঁহোৱা'। গণেশকে 'দেবীক উটোৱা কে বোলা হয় 'অটাবা'।

লৈ আহিম। মেলেৰীয়া যেন পাইছোঁ। সি নাহিলেও সিইঁতৰ তালৈ মই যাবই লাগিব। দোতৰাটো আনিবৰ বাবে।"

"মেলেৰীয়া? ব'বা ভেনেহলে। মোৰ লগত কুইনাইন আছে। তাকে নি খুৱাই দিয়াগৈ। ভাল পাব।" ফুকনৰ কাষতে বহি থকা জ্ঞানদাভিৰাম বৰুৱাই কৈছিল। লগে লগে ভিতৰলৈ লৈ কুইনাইন কিছু লৈ আহিছিল। কুইনাইনখিনি কটা মুন্সীৰ হাতত দি খুওৱাৰ নিয়মটো বুজাই দিছিল। বুজি লৈ কটা মুন্সী গুচি গৈছিল। কটা মুন্সী গুচি গ'লত কামাখ্যাৰাম বৰুৱাই ইয়াকি মাৰি কৈছিল, "বেচ ডাক্তৰটো ওলালহি! একেবাৰে বিলাত ফেৰৎ! হনুমানৰ হাতৰ গন্ধমাদনখন লৈ ঘুৰি ফুৰিছে! নিজৰতো ভয়ৰ অন্ত নায়েই, বেমাৰ বুলিলে আনকো ভয় খুৱাই মাৰে!"

"হৈছে ভাই কামাখ্যা! মুখ বন্ধ কৰা! ফটা মুখ মেল মুখুৱাবা! এই কেইদিন এনেয়ে কান ঘোলা কৰি থৈছা, হাৰমনিয়মৰ ভেঁপো ভেঁপো শব্দৰ দ্বাৰা! সময় নাই, অসময় নাই— কেৱল এই হাৰমনিয়মডাল। আমাক একেবাৰে জ্বালা-কালা কৰিলা। বোলো নতুনকৈ শিকিবলৈ লৈছা—আস্তে আস্তে শিকা। কিন্তু নাই, একেবাৰে বাজানা নেৰে কামাখ্যাৰামে! যেন নতুনকৈ বিয়া কৰাই অনা ঘৈনীহে!" জ্ঞানদাভিৰামৰ কথাত মুখ টিপি হাঁহিছিল তৰুণৰাম ফুকনে। ভিতৰি ভিতৰি ভালো পাইছিল, ভেঁপো ভেঁপোকৈ এই কেইদিন কম ত্যক্ত-বিৰক্ত কৰিছেনে কামাখ্যাৰামে! পিছে কামাখ্যাৰামো পিছুৱাই সোৱা ভকত নহয়, তপৰাই উত্তৰ দিছিল, "জ্ঞানৰ অখণ্ড ভাণ্ডাৰ তুমি! তোমাৰ কথা নামানি পাৰে নে? এতিয়াৰ পৰা হাৰমনিয়ম মই বাক বাথৰুমতে বজাম, দুৱাৰ মাৰি, হলতো! কিন্তু তুমিও ভাই, তোমাৰ এই ওজানি বৃত্তিটো এৰা! আইন বিদ্যাৰ পৰা একেবাৰে চিকিৎসাবিদ্যা কলিকতাৰ পৰা গুৱাহাটীলৈ আহিবৰ পৰত কিমানটা প্ৰশ্ন, অসমত ডাক্তৰ আছে নে নাই, মহে খালে মেলেৰীয়া হয় নে নহয়, ভাল

ভাল কুইনাইন পোৱা যায় নে নাযায়, খোৱাপানীৰ কি ব্যৱস্থা, সাপ-সুপৰেইবা কেনে গতি-বিধি—উস ৰাম! অসমত যেন মানুহ নাই, ভূতহে আছে। গতিকে দাঙি লৈ ফুৰিছে এই গন্ধমাদন। হেৰা তোমাৰ দেউঁতা গুণাভিৰাম বৰুৱাই এই অসম মুলুকতে একো বেমাৰ-আজাৰ নোহোৱাকৈ হাকিমগিৰি কৰি ঘুৰি ফুৰিলে, তুমি বিলাতলৈ গৈ তাকোনো পাহৰিব লাগেনে? তোমাৰ দেউতাৰাই ইং ১৮৮৪ চনতে প্ৰকাশিত তেওঁৰ 'অসম বুৰঞ্জী'ত এই ছয়গাৱঁৰ কথা লিখিছে এনেদৰে, "কামৰূপ জিলাৰ দক্ষিণ কুলৰ কোনো এঠাইত এটি শিলৰ ঘৰ আছে। সেই ঘৰটোৰ বিষয়ে এনে প্ৰবাদ আছে বোলে সেইটো চান্দো সদাগৰৰ "মেডঘৰ"। এই চান্দো সদাগৰ পুত্ৰ লক্ষ্মীন্দাৰক এই ঘৰতে বিবাহৰ ৰাত্ৰি বিষহৰিৰ সৰ্পে দংশন কৰে। তেওঁৰ পতিব্ৰতা পত্নী বেউলাই লক্ষ্মীন্দাৰৰ শৰটো ভুৰত উটাই ভটীয়াই লই যায়। নেতাঁই ধুবুনী নামে এজনী মানুহৰ সাহায্যত লক্ষ্মীন্দাৰ পুনৰ্জ্জীবিত হয়। ধুবুৰীৰ ওচৰত নেতাঁই ধুবুনীৰ এটি ঘাট আছে। সেই ঘাটৰ এতিয়া ভগ্নাৱশেষ মাত্ৰ আছে। এই চান্দো সদাগৰ এজন বিখ্যাত সদাশৰ আছিল। এওঁৰ বিবৰণ পদ্ম পুৰাণত আছে।"

"হেৰা, তানসেনৰ অৱতাৰ"—জ্ঞানদাভিৰামে কামাখ্যাৰামক আক্ৰমণ কৰিবলৈ আৰম্ভ কৰিছিল, কিন্তু তৰুণ ফুকনে মাজতে মাত দি উঠিছিল, "উস ৰাম! ছুয়োটাই দেখিছোঁ কম নহয়! বাদ দিয়া সেইবোৰ। মজলিছৰ বাবেহে সাজু হোৱা এতিয়া।" তাৰ পিছত তৰুণ ফুকনে 'ৰায়' দিছিল। ঠিক হ'ল, এতিয়াৰে পৰা জ্ঞানদাভিৰামে কামাখ্যাই দেখাকৈ আনক ঔষধ নিদিয়ে, কামাখ্যা-ৰামেও জ্ঞানদাই শুনাকৈ হাৰমনিয়ম নবজায়, বাথৰুমত গৈ বজাব। তাৰ পিছত তৰুণৰাম ফুকনেই কৈছিল, গুণাভিৰাম বৰুৱাই "আসাম বন্ধু'ত ১৮৮৫-৮৬ চনত প্ৰকাশিত 'আগৰ দিন এতিয়াৰ দিন' লেখাটোত এই অঞ্চলৰ কথা বঢ়িয়াকৈ লিখিছে, "দক্ষিণ ফালে বেল-

তলাৰ ৰজাও দৰঙী ৰজাৰ দৈন্দৰ। এজন দৰঙী কোঁৱৰে আহি এই অঞ্চলত ৰাজত্ব কৰে। এই ৰজাও প্ৰধান আছিল। ডিমৰুৱা আৰু ৰাণীৰ ৰজাও প্ৰায় বেলতলীয়া ৰজাৰ দৰেই। এই সকলৰ বাহিৰেও বড়দুৱাৰ, ছয়গাওঁ, বকো, বনগাওঁ, লুকী নামে কেইখনমান প্ৰদেশ আছিল। এই বোৰক দুৱাৰ বোলে। খাশীয়া আৰু গাডো প্ৰভৃতি পৰ্ব্বতীয়া জাতি অহাৰ দুৱাৰেৰেই এই এই প্ৰদেশৰ নাম। সেই পৰ্ব্বতীয়া জাতিবোৰৰ উপদ্ৰৱ নিবাৰণ কৰাই এই সকল ৰজাৰ প্ৰধান কাৰ্য্য। ডিমৰুৱা ৰজাৰ অধীনত পানবাড়ী নামে এখন ক্ষুদ্ৰ প্ৰদেশ আছিল।"

মুঠতে কামাখ্যাৰামৰ হাৰমনিয়ম সিদিনা বন্ধ হৈছিল। কটা মুন্সীৰ কণ্ঠৰ কলহীপৰীয়া গীতহে আটায়ে শুনিছিল। কি গলগলীয়া কণ্ঠ কটা মুন্সীৰ! কিন্তু কটা মুন্সীয়ে কৈছিল, ওঁৰ বন্ধু লালমোহনৰ কণ্ঠ তেওঁতকৈ কেইবা গুণে সুন্দৰ। বাপেকৰ বেমাৰ কাৰণে লাল-মোহনক আনিব নোৱাৰি তেওঁ বৰ দুখিত। কটা মুন্সীয়ে গাঁইছিল :

"হৰিৰতে চলিলাহা কেশাই কৰ্মকাৰ।
হৰিহে মেৰঘৰ বান্ধিবাৰ॥
পাণফুল লৈয়া হাতে বুলিলা চান্দো সদাগৰ।
শুনা কেশাই আমাৰ উত্তৰ॥
ষোল্ল শত কৰ্মকাৰ সঙ্গে দিলোঁ তোমাৰ।
মেৰঘৰ কৰাহা তৈয়াৰ॥

× × ×

আজি মধু মিলনৰ প্ৰথম যে নিশা।
শুচোৱা ওবলি প্ৰিয়া কথা এটি কোৱা॥
শাহে ৰাজাৰ কন্যা তুমি পৰমা সুন্দৰী।
আজি হন্তে হ'লা লখাইৰ জীৱন-লগৰী॥

× × ×

চান্দভুবিৰ কাষত পাতিলোঁ চান্দৰ বাৰীখানি।
তাকো প্ৰভু ধ্বংস কৈলা বিষহৰি কালী ॥

× × ×

চোৱা চকু মেলি প্ৰিয়া, উঠাহে বেউলা।
বিষৰ আলাত দেহা কৰে আলা-কালা ॥

× × ×

বন্ধ কৰিলোঁ মেলৰ দুৱাৰ, সিদিনা খুলিব।
বেউলা লখাই ফিৰি আহি চম্পক নগৰ পাইব ॥"

এনেদৰেই কটা মুন্সীৰ চিনাকি হৈছিল তৰুণ ৰাম ফুকনৰ লগত।

অসমলৈ প্ৰথমবাৰ গান্ধী অহাৰ আগে আগে তৰুণ ফুকনে খবৰ পঠাইছিল কটা মুন্সীলৈ। সেই মতেই কলহী পৰীয়া ডেকাৰ দল এটা গৈছিল পাণ্ডু ঘাটলৈ, ভৰলু মুখলৈ। প্ৰায় দুকুৰি কিঃ মিঃ খোজ কাঢ়ি।

"আই সকল বাপা সকল
বাটে বাটে যাওঁ,
পাণ্ডুৰ ঘাটক গান্ধী আহিছি
নয়ন ভৰি চাওঁ।
গান্ধী আহা খবৰ শুনি
সবে লৰ দিলা,
ফুলৰ মালা নিপিন্ধে গান্ধী
কপাহৰ মালা পিন্ধালা।"

কলহীপাৰৰে কোনোবাই ৰচিছিল বোধহয় এই গীতটো। কলহীৰ ইকূলে সিকূলে কেতিয়াবা কেতিয়াবা এতিয়াও শুনা যায় এই গীতটিৰ সুৰ। তাঁহি আছে কলহীৰ বুকুৰ পৰা বোৱা বতাহৰ লগত।

মহাত্মা গান্ধীয়ে হিন্দীত দিয়া বক্তৃতা তৰুণ ফুকনে সৰল অসমীয়াত ভাঙি গৈছিল, আতাইতে ৰ লাগি শুনিছিল—"আক মই

এইটোও কৈছিলে৷ যে আমি যদি বেরুল হাত চাপৰি মাৰিয়ে স্বৰাজৰ প্ৰস্তাৱ লৈ বহি থাকোঁ, তেনেহলে স্বৰাজ আমাৰ নহ'ব। ···আৰু সেই স্বৰাজ আহিব তেতিয়া, যেতিয়া প্ৰতিজন নাগৰিকে নিজ নিজ দায়িত্ব পালন কৰিব।···যিজনে নিজৰ দায়িত্ব যথাযথ-ভাবে পালন কৰে, তেওঁ নিজে নিৰ্বিচৰাকৈয়ে অধিকাৰ লাভ কৰে। পিছত আপ্তাই বোলে আবুক কৈছিল, "প্ৰাচলতে ৰকৰা জান খন্দা ভাবটো আৰু বাঘেছেৰী হাবিখন কাটি খেতি কৰা কথাটো গান্ধীৰ সেই বক্তৃতা শুনাৰ পিছতেই মোৰ মনলৈ প্ৰথম আহিছিল। সেই সভাতেই মানুহ এজনক লগ পাইছিলে৷, গোৱালপাৰাৰ ফালৰ মানুহ। তেওঁ মোক কৈছিল যে গান্ধীজীয়ে অসমত স্বদেশী আন্দোলনৰ ওপৰত জোৰ দিয়াৰ প্ৰধান কাৰণ এটা আছে ইংৰাজে ঢাকা আৰু ময়মনসিংহ জিলাৰ কুটিৰ শিল্প একেবাৰে শেষ কৰি পেলালে। ফলত কুটিৰ শিল্পৰ ওপৰত থাই থকা মানুহবিলাকে চকুৰে সৰিয়হ ফুল দেখিছে। জীৱিকাৰ সন্ধানত যিয়ে যেনি পাই তেনি গুচি গেছে। তেনে মানুহ কিছুমান আমাৰ গোৱালপাৰাতো আছেহি। বৰ পৰিশ্ৰমী সিহঁত।"

গান্ধীৰ বক্তৃতা শুনি থকা সেই দিনটোৰ কথা ভাবি কটা মুন্সীৰ চকু কেইটা তিৰ্‌বিৰাই উঠিছিল। সাক্ষাৎ ঈশ্বৰৰে অৱতাৰ ও ভোটাৰ পথত তেওঁলোকে গাইছিল :

"মোহনদাস কৰমচাঁদ গান্ধী পদে নামো।
তান আজ্ঞা পালি আমি সংসাৰতে প্ৰমো ॥
সত্যাক আগ্ৰহ আমি কৰিবো সদায়।
স্বদেশ কৰিবো ৰক্ষা নিজে মৰি যাই ॥
কৰ্ম কৰি ভাত মোকলাম আপোনাৰ।
সূতা কাটি বস্ত্ৰ বোই লম পিন্ধিবৰ ॥
অস্পৃশ্যতা-মহাপাপ কৰিবো বৰ্জন।
ভাতৃ-বুলি আচণ্ডালে দিবো আলিঙ্গন ॥

স্বাধীন ধ্বজাৰ তাল গাবো জয়গান।
সবে মিলি স্বৰাজৰ বঢ়াবো সম্মান ॥

পিছত এই গীতটো শুনিয়েই তৰুণ ফুকনে বোলে কৈছিল "কি সুন্দৰ ৰচনা! শুনি থাকিবৰ মন যায়!

"গীতটোৰ ৰচনাকাৰকো চাই থাকিবৰ মন যায় দেউতা" কটা মুন্সীয়ে কৈছিল, "নাম তেওঁৰ কৃষ্ণপুৰী। মানুহে বোলে কৃষ্ণপুৰী স্বামী। থুলন্তৰ দেহা এই কলহী পাৰৰে কবি। ঘৰ বাম পুৰত। গান্ধীৰ মহাভক্ত। তেওঁৰ প্ৰতিটো গীততে ভণিতা আছে, গান্ধীৰ নামত। যেনে—

"কৃষ্ণপুৰী স্বামী ভনে মহাত্মাৰ দাস।
কৰা নৰ-নাৰী গান্ধী বাক্যতে বিশ্বাস ॥"

কটা মুন্সী কৈছিল। তৰুণফুকনে কলহী পাৰৰ বৰ্ণাঢ্য বিষয়সম্পৰ্কে ভাবিছিল। দুয়ো মৌন। সেই মৌনতা ভাঙিছিল কটা মুন্সীয়ে, "এটা বৰ মজাৰ গল্প আছে কৃষ্ণ পুৰীক লৈ। এবাৰ এই কলহী পাৰৰে মানুহ এঘৰত তেওঁ আছিলহি। সপোনত ৰাতি দেখিলে যে বৃটিচৰ চিপাহীয়ে কাঠৰ বাকচ এটাত ভৰাই মহাত্মা গান্ধীক কলহীৰ পানীত পেলাই দিছে। কিন্তু বাকচটো তল নগ'ল, ওপঙি থাকিল। সেই বাকচটোকে ধৰিবলৈ টোপনিৰ আলজালত দোভাগ ৰাতিৰ ভাদ মহীয়া কলহীত কৃষ্ণপুৰী বোলে জপিয়াই পৰিছিল। অসহযোগৰ অপৰাধত ৰঘুনাথ চৌধৰীৰ লগত একে লগে জেল খোৱা সময়ত ৰকোৰ কমলাকান্ত মেনেজাৰ, হৰেশ্বৰ পাঠক, চন্দ্ৰকান্ত চৌধুৰী, খড়্গ ৰাম মণ্ডল আৰু মহৰাম মহন্তই এই কথা বোলে কবিকো কৈছিল।"

তৰুণ ফুকনৰ মন প্ৰাণ কলহীৰ ইকুল-সিকুলে হৰি নিছিল। আৰু আজি সেই তৰুণ ফুকনেই বহি আছে কটা মুন্সীৰ সম্মুখত। যেই পৰাকী মানুহেই কৈছে, কলহীৰ পাৰত 'হাবি কাটি খেতি কৰা' কথা। কটা মুন্সীয়ে দেখিলে, ফুকনে 'হাবি কাটি খেতি কৰা' কথা ইক থকা সময়তে লালুকা বৰুৱা ওৰফে লাল. মোহন ঠাকুৰীয়া

আহি ডাক বাঙলাটোৰ সন্মুখত হাতীৰ পৰা নামিছে। কটা মুন্সীয়ে মোৰ ককাদেউতাক ফুকনৰ লগত চিনাকি কৰি দিছিল। ককাদেউতাই হাত জোৰ কৰিছিল। ফুকনে মূৰটো অলপ হলাইছিল। মোৰ ককাদেউতায়েই আৰম্ভ কৰিছিল—"মই হাতীৰ পৰাই আপোনাৰ "হাবি কাটি খেতি কৰা" কথা শুনিলোঁ দেউতা! কিন্তু আমাৰ এই মানুহবোৰে নোৱাৰিব। কেতিয়াবা যদি কানি খোৱা বন্ধ কৰে, তেতিয়া হে পাৰিব। বৰ এলেহুৱা আমাৰ এই মানুহ বোৰ। মাটিৰ খাজানা খিনি দিব নোৱাৰি মৌজাদাৰৰ টেকেলা মহাবীৰ কোব খোৱাৰ ভয়ত ঘৰৰ পৰা পালাই গৈ হাবিত সোমাই থাকে। টেকেলামহৰী গুছি গ'লে ওলাই আহে। মাটি দিব খুজিলেও নালাগে বুলি কয় জোৰ কৰিলে ঘৰৰ পৰাই পলয়। কটাই আপোনাক কৈছেই বোধহয়, মই কিয় মৈমনসিঙীয়া আনিলোঁ। ককাদেউতাই একে উশাহতে ভালেখিনি কথা কৈ পেলাইছিল। তৰুণ ফুকনে তাৰ উত্তৰ দিচ্ছিল এনেদৰে: 'কিন্তু মৈমনসিঙীয়া আনি দেশ ভৰালে নহ'ব। বদন বৰফুকনে মান অনা আৰু আমি মৈমন সিঙীয়া অনা একে কথা। বৰঞ্চ তাতকৈও ভয়ানকহে। মান হ'ত গুচিগ'ল কিন্তু এই মৈমন সিঙীয়া বোৰ ঘুৰি নাযাব। ইয়াৰ ফলত আমাৰ নাতি-পুতি হঁতে ভুগিব। শুনিলোঁ, তুমি বোলো কালি ৰাতি জীয়া ভালুক এটাকে ধৰিলা। তুমিও দেখোন অসমীয়া! অসমীয়া আচলতে দুৰ্ব্বল নহয়। তুমিয়েই তাৰ প্ৰমাণ। কানি ভাং খাইহে দুৰ্বল হ'ল। এই কানি ভাং নাখাবলৈ আমি আন্দোলন কৰিব লাগিব। আমি আমাৰ মানুহক বুজাব পাৰিব লাগিব। তেতিয়াহে আচল স্বৰাজ আহিব। তুমি আৰু মৈমনসিঙীয়া নানিবা।"

"কিন্তু আমাৰ মানুহে হাবি কাটি খেতি নকৰে দেউতা। মাটি-বোৰ এনেয়ে পৰি থাকে। মই জঙ্গল জুৰা বাঘেহেৰী হাবিখনক কথাকে ধৰক। মোৰ উপৰি পুৰুষ বিষ্ণু ঠাকুৰীয়াই এই হাবি খনকে

বাঘ এটাক হুকরাইছিল, মাথোন টাঙোন এভালেৰে যুঁজ কৰি। মোৱামৰীয়া ৰণৰ পৰা উভতি অহাৰ পিছত। তেওঁ আছিল বনগাওঁ ৰাজ্যৰ প্ৰথমজনা মন্ত্ৰী। তালৈ আহিছিল, পাণ্টান আৰু বনগাঁওঁ ৰাজ্য দুখনৰ সীমা নিৰ্দ্ধাৰণৰ কামত। পিছে কলহী পাৰৰ পৰা তেওঁ আৰু ঘূৰি যাব নোৱাৰিলে। মাথোন চাৰি দিনৰ জ্বৰতে তেওঁ মৰিল। অন্ধ বিশ্বাসী আমাৰ মানুহবোৰে কৰলৈ ধৰিলে, যে বাঘটোক বধ কৰা বাবেহে তেওঁৰ মৃত্যু হল। আনপিনে, বাঘক হুকওৱা পথাৰ—গতিকে নাম হ'ল 'বাঘহাৰা পথাৰ', পিছলৈ 'বাঘেহেৰী পথাৰ'। বাঘেহেৰী পথাৰত তেওঁ লোকে বছৰি বাঘ পূজা কৰে। সেই বাঘ পূজাৰ থলীত ক'ত আৰু জঙ্গল চাফা কৰিব? সেই বাবেহে মই এই ছকুৰি মৈমনসিঙীয়া আনিলোঁ। অৰণ্যে কথাটো এতিয়াহে গমি চাইছোঁ। এই মানুহখিনিক ঘূৰাই পঠাব পৰা আৰু নাযাব। কিন্তু আমাৰ এই পতিত মাটিবোৰ কি কৰিব?"

ফুকনে তৎক্ষণাত একো উত্তৰ দিয়া নাছিল। চকুকেইটা মুদি তেওঁ কিছু সময় কিবা ভাবিছিল। সঁচাইতো অজস্ৰ মাটি অনাবাদী হৈ পৰি আছে কলহীৰ ইপাৰে সিপাৰে মুখমণ্ডল হঠাতে তেওঁৰ উজ্জ্বল হৈ পৰিছিল—"মই এটা কাম কৰিম। বাহিৰৰ মানুহে আহি এইবোৰ মাটি যাতে দখল কৰিব নোৱাৰে, তাৰ বাবেই এই ব্যৱস্থা। মই এই মাটিবোৰৰ পট্টা কৰিম। খাজানা ময়েই দি থাকিম। আমাৰ মানুহৰ চকু যেতিয়া মেল খাব, তেতিয়া ইয়াত নিশ্চয় খেতি কৰিব। মই মাটিবোৰ তেতিয়া তেওঁলোকক দিয়াৰ ব্যৱস্থা কৰিম। তোমালোক দুয়োজনে এই বিষয়ত মোক সহায় কৰিবা।"

আৰু এয়েই আৰম্ভনি কলহীৰ ইকূল-সিকূলত ভূমি-ব্যৱস্থাৰ এক নতুন বুৰঞ্জীৰ। ফুকনে অজস্ৰ মাটিৰ পট্টা বনালে, কলহী পাৰৰ মানুহে সেই মাটিকে বুলিবলৈ ললে 'ফুকনৰ মাটি'। ১৯৩৯ চনতে

তৰুণ ফুকনৰ মৃত্যু হ'ল। কিন্তু 'ফুকনৰ মাটি'ৰ মৃত্যু হোৱা নাই আজিও। 'ফুকনৰ মাটি'ৰ অনেক বায়ত আজিও আছে কলহীৰ ইকূলে-সিকূলে।

মহিমাৰয়ে তাকে লৈ মোক এদিন প্ৰশ্ন কৰিছিল, "কথা মাথানে মোৰ বৰ খেলি-মেলি লগছি অ' বলীন। জন্ম জুৰ্‌ছিল আমাৰ আতা আৰু পিতাহাতে, কিন্তু পাট্টা আছিল ফুকনৰ নামত। পিতা-ইঁতে আছিল বায়ত। বিষ্ণুবাভাই আমাৰ ব্বাপিয়াকহাতক[৩] কৰা মনত আছে, তেওঁ বুলে বাপিয়াকৰ বহুত সম্পত্তি এৰি আইহ্‌ছিল। ফুকনে কত এৰ্‌বো পাট্টাহে কৰছিল। কিন্তু ফুকন হ'ল দেশভক্ত, আনকালে বিষ্ণুবাভা দেশৰ বৈৰী। চৰকাৰে তেওঁৰ মূৰটোৰ দাম দহ হাজাৰ বুলি কৰাৰ[৪] পাছত আমাৰ ধান খেৰৰ পূ্‌জিটোত আহি লুকে[৫] আছিল।"

× × × "এই ছয় গাওঁ, ছয় গাওঁ—"হেন্দিমেনৰ কণ্ঠস্বৰ। চিন্তাত মোৰ যতি পৰিল।

বাচৰ পৰা নামি আহিলোঁ।

—ছয়—

আঠুৰ মূৰলৈকে লংপেন্টটো কোঁচাই কলহীটো পাৰ হব ওলাই-ছিলোঁ মাথোন, ঠিক তেতিয়াই দধিমোহন ইঁতৰ বাঁহ কেইচুপৰ ফালৰ পৰা কিহবাৰ খচমচনি আহি মোৰ কানত পৰিছিল। মই বৈ গৈছিলোঁ। আবু আৰু কলহীপাৰৰ মানুহে কোৱা পাষাণটো নহয় তো। খৰ্গে গাওঁবুঢ়াক এই পাষাণটোৱেই খেদি নি বোলে হত্যা কৰিছিল। পিশাচিনী জনীও হ'ব পাৰে। আকৌ সিপাৰৰ শাওলা

৩। বাপেক ইঁতক। ৪। কোৱাৰ। ৫। লুকাই।

জোপাত্তে উঠি থাকে, বোলে সব নোহোৱা দেৱতাটো! বেংভেখি! মৰো যে আৰু! ভূতনো বাৰু আছেনে? অহিন-কাতি মাহত একুৰি টকা দি আঘোণ পুহত এমোন ধান লোৱা নবো মহাজনইত বা মোৰ দাদা বেটুপাত অঁকাই জীয়েকৰ নামত ছপোৱা চাবৰ দৰে মানুহবোৰহে ভূত! ৰাতি বাৰু কিমান হৈছিল? চাবে এঘাৰটাৰ বেছি হোৱা নাই, মনতে ভাবিছিলোঁ, কাৰণ গুৱাহাটীৰ মাছখোৱাৰ পৰা ৰাতি চাৰে ন বজাত এৰা বাছখন এঘাৰটাৰ ঠিক আগে আগে ছয়গাওঁ আহি পায়হি, সিদিনাও পাইছিল। কেৱল বেডিং পত্ৰ খিনি কৃষ্ণ ভঁড়ালীক জগাই মেলি থৈ আহোঁতেই কিছু পলম হৈছিল। ভঁড়ালীয়ে তেওঁৰ দোকানতে মোক থাকি যাবলৈ কৈছিল। পান দোকান দিয়া ধীৰে কাইও। কিন্তু মই নাথাকিলোঁ। কাৰণ সিদিনা মই বৰ নিঃসঙ্গতা বিচাৰিছিলোঁ, বৰ নিঃসঙ্গতা! মাত্ৰ ছয়টা মাহ পঢ়িয়ে কটন কলেজ এৰি আহিব লগা হোৱা দুখৰ বোজাটো মোৰ বুকুৰ মাজত তেতিয়াও বৰ গধুৰ হৈয়ে আছিল। ৰাতি আঠবজাত কটন নৱ ছাত্ৰাবাসৰ দুৱাৰ কেৱল মোৰ বাবেই যেতিয়া মেল খাইছিল, ঠিক তেতিয়াই ওলাই আহিব খোজা চিৎকাৰটো মোৰ বুকুৰ মাজত অৱৰুদ্ধ হৈয়ে আছিল।

কিছুসময় কৃষ্ণ ভঁড়ালীৰ কথাইও মনটোত খেলি-মেলি লগাইছিল। সাহিত্য, সঙ্গীত আৰু নাটকত বৰ ৰাপ আছিল মানুহ জনৰ। কলহী পাৰৰ বিভিন্ন অনুষ্ঠানত গান গাই ফুৰিছিল, নাটকৰ অভিনয়েৰে পেটৰ নাড়ী ডাল ডাল কৰাকৈ দৰ্শকক হহুঁৱাইছিল। মই তেতিয়া সৰু, মিটিঙে সভাই চকী বা বেঞ্চত বহিব নোৱাৰোঁ, আগফালে পাৰিদিয়া ধান খেৰ বা ত্ৰিপালতহে বহোঁ। সেই বয়সতে কৃষ্ণ ভঁড়ালীৰ গানৰ যি সুৰ শুনিছিলোঁ, অভিনয়ৰ যি অঙ্গি-ভঙ্গী দেখিছিলোঁ, তাক কেতিয়াও পাহৰিব নোৱাৰোঁ। চেঙেলীয়া বয়সত পঢ়িলোঁ, তেওঁৰে উপন্যাস 'সপোনৰ পিছত'। কিন্তু সেই মানুহ জনেই আজি কালি আমন সিমনকৈ থাকে। "মাকুটোৰ"ত আইনা

কাটে, বিভিন্ন জনৰ ফটো বন্ধাই দিয়ে। জীৱিকাৰ দৰ-দাম কৰে। কলহীপাৰৰ প্ৰায় সকলোৰে ঘৰে ঘৰে তেওঁ বন্ধাই দিয়া ফটোৱে হাঁহি থাকে।

কিন্তু হাঁহিবলৈ পাহৰিলে অভিনেতা কৃষ্ণ ভঁড়ালীয়ে।

গীত গাবলৈ এৰিলে গায়ক কৃষ্ণ ভঁড়ালীয়ে।

লিখিবলৈ এৰিলে ঔপন্যাসিক হ'ব খোজা কৃষ্ণ ভঁড়ালীয়ে।

আজিকালি কিতাপ দূৰৰ কথা, বাতৰি কাকতখনো ছুব নোখোজে।

মানুহে কয়, এই কলহী পাৰতে হাকিম হৈ থাকোঁতে হোমেন বৰগোহাঞিয়ে কৃষ্ণ ভঁড়ালীক লৈ গল্প এটা লিখিছে।

চক খাই উঠিলোঁ বলভদ্ৰ পগলাৰ চিঞৰত :
—"যাৰ নাকত নাই পিয়ান,[১]
তাৰ নাই গিয়ান।"
—"গাছ কাটবি, তিৰী টানবি[২]
আৰু টানবি নটী"
—"মোৰ আছিল ঠামুৰা[৩] এটা আপী,[৪]
আছিল এটা ঠগুৱা[৫] তিৰী,
'কাই কিথান[৬] লৈ গেল
মোক আহি কবি।"

বলভদ্ৰ পগলাকি এৰি কলহীৰ পূবৰটো পাৰেৰে গৈ থাকিলোঁ। অলপ দূৰ যোৱাৰ পিছতে শুনিলোঁ সিটো পাৰৰ বুঢ়া তেতেলী জোপাত হুদু এটাই মাতিছে :

"হুদু!
ভিঠামাটি খুন্দু!"

১। শেঙুন, ২। বলাৎকাৰ কৰিবি ৩। বৰধুনীয়া। ৪। ছোৱালী, জী। ৫। ধুনীয়া, ৰাপহী। ৬। কোনে কেনিয়া।

হুহুৰ মাতটোৱে জয়াল কৰি পেলালে কলহীৰ পাৰটো। যোৱা মাহত সেই তেতেলী জোপাৰ তলতে পৰি আছিল নেপালী পাগলী-জনীৰ শটো। ঘৰলৈ আহোঁতে দেখিছিলোঁ। কলহী পৰীয়া কোনোবা কামুকৰ কামনাৰ বলি হৈছিল পাগলীজনী। প্ৰসব বেদনাত, চটফটাই চট্‌ফটাই তাই মৰিছিল। ইফালে সিফালে চাই পঠালোঁ। নাই, কোনো আঘোন মহীযা কলহীটো হাড়-ছাল ওলোৱা বেমাৰী এটাৰ দৰে পৰি আছে মাথোন। ৰেমাৰী দেহৰ শিৰবোৰ যেনেকৈ গণিব পাৰি, তেনেকৈ কলহীৰ বহুবিভক্ত সোঁতবোৰো লিখিব পাৰি। একো একোটা বালি-চাপৰিয়ে কলহীৰ একেটা সোঁতকে কেইবাটাও ভাগত ভাগ কৰিছে, ঠিক যেন ইয়াৰ পাৰৰ একেখন সমাজতে দলাদলি হৈ বাস কৰা মানুহবোৰ।

কলহীৰ দলংখনৰ ওপৰেৰে গাড়ী এখন পাৰ হৈ গ'ল। শব্দটো আহি মোৰ কানত পৰিল। ট্ৰাক হ'ব পায়। হঠাতে মনত পৰিল আবুৰ কথা। মোৰ জন্মৰ সময়লৈকে গুৱাহাটী ছয় গাৱঁৰ মাজত বোলে মাত্ৰ দুখন পাব্লিক বাচ চলে এখন মকবুলৰ, আনখন কেৰাণীৰ। সেইদৰে চৰকাৰী ডাক্তৰখানা খনৰ বাহিৰে ছয় গাওঁত মাত্ৰ এখন ফাৰ্মাচী-ফাৰ্মাচিষ্ট হৈ ডাক্তৰ নাম পোৱা নিজামে তাতে বড়ি বেচে। পিছে তেওঁৰ বড়ি খাই ভাল হোৱাৰ নজীৰহে বোলে বৰ কম। মকবুল আৰু কেৰাণীৰ বাচ দুখনত উঠিও শান্তি নাই। দুয়োখন গাড়ীত বোলে ব্ৰেক নাই। গাৱঁৰ মানুহে কোৱা কথাঃ ষ্টেচন পাবলৈ এমাইল থাকোতেই শিকলিৰে বন্ধা ডাঙৰ এটা শিল ৰাস্তাৰ ওপৰত গাড়ীৰ পৰা পেলাই দিয়ে, সিয়েই ব্ৰেকৰ কাম কৰে। আমাৰ ঘৰত বোলে এটা ঘড়ী আছিল, সেই ঘড়ী চাই মকবুল আৰু কেৰাণীৰ গাড়ী ধৰিব গ'লে গাড়ী 'ফেল' কৰাটো সুনিশ্চিত। সেই-দৰে ঘড়ীটোৰে সময় মিলাই নিজামৰ বড়ি খাব লাগিলেতো কথাই শেষ। ফলত কোনে জনে ৰচিছিল:

"নিজাম ডাক্তাৰৰ বৰ্ডি,
মকবুল কেৰাণীৰ গাড়ী,
লালুৱা বকবাৰ ঘড়ী,
সত্যে সত্যে কছু[১] সখি
কৰি পেলাব হুত চিৰী।"

কিন্তু সময় কিমান সলনি হ'ল। এতিয়া ছয়গাওঁ গুৱাহাটী পথত দিনটোত গাড়ী কিমান চলে, তাৰ হিচাপ নাই। অৱশ্যে সলনি হোৱা নাই কলহীৰ ওপৰত থকা একমাত্ৰ যোৰ দলংখনৰ। ছয়গাওঁ বজাৰ এৰি আহিলেই পোৱা যায় বৃটিছ দিনৰে এই দলংখন। এই দলংখনৰ সিটো পাৰতে মুছলমান পাৰাৰ মছজিদটো। মছজিদটোৰ পৰা সাতত্ৰিশ নং ৰাষ্ট্ৰীয় ঘাই পথৰ দুয়ো কানে প্ৰায় আধা কিঃমিঃ মুছলমান পাৰাৰে অংশ বিশেষ। এই মুছলমান পাৰাতে আছিল বৃটিছ মিলিটাৰীৰ কেম্পটো। কেম্পৰ ভগ্নাৱশেষ এতিয়াও পৰি আছে কলহীৰ সিটো পাৰত। দলংখন পাৰ হলেই গৰু বজাৰ। এই গৰু বজাৰেই আছিল তাহানিৰ বৃটিছ মিলিটাৰীৰ কেম্প। এই কেম্প হৈও যাব পাৰি আমাৰ গাৱঁলৈ। কিন্তু সেই কালেৰে সিদিনা যোৱা নাছিলো। দলং খন পাৰ নৌহওঁতেই কলহীৰ পাৰে পাৰে যিটো ৰাস্তা নামি গৈছে, তাৰ কাষে কাষে খেপাখেপিকৈ বাস কৰিছে বঙালী মানুহবিলাকে। সেই ৰাস্তাৰেই গৈ মই থিয় হৈছিলোঁ, কলহীৰ পাৰত—দধিমোহনহঁতৰ বাহঁ কেই চুপৰি তলত।

আঠুৰ মূৰলৈকে লংপেণ্টটো কোঁচাই গৈছিলোঁ। দুই কান্ধৰ কিতাপৰ মোনা দুখনৰ ফিটা কেইডালত একেটাকৈ গাঁথি মাৰি পানীত নলগা কৰি লৈছিলোঁ। হাৱাই চেণ্ডেলযোৰ বাওঁহাতত। তাৰ পিছত ঘাটটোৰে নামি গৈছিলোঁ। কিন্তু কেই খোজমান

১। কৈছোঁ।

ঘোৰাৰ পিছতে কিবা এক গুণগুণাণি লৈ খচমচনি মোৰ কাণত আহি পৰিছিল। তাৰ পিছতে ধমকি মিশ্ৰিত এক অস্ফুট কণ্ঠস্বৰ, "মইতো তোক জোৰ কৰি অনা নাছিলোঁ। তই নিজেই আহিছা। আৰু কিনো লোকচানটো হ'ল? ছুকিলো চাউল পাণি, লগতে দহটা টকাও। সতী হ'বৰ মন আছিল যদি আহিছিলি কিয়? মই তোক ৰখি থাকিব নোৱাৰোঁ। আহা যদি আহ, নাহা যদি মৰ ইয়াতে।" বাঁহ কেই চুপৰ, আঁৰৰ পৰা মানুহৰ মূৰ্তি এটি আঁতৰি যোৱা যেন পালোঁ। মই নিচ্ছুপ হৈ ঘাটৰ নামনিতে বৈ গলোঁ। ইপিনে সিপিনে চাইছোঁ, কাকোৱেই কিন্তু নেদেখিলোঁ। তাৰ পিছতে এক উচুপনি। পাৰলৈ মই উঠি গৈছিলোঁ।

"কোন এইটো?" মই মাত দিছিলোঁ।

"উঁচুপনি বন্ধ কৰা চেষ্টা যেন চলোৱা হ'ল। মই আকৌ মাতিছিলোঁ, "কোন এইটো?

কলহীৰ বুকুতেই নহয়, কলহীৰ পাৰতো বেচ কুঁৱলি।"

জোনৰ পোহৰ সেই কুঁৱলি ফালি পৃথিবীত আহি পৰিব পৰা নাই।

আঘোনমহীয়া বতাহ এজাকে কলহীৰ বুকুৰ পৰা আহি মোক চেলেকি গৈছিল। মই কিন্তু জাৰ জহৰ কথা পাহৰি গৈছিলোঁ। খচমচনি, মানুহৰ অৰ্থপূৰ্ণ কণ্ঠস্বৰ আৰু উচুপনিয়ে মোক বেচ উৎকৰ্ণ কৰি তুলিছিল। আজন্ম পৰিচিত কলহীৰ পাৰত কোনে উচুপিছে বাৰু?

সিপাৰেই মোৰ গাওঁখন নিয়াত কণ্টামিঞা গণমিঞা কটামুন্সী আৰু আবুবক্কৰহঁতৰ ঘৰ পাৰ হৈ গৈ এক কিঃমিঃ ঘোৱাৰ পাছতে মোৰ ঘৰখন। এই এক কিঃমিঃ বাটৰ কাষে কাষে অম্বো, কটিয়া, নবেশ্বৰ, ভণ্টা, লৱন, ললিত আৰু নগেনহঁতৰ ঘৰ। আচলতে আবুবক্কৰহঁতৰ ঘৰেই গাওঁখনৰ শেষৰ ঘৰ মুছলমান। মুছলমান মানুহকেইঘৰ পাৰহৈ আহিলেই কাটিয়া আৰু নবেশ্বৰহঁতৰ ঘৰ।

তেওঁলোক দুয়োঘৰ মাছমৰীয়া—মাছমৰীয়া ছোৱালি পলুৱাই অনাৰ ফলত হোৱা মাছমৰীয়া।

"কোন এইটো?" মাতটো মোৰ জোৰেৰে ওলাইছিল। লগে লগে বাঁহ কেই চুপৰ ফালে মই আগুৱাই গৈছিলোঁ। কলহী পাৰৰ মানুহে কোৰপাষাণ আৰু পিশাচিনী জনী তেতিয়া আৰু মোৰ মগজুত নাছিল। দেখিছিলোঁ এক নাৰী মূৰ্ত্তি! মই তাইক চিনি পাই-চমকি উঠিছিলোঁ:

"মাটিমলা! তই!

মাটিমলাৰ বিবৰ্ণ শেতা মুখ। মোক দেখি বেডে মুতা গৰুৰে কঁপা দি তাই কঁপিছিল মই নাজানো, কিমান সময় তেনেদৰে পাৰ হৈ গৈছিল। তাই মোৰ ভৰিৰ কাষতে বহি পৰিছিল আৰু উচুপি আছিল। এটা সময় মোৰ ভৰি দুখনত তাই সাৱটি ধৰিছিল, "মোক মাৰি পোলোৱা বলীনকা, মই মৰিম।" মোৰ ভৰি দুখনত সাৱটি ধৰি ফুকফুকাই তাই কন্দিছিল।

আনহাতে কিং কৰ্তব্য বিমূঢ় মই। ৰাতি প্ৰায় বাৰটা বাজে, নিজান কলহীৰ ঘাট আৰু মোৰ ভৰিত পৰি কান্দি আছে এজনী গাভৰু তিৰোতাই। বয়স তাইৰ মোতকৈও কম। মোৰ শৈশৱৰ বন্ধু মোহনৰ পত্নী। মোহনৰ লগত গৈ মযেই তাইক পলুৱাই আনিছিলোঁ মোহনৰ পত্নী কৰি। মহিমাবাইৰ সৰুজনী জী মাটিমলা হৈছিল মোহনৰ জীৱন সঙ্গিনী। আৰু সেই মাটিমলাই নিজান কলহী পাৰত দুচুপনান বাহৰ তলত মোৰ ভৰিত পৰি কান্দি আছে! জন্মৰে পৰা দেখি অহা অভিজ্ঞতাৰে অনুমান কৰিছিলোঁ: কলহী পাৰত আৰু এক নাৰীৰ সতীত্ব নাশ হ'ল। কেইটামান টকাৰ বিনিময়ত! নিচেই সাধাৰণ কথা! নিচেই নগণ্য কথা! অন্ততঃ কলহী পাৰৰ মানুহে আজি কালি এনেবোৰ কথা তেনে কৈয়ে লবলৈ শিকিছে! তেও লোকৰ কথা শগুনেও শ খাই পাখা ঢাকি, যি কৰা মানুহে নেদেখাকে কৰিবি।

মাটিমলাক মই দুবাহুত ধৰি তুলি ধৰিছিলোঁ। তাই কেইখোজ-মান আগুৱাই গৈ কলহীৰ পাৰত থিয় হৈছিল। এ হাতত এযোৰ ডলা-চালনী, আনখন হাতত চাউলৰ টোপোলা এটা। স্থিৰ নিশ্চল ভাবে কিছু পৰ তাতে তাই থিয় হৈ ৰ'ল। তাৰ পিছত কলহীৰ পানীত, দুটা শব্দ হ'ল : প্ৰথমত কলহীৰ পানীলৈ দলিয়াই দিলে দুকিলো চাউলৰ টোপালাটো, তাৰ পিছত ডলা আৰু চালনীজোৰ, আজিৰ পৰা মিলসৈ আৰু চাউল জাৰিব নাহোঁ বলীনকা। মিলৰ মালিক পুতেক ভুমিধৰে মোৰ জীৱনটোক মাটি কৰি দিব। তাতকৈ মাইৰ লগত কালিৰ পৰাই গাৱেঁ গাৱেঁ মাছ সলাব যাম, বজাৰে বজাৰে গৈ মাছ বেচিম।" তাইৰ চকুৰ চকুৰানীখিনি মই মোচি দিছিলোঁ, কালিৰপৰা তই আৰু এইখন গাৱঁত থাকিব নালাগে। মাৰাহঁতৰ ঘৰত গৈ ময়ে তোক থৈ আহিম। মোহনে মুক্তি নোপোৱালৈ তাতেই থাকিবি। সি জেলৰ পৰা আহিলেহে ইয়ালৈ আহিব পৰিবি।" শেষৰ ফালে মোৰ কথাৰ সুৰত এক কতৃত্ব ফুটি উঠিছিল।

কলহীটো পাৰ হৈ আমি দুয়ো আগবাঢ়িছিলোঁ। কলহীৰ পাৰে পাৰে। হঠাতে মনত পৰিছিল, সকতে গোৱা ওমোলা গীতৰ কলি এটি :

"কাটা কানত মৈৰাৰ ফুল,
খহে কি নখহে কলহী কূল।"

এক কিঃমিঃ দূৰৰ শ্মশানখনত চকু পৰিল জুই জ্বলিছে। মাটি-মলাই কলে, "লীলা মৰিল।" মনটো মোৰ বেয়া লাগিল। মথুৰা পণ্ডিতৰ একমাত্ৰ জীয়েক লীলাছমাহ মাথোন হ'ল, নীলৰ লগত পলাই খাদৱ, ঘৰতে চাৰি মহীয়া গৰ্ভ হৈছিল, সেই দেখি। মাটিমলায়েই সম্ভেদ দিলে যে দুপৰীয়া তাইৰ শটোক লৈ বেচ এখান বিবাদেই লাগিছিল। নাথ মানুহৰ জী, গতিকে তাইৰ শটো পুৰিব নাৱাৰিব, পুতিবহে লাগিব—এটা দলে মন্তব্য দিছিল। কিন্তু নীলই

বামানিলে। ঘৈণীয়েকৰ মৃত্যুত মানুহজন এনেয়েই পগলাৰ দৰে হৈছিল, "মই তাইক উধাৰ পাবাচিত কৰিছিলোঁ। কাতি বামুণে নিজেই তাইক উধাৰ কৰি কোঁচ কৰিছিল। গতিকে তাইক মই পুৰিমহে।"

শেষত নীলৰ কথাই বৈছিল।

কলহীৰ উজানিলৈ এনেয়ে এবাৰ চাই পঠালোঁ, কোনোবাই ৰস্তি চাইছে—ভুবজেনী বা বালাসিদ্ধিৰ ৰাস্তা সকলোৰে কোনোবা হ'ব—অনুমানে কৰিলোঁ। ভুবজেনী আৰু বালাসিদ্ধি—কবি ৰাম পৰগৈ কম্যুনিষ্ট পাৰ্টিৰ কামত ঘূৰি ফুৰে তাত।

শ্মশান খনলৈ চকু আকো ঘুৰি গল। কলহী পৰীয়াই কয়: সৰু ওজা সেই শ্মশাখনলৈ 'শ্মশান তুলিব' আহোশটো পুৰাৰ পিছতো যিখিনি হাড-মূৰ সুপুৰাকৈ থাকে, সেইখিনি খাবলৈকে ৰাতি বহুতো দেও-ভূত বোলে তালৈ আহে। পোৰা যোৱা চিতা খনৰ চাৰিও কাষে দেও-ভূতবোৰ বহে। সৰু ওজাও সিহঁতৰ লগতে গৈ বহি পৰে। বিলনীয়া দেওটোৱে হাডবোৰ বিলাই দি যায়। দেও-ভূতবোৰে সেইবোৰ মৰৎ মৰৎকৈ চোৱায়। সৰু ওজাই তেওঁৰ ভাগৰ হাড়খিনি মোনাত ভৰায়। সিহঁতে শুনাকৈ লগত নিয়া খনাকটিবোৰ মৰমৰকৈ চোবায়। 'শ্মশান তুলি অনা' সেই হাড়বোৰ সৰু ওজাই যেই সেই ৰোগীকে নিদিয়ে। ডাঙৰ ৰোগাকে বহু বেছি ধন পালেহে দিয়ে। সৰু ওজাৰ বোলে এ জোৰ তাল-বেতালো আছে। সেই জোৰত উঠি ওজাই ৰাতি ত্ৰিভুবন চলাথ কৰি ঘুৰি ফুৰে।

মোৰ হাঁহি উঠিল। তাল-বেতালত ত্ৰিভুবন ঘুৰি ফুৰা সৰু ওজা সেইবাৰ গুৱাহাটীত গৈ হেৰাইছিল। ভাগ্যে যেনিবা বাটতে মোক পাইছিল। মই মাছখোৱাৰ ৰাছত আনি তুলি দিছিলোঁ। ওজাই কৈছিল, "তাল-বেতালবোৰ ননা বাবেহে বাট মোৰ নেৰাবলৈ পালে।"

মোৰ চকুত পৰিল, সিটো পাৰৰ অদূৰেৰে যোৱা গড়কাপ্তানী ৰাস্তাটোৰে পাৰ হৈ গৈছে গৰুগাড়ীৰ লানি এটা। প্ৰতিখন গাড়ীৰ তলতে একোটা লেম—শিল দিয়া ৰাস্তা—গাড়ীৰ চকাৰ ঘৰ্ষণত শব্দ হৈছে কেট কেট কে···ৰ···ৰে···ট গৰুৰ ভিতিৰ ৰুদ্ধিয়ে ভাঙিছে নিলাৰ কলহী পাৰৰ নীৰৱতা। বোধহয় কমলা টেঙাৰ গাড়ী—নবো মহাজন বা হৰিণ চৌধুৰীৰ। হৰমন কেঞাৰো হ'ব পাৰে। উজনি কলহীৰ গাৰোখাছিয়া গাৱঁৰ পৰা আহি আছে। সেই গাড়ী লানিৰ কোনোবাখন গাড়ীত গলগলীয়া কণ্ঠেৰে কোনোবাই গাই গৈছে :

"কলহী নদী ইকূল সিকূল
তোৰ বায়েৰে পিন্ধি আছে
মই দিয়া কালৰ ফুল।"

মই আৰু পূবলৈ চাই পঠালোঁ। ডেৰ কিঃ মিঃ মান পূবত সেয়া মেৰঘৰ। চন্দ্ৰধৰ সদাগৰৰ ৰাজহাউলিৰ ভগ্নাৱশেষ। সতী বেউলাৰ স্বামী লখীন্দাৰহঁতৰ ঘৰ। বেউলাই সেই ঘৰৰ পৰাই স্বামীৰ মৃতদেহ লৈ এই কলহীৰ বুকুতে ভুৰ মেলিছিল। স্বামীক জীয়াই এই কলহীৰ কুকুৰেই চম্পকনগৰ—আজিৰ ছয়গাৱঁলৈ বিজয়িনীৰ গৰ্বেৰে উভটি আহিছিল। পৌৰাণিক কাহিনী। কিন্তু কলহী পৰীয়া পল্লীৰ সেই কালীন সতীত্বগাথা লিপিট খাই আছে এই কাহিনীৰ বুকুত। আৰু আজি। অলপ আগতে সতীত্ব হেৰুওৱা আন এগৰাকী 'বেউলা'ক লগত লৈ সেই একেখন কলহীৰ পাৰে মই বৈ আছোঁ। কেইবা শতিকাৰ ব্যৱধানত। কুৰি শতিকাৰ শেহাৰ্দ্ধত।

কলহীৰ বুকুৰ পৰা বতাহজাক কান্দি কান্দি যেন বৈ আছে?

সেই বতাহজাক যেন বেউলাহঁতৰ মেৰঘৰৰ ধ্বংসাৱশেষৰ বুকু বিদীৰ্ণ কৰি বৈ আহিছে।

বতাহজাক তেনেই ভিজা!

ভিজা বতাহত বেউলাৰ চকুলো—বতাহজাকে যেন মোৰ কাণে কাণে তাকেই কবলৈ ধৰিলে।

সিটো পাৰৰ গলগলীয়া কণ্ঠত এইবাৰ ধ্বনিত হৈছে, কলহীপৰীয়া কবি ৰাম সৰস্বতীৰ 'সুধনা বধ' কাব্যৰ কিয়দাংশ :

"জৈমিনী বদতি শুনিয়োক জন্মেজয়।
চম্পক নগৰ মাঝে পলিলেক হয় ॥
যজ্ঞৰ ঘোড়াক দেখি কটোৱালে ধৰি।
হংসধ্বজ ৰাজাৰ দিলেক আগ কৰি ॥"

চম্পক নগৰৰ—আজিৰ ছয়গাৱঁৰ—সাহসী ৰজা হংসধ্বজ। যুধিষ্ঠিৰৰ যজ্ঞৰ ঘোৰা তেওঁ আটক কৰিছিল। তেওঁৰেই দুই পুতেক সুধনা আৰু সুৰথ। কলহী পৰীয়া এই বীৰ ভাতৃদ্বয়ে অৰ্জুনৰ লগত ৰণ কৰিছিল। কেৱল সেয়ে নহয়। এদিন এই কলহী পাৰৰে ডেকাই গৈ সুদূৰ লঙ্কা, ব্ৰহ্মদেশ আৰু ইন্দোনেচিয়াত বণিজ কৰিছিল। চন্দ্ৰধৰ সদাগৰ আৰু তেওঁৰ ছয় পুতেকৰ জীৱন-বুৰঞ্জী ইয়াৰ সাক্ষী।

আৰু আজি! আমি কলহীপৰীয়া ডেকাই কিযেইবা কৰিব পাৰিছোঁ! হোষ্টেলৰ 'ডিউচ' দিব নোৱাৰি কটন কলেজ এৰি আহিলোঁ। কিছুমানে হাবিত থৰি কাটি জেল খাইছে! তেজবোৰ যেন মোৰ গৰম হৈ উঠিল! মাটিমলাহঁতৰ সতীত্ব হৰণকাৰীৰ তেজ ভীমে দুশাসনৰ ৰক্তপান কৰাদি মই পান কৰিম!

সেই আঘোণ মহীয়া জাৰতো মই বোধহয় ঘামিছিলোঁ।

আমি আহি ভৰিভাঙা গোসাইঘৰ পাইছিলোঁ। কলহীৰ দুয়ো কূলৰ বাইজৰ সমূহীয়া নামঘৰ এইটো। মুছলমান পাৰাক বাদ দি বছৰত একোবাৰকৈ এই গোসাই ঘৰতে দহখন গাৱঁৰ মানুহ —দহপৰীয়া ৰাইজ—একগোট হয়, সভা পাতে, তিনি ৰাতিলৈকে যাত্ৰাপাৰ্টি দিয়ে। কলহীৰ ইকূল-সিকূলৰ পৰা বোৱাৰী কৰি উলিয়াই দিয়া জীয়ৰীহঁতে এই সভাখন উপলক্ষেই বছৰত অন্ততঃ

এবাৰ মাকৰ ঘৰলৈ অহাৰ সুযোগ পায়। কলহীপাৰত গেলাই যোৱা প্ৰেম-প্ৰীতিবোৰলৈ মনত কৰে। দুই-একে হুমুনিয়াহ কাঢে। কিন্তু বিয়াতো আৰু কাপোৰ নহয় যে পুৰণি হ'লেই পেলাই দিব। দুই-একৰ আকৌ এই সভাৰ থলিতে প্ৰেমৰ উদ্ৰেক হয়। মাটিমলা আৰু মোহনৰ চাৰি চকুৰ প্ৰথম মিলনো হৈছিল এই সভাথলিতে।

আৰু এখন সভা বহে কলহীৰ পাৰত। চমৰীয়াত। কথাগুৰু-চৰিত'ত আছে, মহাপুৰুষ মাধৱদেৱে নাও "মেলি গৈ কলহীত পৰি ভটিযাইছে। বৰ চোম এজোপা দেখি [ ভাগিনীয়েক ৰামচৰণে ] বোলে, 'মমা, এইডাল লম্বা চোম, অনেক পক্ষী বিহাইছে'। গুৰু বোলে, 'আমাৰ পাছত অনেক ভকত একত্ৰ হৈ হৰি-গুণ গাব, গহন লোক এজন থিত হৈ।' চমৰীয়া হ'ল।" পাছত 'গহন লোক' বৰবিষ্ণু আতাই আহি তাতে সত্ৰ পাতিছিল। গাৱোৰ গোবিন্দ আটতয়ে তাতে আহি থিত লৈছিল।

চমৰীয়া সত্ৰত বছৰি এখন সভা হয়, ফাগুণত, আজিও। সেই সভাক লৈ কলহীপৰীয়া জীয়ৰীয়ে লাভেলাং গীত ৰচিছে এনেদৰে—[8]

"আৰু-আনা[9] পইছা
বুকৰে মইনা,
চো[10] কাকা চাবা যাওঁ
চমৰীয়াৰ সভা।"

ককায়েক ভনীয়েকৰ পিছতে নিশ্চয় লাগি নাথাকে। গতিকে গাভৰুৰ আগেৰে কোনোবা পিলিভা ডেকাই আহ-যাহ কৰে। গাভৰুৱে সেই ডেকাক লৈ ধেমালি কৰে—

৮। বহাগ বিহুৰ সময়ত কলহী পৰীয়া বাঙা কছাৰী জীয়ৰী বোৱাৰী সকলে গোৱা এবিধ গীত।

৯। এক অনা, এতিয়াৰ ছয় পইছা। ১০ ব'লা, যাও ব'লা।

"শালপাতৰ খাচেৰাং[১১]
ডালা বাহঁৰ[১২] হুকা,
আহা-বাহা নকৰ্‌বি
ৰাখি ফেলাম ঢকা[১৩]।"

কেতিয়াবা আকৌ গায় :

"ভুনি[১৪] লেম লেম, চলা লেম লেম
কুন[১৫] গাৱৰ হাকিম,
আমাৰ ফালে নাহিবি ঐ
চকু টিপিয়ে ৰাখিম।"

কিন্তু নিলাজ চেঙেৰাই[১৬] তথাপি পিছ নেৰে, গাভৰুৱে ইতিকিং কৰি ঘূৰাতবাই পঠোৱাৰ চেষ্টা কৰে :

"কলহীকে পুজিলু
কলহীকে মাতিলু,
চেঙাৰা[১৭] ভাতাৰ আশা কৰি
বুৰা[১৮] ভাতাৰ পালু।"

পূব-কলহীপৰীয়াৰ বাবে চমৰীয়াৰ সভাৰ সমানেই গুৰুত্বপূৰ্ণ ভৰিভাঙা গোসাইৰ সভা :

"উজানে কুকুৰমাৰা
ভাটিয়ে চমৰীয়া
মাজতে ভৰিভাঙা সভা।"

১১। শাল গচৰ পাতত ধপাত মেৰিয়াই খোৱা এবিধ বিড়ি খাওঁতাই নিজে বনাই লয়, কিনা-বেচা নহয়।

১২। দলৌ বাঁহ।

১৩। ঢোকা। "( কামৰূপত ) চপনীয়া পৈ, ঋাইকৈ ধাঁৰী তিৰোতাত চাপি থকা মাগুহ" ( হেমকোষ )।

১৪। চুৰিয়া ধূতী।

১৫। কোন।

১৬—১৭। ডেকা যুবক।

১৮। বুঢ়া।

কালাঘাটৰ ঢুলীয়াই আহি এই ভৰিভাঙা সভাৰ থলিতে ঢুলীয়া-বচন মাতে, অত্যাচাৰী মন্ত্ৰীক সাৱধান কৰি :

"মন্‌ত্ৰিৰী মন্‌ত্ৰিৰী
তোক কৰিম মই খুটুৰা-খুটুৰী,[১৯]
পুলিচে ধৰ্‌বা আইহ্‌লি
মই যাম চিম্‌না-ফুটুৰী।"

চিমিনা-ফুটুৰী ছয়গাওঁৰ ওচৰৰে আত্মহত্যীয়া ঠাই; তাৰ ওচৰে-পাজৰে লুইতৰ কেইবাটাও বালি-চৰ, গতিকে তালৈকে। বিহুগী কবি ৰঘুনাথ চৌধাৰীয়ে এবাৰ বোলে নাৱেৰে খৰি বিচাৰি আহিছিল এই চিমিনা-ফুটুৰীলৈকে। তাতেই তেওঁৰ মনলৈ আহিছিল 'পুৱঁতি তৰা' কবিতাটিৰ ভাৱৰাজি। চিমিনা-ফুটুৰীক তেওঁ বুলিছে 'প্ৰকৃতিৰ নিবিড় দেশ'।

ৰতনপুৰৰ ঢুলীয়াই সময়-ব্যৱস্থাৰ বিফলতাৰ কথা ভৰিভাঙা গোসাইৰ আগত নিবেদন কৰে এনেদৰে :

"কন্‌ট্ৰলৰে চাউল-আটা
কন্‌ট্ৰলৰে চেনি,
পকালাগা[২০] আটা খাই
পেটৰে হাগেনী।"

দৰ্শকে গিৰিস গিৰিস হাঁহে। এইবোৰ নাটৰ নাট্যকাৰ গাজি কাকতি ৰাভাক বাঃ বাঃ দিয়ে। ৰাভা-কছাৰী সকলে অসমীয়া সংস্কৃতিলৈ আগবঢোৱা ধাৰাটো এতিয়াৰ কলহীপাৰত এইদৰেই আগবাঢে।

কেৱল সেয়ে নহয়, তাতেই আহি 'নীলাঘাটৰ চাৰ্কাচ' পাৰ্টিয়ে কেতিয়াবা চাৰ্কাচ দেখুৱাইছিল। লেপগাওঁৰ ঢুলীয়াই পেটৰ নাভী-ভুৰু ডাল-ডাল কৰাকৈ দৰ্শকক হঁহুৱাইছিল। কলহী পাৰৰ যাতায়ত ব্যৱস্থা যথেষ্ট বেয়া, ৰোগী চাবলৈ ডাক্তৰ যাব নোখোজে, আনকি কবিৰাজ সকলবো বৰ ভেম, তাকে লৈ নতুনকৈ কবিৰাজী শিকা এটা পেটুৱা কবিৰাজ দৰ্শকৰ আগত উলিয়াই দি লেপগাওঁৰ ঢুলীয়াইগায় :

১৯। টুহুৰা টুহুৰি। ২০ পোকলগা।

"বাপু নতুন কবিৰাজ,
অ' আস্তে আস্তে যাবা লাগ্‌ছি
কেমান'দূৰৰ বাট
বাপু নতুন কবিৰাজ।"

সিপিনে ৰোগী মৰি সকৰাৱ[২১] তল পায়।

ঢুলীয়া নাটক এখন মই নিজেও ৰচিছোঁ। পি. ইউ. পঢি থাকোঁতে। সঁচা ঘটনা এটাক কেন্দ্ৰ কৰি। সেইখন বহুবি অভিনয় কৰে মোহনইঁতৰ ৰাভা চুকৰ ঢুলীয়া পাৰ্টিয়ে। আবকাৰী বিভাগৰ মানুহ কেইজন মোহনইঁতৰ ৰাভাচুকৰ পিছত লাগি থাকে। মদ বনোৱা আৰু বেচা অপৰাধত সিহঁতৰ চুকৰ কেইবা জনকো নি জেলৰ ভাত খুৱালে। আনপিনে ডুবা চুক, বালা চুক আদিৰ পাঁচজনীমান তিৰোতাই গধুলি পান দোকানবোৰৰ মাটিৰ পিছে পিছে আন্ধাৰৰ আঁৰে টন মদ বেচিলেও দোষ নাই, সিধাই পান দোকানীয়ে তেওঁৰ পান দোকানৰ গুমটিৰ পিছত গিলাচে প্ৰতি এটকাকৈ মদ বেচিলেও অপৰাধ বুলি গণ্য নহয়। কাৰণ মাহিলি ফিজৰ খান্ধ (মোৰ নাটকখনৰ নামেই এইটো)। পিছে নাটকখনৰ মূল চৰিত্ৰটো এজন মদাহীৰ (আচলতে মোৰ পিতাৰ)। ডুবা চুক আৰু বালা চুকত মদ খাই খাই সৰ্বস্বান্ত হোৱাৰ পিছত আবকাৰী বিভাগৰ লোকক হত্যা কৰা অপৰাধত পুলিচে. যেদি মৰা কেলমন ঠাকুৰীয়া ডিঙিত কলহ বান্ধি যেতিয়া কলহীত পৰি মৰিবলৈ যায়, তেতিয়া 'ঢুলীয়া জোকাৰ'ৰ দল এটাই তেওঁৰ পিছে পিছে গাই যায় :

"মদাহী যায়
গলত কলহ বান্ধি কলহীত
মৰিব যায়।
দুটা আছিল ডাওৰ ঘৰ তাৰ
পাঁচটা আছিল চাকৰ
সবেও মিলি এৰি যায় তাকে
নকৰা বাইজ বেজাৰ।

২১। এবিধ গছ। সকৰাৱ তল পোৱা—শ্মশান পোৱা।

মদাহী যায়……
চিতল মাদৃৰ কলঠি যেন
বিল পুৰা আছিল মাটি,
মদৰ কুৱত সহিবা নোৱাৰি
সিও গল তাক এৰি।
মদাহী যায় ……
এটা আছিল ঠগুৱা তিৰী
পেটৰ জ্বালাত ৰবা নোৱাৰি
গুচি গল তায়ো মূৰত মুতি।
মদাহী যায় … ”

জগক ঢুলিয়াৰ বচনবোৰো কম আকৰ্ষণীয় নাছিল ভৰিভাঙা গোসাইৰ সভাত। বিখ্যাত ঢুলীয়া জগকৰে এই সভা থলিতে জগক পুৰাণ শুনাইছিল :

“শুনাহে সুধীজন
জগকৰ পুৰাণ,
নধৰিবি নধৰিবি
জগক পুৰাণৰ
বৰালিৰ জীৱন।”

তাৰ পিছতে বিৰাট এটা চিঞৰ মাৰি গায় :

“অ’ বৰালি বুৰাৰ কাম নকৰ্ বি ঐ
কুকুৰে খাৰা দি খাব।”

লগে লগে বেচ তিনিটা উন্টি-খৰ :

“চাওক বাইজ ইখান,
উন্টি-খৰৰ উজান।
জগক পুৰাণত চাওক
বৰালি বুৰাৰ জীৱন।”

উন্টি-খৰৰ উজান দিবলৈ ‘জগক পুৰাণ’ৰ ভাৱৰীয়া-ভাৱৰীয়ানী-সকল ( নাৰীবেশী পুৰুষ ) উন্টি-খৰ দি দি মঞ্চলৈ আহে, সেই উন্টি খৰেৰেই দৰ্শকক নমস্কাৰ জনায়। তাৰ পিছত সমস্বৰে গায় :

"তই খৈলৃহানা[২২] মই পুঠি,
একে বিলৰ মাছ।
তই মলি[২৩] মই কান্দিম
কাকাল ঘূৰে নাচ ॥"

জগকৰে সুত্ৰ ধৰে :

"জগকৰ পুৰাণ পঢ়বা নোৰি
শুনৃবাহে পাৰি।"

তাৰ পিছত :

"এটো বৰ ঠান্নুৰা তিৰী
ফেলাই চোন মনটো মুহি—
কোন্না হলে নামটি
আস, লেকচৌ ৰাণী—"
—"নহও নহও লেকচৌ ৰাণী
মাই বাপাই নাম দিলে থাকৃছি,
বুৰা বৰালিত বিয়া দিলা
নাপাও মই শান্তি,
ৰাইজে বুলে ভেহেৰী
আচলতে নাম-মোৰ কাঞ্চনমতী।
ভকুৱাৰ লগত চলে প্ৰেম আৰু প্ৰীতি
সদায় ৰাতি—"

[ তাৰ পিছত ভকুৱালৈ চাই হুটামান মন-প্ৰাণ ভুলোৱা হাঁহি। কাণ্ড দেখি বৰালি বুঢ়া গৰ্জি উঠে : ]

—"কি কলি নটী ?
মই হলু বুৰা বৰালি।
সাতজনী চেঙেলীক
গুৱাও মই একেটা ৰাতি।"

২২। খলিহনা মাছ।

[ খাকুছিক মাৰিবলৈ খেদি যায়। ভকুৰাই বাধা দি কয় : ]

—"খবৰদাৰ বল্লি[24] বুৰা
নাম মোৰ ভোকেন্দ্ৰ, লোকে বোলে ভকুৰা।
ভৰিভাঙাক খানা দি মই হুম বকৰা।
বাৰাবাৰি কৰিলি,
কাঞ্চনক মাৰিলি,
লগাই দিম মিলিটাৰী খুন্দা।"

[ ভকুৰাই বৰালিক মাৰিব ধৰে। বৰালিয়ে 'উস্ মৰিলোঁ', 'উস মৰিলোঁ' ঐ বুলি চিঞৰিব ধৰে। বাকীবোৰ ভাৰধায়াই জগকৰ লগত উল্টি-খৰ দি দি গাবলৈ ধৰে : ]

—"শুনাহে সুধীজন
জগকৰ পুৰাণ,
বুৰাৰ বিয়া মানে মৰণ—
গাৱঁৰ ডেকা যায় উছল—
ঘৰ হয় বাঁহৰ তল—"

জগক পুৰাণত জগক ঢুলীয়াই এনেকুৰা অনেক বচন শুনায়। সেই বচন ভৰিভাঙা গোসায়ে শুনে নে নুশুনে নাজানো, কিন্তু কলহী পৰীয়াই হলে শুনে। সেই গীত, সেই কথাত হেৰাই থাকে।

মহিমাও বোলে কম নহয় ভৰিভাঙা গোসাইৰ। ভৰি এথন ভঙা বাবে তেওঁ বোলে খোজ কাঢ়ি নুফুৰে, বগা ঘোঁৰা এটাতহে উঠি ফুৰে। অৰুণ্যে বছৰৰ গোঁটেই কেইটা মাহ তেওঁ এই গোসাই ঘৰত নাথাকে। গোৱালপাৰা জিলাৰ দামৰাৰ কেনোবা এক দেৱীৰ তাত ঘয্যা গৈছে।[25] গতিকে তাতেই থাকে। প্ৰতি বছৰে ফাগুনৰ শুক্লা দশমীত ভৰিভাঙা গোসাই ঘৰত তেওঁৰ পূজা হয়। বাইজে দেউৰীজনক উপবাসে ৰাখি চতুৰ্দশীৰ দিনা বামুণ এজনক মতাই আনি কিবা এটা নিমন্ত্ৰণী মন্ত্ৰ মতায়। কণত ৰাতিৰ ভিতৰতে বগা

২৩। মৰিলো।
২৪। বৰালি মাছ।
২৫। ঘয্যা গৈছে ঘৰ-জোৱাই হৈছে, চাপিছে।

ঘোঁৰা এটাত উঠি ভৰিভাঙা গোসাই কলহীপাৰ পায়। আহিয়েই তেওঁ বোলে দেউৰীজনৰ ঘৰলৈ যায় আৰু বহুত কিবাকিবি। জন্মৰে পৰা এই অদ্ভুত কথাবোৰ শুনি আহিছোঁ। ইয়াকো শুনিছোঁ যে সতৰুৰ মাক আৰু ডাঙৰ মাকক তেৱেঁই বোলে মাৰি নিছিল। কাৰণ বগা ঘোৰাটোৱে মাহনিত মাহি খাই থাকোঁতে দুয়োজনীয়ে বোলে গালি পাৰিছিল। কথাবোৰ সকতে ময়ো সঁচা বুলিয়েই ভাবিছিলোঁ। কিন্তু যেতিয়াৰ পৰা মনটো যুক্তিবাদী হৈ পৰিল, তেতিয়াৰ পৰাই সেইবোৰ কথা হাঁহি উৰুৱাই দিয়া হ'লোঁ। এদিনতো মই আবুক এই বুলিও কৈছিলোঁ, "আবু, তহঁতৰ ভৰিভাঙা গোসায়ে তেওঁৰ ঘোঁৰাটোক নিচিনি গালিপাৰা বাবেই সতৰুৰ দুয়োজনী মাকক মাৰি নিলে কন অবিবেচক আৰু নিষ্ঠুৰ নহয় দেই তহঁতৰ ভগৱানটো! খেতি লাগে কোনেনো বাৰু গালি নাপাৰিব? আকৌ এটা কথা নহয় আবু, ফাগুণ মাহত মাহ দেখোন আমাৰ ইয়াৰ কোনোখন পথাৰতে নাথাকে, আন খেতিও নাথাকে, গোসাইৰ ঘোঁৰাক খুৱাই গালি পৰাবলৈ সতৰুৰ বাপেকে তেনেহলে আবতৰতে মাহ বা তেনে কিবা খেতি কৰিছিল, নহয়নে আবু?" আবুক নিৰুত্তৰ দেখি মই আকৌ কৈছিলোঁ, ঘোঁৰাটোক নিচনি গালি পাৰোতেই দুজনী মানুহ তেওঁ মাৰি নিলে! অপৰাধীৰে দপদপনি! মোকো নিয়কচোন মাৰি, কাৰণ জানি-শুনিয়েই মই তেওঁৰ ঘোৰাৰ লগতেই নহয়, তেওঁৰ লগতো ৰণ দিবলৈ সাজু হ'লো।" মোৰ কাণ্ড দেখি আবু আৰু মাই বিচ্যুত্তি খাইছিল। সৰমালা জেঠিৰ পৰামৰ্শত দুয়োজনী মানুহেই লঘোন থাকি পিছদিনা ভৰিভঙা গোসাইক এটা ৰূপৰ ফুল আৰু পূজা দিহে মুখত ভাত দিছিল। আবু আৰু মাৰ লঘোন পৰা মুখ দুখন দেখি মোৰ বৰ বেয়া লাগিছিল। সেইকাৰণে তেতিয়াৰ পৰা ভৰিভাঙা গোসাইক মই আৰু চেলেঞ্জ দিয়া নাই।

মাটিমলা ৰ'ল। দুয়ো হাত যোৰ কৰি ভৰিভাঙা গাসাইক তাই সেৱা কৰিলে।

মোৰ হাঁহি উঠিল। ভবিভাঙা গোসাইৰ আগতে সতীত্ব তাইৰ লুণ্ঠিত হ'ল। তথাপি সেৱা!

ঈশ্বৰ জানো আছে? অন্ততঃ বিচাৰ পৰায়ণ ঈশ্বৰ। ঈশ্বৰ থাকিলেও থাকিব পাৰে, কিন্তু তেওঁ এতিয়া ক'ৰবাত কিবা নিচা খাই লাং খাই পৰি আছে। নহলে ঈশ্বৰৰ আবাসৰ ওচৰতে মাটিমলাৰ সতীত্ব লুণ্ঠিত হ'ব নোৱাৰে।

শেষ ৰাতি মাটিমলাৰ কাষৰ পৰা মই উঠি আহিছিলোঁ। তেনেই নিমাওমাও ঘৰ। মাথোন তাই আৰু মই। মোহন জেললৈ যোৱাৰ আগে আগে সিহঁতৰ একমাত্ৰ সন্তান ৰাতুলৰ মৃত্যু হৈছিল।

কলহীৰ ইটো পাৰে মই, সিটো পাৰে কেইজনমানমদাহী। ইটোৱে সিটোৰ ওচৰত ডাক্কোপ মাৰিছে। মাত এটা বুজিলোঁ, মোৰ পিতাও তাত আছে, "কৰি ছলি কটন কলেজত পঢ়িছি? এই হাঁহিৰাম চাকুৰীযাব!" তাকে শুনি আন এজনে কলে, "আমাৰ তাক কিন্তু বান্ধা থলু। পিছে বান্ধা থলি কি হবো? মাহাজনৰ পাঁচটা বান্ধা সিয়ে চলায়। মাহাজনেও তাক বৰ জলপায।' সৰু জীয়াকক তাক লৈগি দিব বুলিয়ে শুনছু।"

"লাজ নাই! বাহাদুৰি দেখাছি আহি। এই মৃতেনী সপা খাই খায়ে ছলি কিটাৰ মূৰ খালি! ছলিক বান্ধা থৱা টাকাইদি মদ খায়! থুই!" উত্তপ্ত নাৰী কণ্ঠস্বৰ। বোধহয় দ্বিতীয় কণ্ঠৰ ঘৈণীয়েক।

চিংখাট পথাৰত যাত্ৰাপাৰ্টি চলি আছে··

মদাহীৰ দলটো বোধহয় তাৰপৰাই আহিছে···

যাত্ৰাপাৰ্টিৰ থলিৰ পৰা বচন ডাঁহি আহিছে···

মথুৰা পণ্ডিতৰ 'কলহী বিজয়' নাটক চলি আছে···

মঞ্চত নিশ্চয় কলহীপৰীয়া ৰজা ধনাই উঠি আছে···

জাহাঙ্গীৰৰ বন্দী সৈন্যখিনিক তেওঁৰ আগলৈ আনিবলৈ কৈছে···

নাটখনৰ প্ৰায় প্ৰতিটো বচনেই মোৰ কণ্ঠস্থ: "বীৰবাহু, পকিল···

কল সোৱাদেই হ'ল। দিল্লীশ্বৰ জাহাঙ্গীৰৰ সৈন্য আমাৰ হাতত

আজি বন্দী। মোগল সম্রাটৰ সৈন্যক আনি হাজিৰ কৰ। মোগলে, মিৰ্জা নাথনে জনা উচিত, অজেয় এই কলহীপাৰ—

ছয়ানীত কিল,
ভোলাগাৰঁত মিল,
পাণ্টানত বিল
বনগাৰঁত শিল।"

*   *   *

"আৰু মহাৰাজ,
নগৰবেৰাত মেল,
চমৰীযাত ভেল,
সিহঁতৰে অনেক
লুকীত লুকান।"

মাটিমলাই কৈছিল, "জুৱা খেল পাতি যাত্ৰাপাৰ্টি দিয়া ধুম এইবাৰ বেছিকৈ উঠিছে। পুলিচে কিয ধৰিব নাহে নাজানো, কিন্তু মাধৱহঁতে আজি-কালি সপ্তাহত এখনকৈ যাত্ৰাপাৰ্টি দিযে। এফালে চলি থাকে যাত্ৰাপাৰ্টি, আনফালে জুৱা। যাত্ৰাপাৰ্টিৰ খৰছৰ ভাৰ জুৱা পাৰ্টিৰ ওপৰত।

কুঁৱলিয়ে মোক প্ৰায ভিজাই পেলাইছিল।

পিতাই আকৌ বাহাদুৰি মাৰিছিল, "চাই থাক, মোৰ ছলি মুধাফুটা মানুহ হ'ব। আতিয়াকৰ[২৬] দৰে।"

মহিমাবায়ে কোৱা সাধু এটা মনত পৰিছিল :

এজন মানুহে হাতত বেজী এটা লৈ কানিয়া এজনক সুধিলে, বেজীটোৰ ফুটাৰে হাতী এটা পাৰ হৈ যাব পাৰিবনে?" কানিয়াজনে কলে, "চাই চিন্তি কব পৰা গ'লহেঁতেন। কিন্তু মই এতিয়া কানিৰ মায়াত মজি আছোঁ, চকু মেলিব নোৱাৰোঁ।" মানুহজনে তেতিয়া

২৬ আতাকৰ, ককাদেউতাকৰ।

ভাণ্ডুৰি এজনক সেই একেটা প্ৰশ্নকে কৰিলে। ভাণ্ডুৰীজনে জিপা জিপা কথাৰে উত্তৰ দিলে," নাই, নোৱাৰিব।" ওচৰেৰে গৈ আছিল তিনিজন মদাহী। সিহঁতকো সোধা হ'ল সেই প্ৰশ্নটো। এজনে উত্তৰ দিলে, "পাৰিব, খাটাং পাৰিব। নোৱাৰাৰ মানেই নাই। বেজীৰ ফুটাৰে হাতী পাৰ হ'ব নোৱাৰিলে কিহেৰে পাৰিব ?"

"এটা কিয়, দহটা হাতী পাৰ হৈ যাব। কেৱল বেজীৰ ফুটাটো চিধা হ'ব লাগিব।" দ্বিতীয় মদাহী।

"বেজীৰ ফুটাটো অলপ ডাঙৰ হলে দহটা কিয়, হাজাৰটা হাতী পাৰ হৈ যাব।" তৃতীয় মদাহী।

মই বেগাই খোজ দিছিলোঁ। ঘৰলৈ।

ঘৰ পাই ঘৰৰ কাকোৱেই জগোৱা নাছিলোঁ। জাৰৰ দিনত, উৰা কাপোৰৰ অভাৱত, ধানখেৰৰ পুঁজীটোকে বিছনা কৰিবলৈ কলহী পৰীয়া গৰীব ডেকাই জানে। ময়ো জানিছিলোঁ। ধানখেৰৰ পুঁজীত গোটেইটো দেহ সোমাই লৈ মাটিমলাই কোৱা কথাবোৰকে মই ভাবিছিলোঁ :

পলাই আহি ঘৰ কৰাৰ সাত মাহ পিছতে ৰাতুলৰ জন্ম হয়। ইপিনে অভাৱ-অনাটন, লঘোনীয়া পেট আদিয়ে সিহঁতৰ কোমল অনুভূতিবিলাক শুহি শুহি শেষ কৰি নিলে। মোহনে বাপেককো দোষ দিব নোৱাৰে। অন্ততঃ সম্পত্তিৰ ক্ষেত্ৰত। মুঠ ন বিঘা ৰূপিত মাটিৰ এবিঘা তাক দিছে। বাকী আঠ বিঘাৰে বাপেকৰ ছজনীয়া পৰিয়ালটোকে নাটে। মাটি কেইবিঘা তেনেই কম। অভাৱে গিৰিয়েক-ঘৈণীয়েক হালক খিংখিঙীয়া কৰি তুলিলে। মাজে মাজে দ্বন্দ্ব হাই আৰু মাৰ-কিলো চলিল। মহিমা বায়ে মাজে মাজে জীয়েক খবৰ লয়, পাৰিলে কিবাকিবি অলপ দলিয়াই দি যায়। কিন্তু সেয়া হ'ল, জেঠৰ বৰখৰত চিৰিলা-চিৰিলি দিয়া পথাৰৰ বুকুৰ এটোপাল পানীৰ দৰে। শুকান বালিক কিমাননো তিতাব ? মোহনে চাকৰি বিচাৰিব, সেইটোও অসম্ভৱ, বিদ্যাৰ টপোলাত নৱমমান শ্ৰেণী পাছ কৰা প্ৰমাণপত্ৰখন।

নিজৰ দুখৰ যুথা মোহনে মোক কৈছিল। মই তেতিয়া কলেজলৈ

যোৱা নাছিলোঁ। মই কি উপায় দিম তাক? ছোৱালী পলুৱাই আনি ঘৰ পতাতকৈও যে ভীষণ কঠিন এই সংসাৰখন। ৰাতুলৰ জন্মৰ দিনাও, নিজৰ প্ৰথম পুত্ৰৰ জন্মৰ দিনাও, মোহনক মই আশানুৰূপ আনন্দিত নেদেখিলোঁ। এক বিৱৰ্ণ লেঁতা পৰা তাৰ মুখ। ইতিমধ্যে তাৰ হাতত উঠিছে কুঠাৰখন। কলহী পাৰৰ আন বপু তোৰে লগত সিও পাহাৰলৈ যাবলৈ লৈছিল। পাহাৰৰ পৰা কাটি অনা খৰি বেচি পেটকেইটা কোনো মতে পালি গৈছিল মোহনে।

ঠিক তেতিয়াই কলহী পাৰত এদিন হৈ চৈ লাগিল। খৰিকটিয়া মোহনহঁত চক্ৰেশিলা পাহাৰৰ পৰা আহি আছিল। কান্ধত একোখন খৰিৰ ভাৰ। বাটতে আগুলি ধৰিলে গাৰ্ড আৰু ফৰেষ্টাৰ পাঁচজনে। সংখ্যাত মোহনহঁত এঘাৰজন, গাৰ্ড-ফৰেষ্টাৰ পাঁচজন। দুয়ো পক্ষৰ মাজত তৰ্ক-বিতৰ্ক চলিল।

মোহনহঁতৰ কথা, "খৰি আমি কাৰোবাৰ বাৰীৰ পৰাই আনিছোঁ নে পাহাৰৰ পৰা, আপোনালোকে জানিছে কেনেকৈ? পাহাৰৰ পৰা খৰি আমি অনা নাই। বিস্তানৰ বাৰীৰ পৰাহে আনিছোঁ। আমাক ধৰিব খুজিলে জঙ্গললৈ যাব লাগে। এইদৰে বাটে-ঘাটে ধৰিব না লাগে।"

"ঠিক আছে বাৰু, জঙ্গলতে ধৰিম।" গাৰ্ড-ফৰেষ্টাৰ কেইজনে মোহনহঁতক যাবলৈ দি মদনহঁতৰ ঘৰত বহিলগৈ। সেইখনেই তেওঁলোকৰ আড্ডা। খৰি বেচিব অনা খৰিকটিয়াক বাটতে আগচি ধৰি খৰিভাৰ কাঢ়ি ৰাখে, বেছিভাগ সময়ত গাৰ্ড-ফৰেষ্টাৰ দেখিলেই খৰিকটিয়াহঁতে খৰিবোৰ পেলাই দি পলাই পত্ৰং দিয়ে, সেই খৰিখিনি পিছত মদনহঁতৰ ঘৰ পায়হি—আবেলি পৰৰ কলহী পাৰৰ এক স্বাভাৱিক দৃশ্য এইটো। মদনৰ বিধবা বায়েকজনীয়ে যাৰে তাৰে লগত হাট-বাট কৰে, গতিকে গাৰ্ড-ফৰেষ্টাৰহঁতৰ আড্ডাটো তাতেই জমে। তাকে লৈ গাঁৱৰ মানুহে ইয়াৰ্কি মাৰে :

"একেজনী দময়ন্তী।
জাক জাক পতি॥"

মোহনহঁতে কেইবাদিনো আলোচিছে, এওঁলোকক ধৰি এপিটন দিবলৈ। সেই সুযোগটোৱেই মোহনহঁতে পাইছিল। ৰাতি খৰি বেছি অহাৰ পিছতো সিহঁতে দেখিছিল যে গার্ড-ফৰেষ্টাৰহঁতৰ আড্ডাটো ভঙা নাই। প্রতিশোধৰ উদগ্র ভাবনা সিহঁতৰ মনত জাগি উঠিছিল। মনে মনে মদনহঁতৰ বাৰীৰ চৌহদত সিহঁত সোমাই পৰিছিল। সাবে আছে মদনৰ মাক আৰু দময়ন্তী। দময়ন্তীয়ে মদৰ আলপৈচান ধৰিছে। মদৰ ৰাগী ক্রমান্বয়ে বেছি হৈ গৈছে। ফৰেষ্টাৰ আৰু বৈ থাকিব নোৱাৰিলে। দময়ন্তীক হাতত ধৰি নি আনটো আন্ধাৰ কোঠাত সোমাই পৰিল।

মোহনহঁতৰ দলটোৱে ঘৰ ঘেৰাও কৰিলে। ঘেৰাও কৰাই নহয়, পাঁচোটাকে বান্ধি পেলালে। দুই-এক চৰ-ভুকুও সিহঁতৰ পিঠিত পৰিল। গাৱঁৰ বুঢ়া দুজনমানে আহি সমিধান দিলে: "নামঘৰত বিচাৰখন কৰাটো ঠিক নহ'ব। কলহী পাৰৰ ওপৰত থানাৰ দৃষ্টি এনেয়ে ভাল নহয়। বৃটিছৰ দিনৰে পৰা দাগী বুলি কলহী পাৰৰ ওপৰত থানাত ৰেকৰ্ড আছে। ইহঁতক গাওঁৰক্ষী বাহিনীয়ে থানাত দিয়ক। থানাত যি কৰে কৰিব।" হৰিধ্বনি আতাই কলে, "কালিকা লাগিল গোটেইখন গাৱঁতে। বিটিছৰ চিপাহীয়ে গাৱঁৰ বেটী-বৈৰীক জোকাই মেথেনাৰ কোব খাইছিল। গাৱঁৰ ডেকাহঁতে এই কলহী পাৰতে বেচ এপিটন দিছিল। দেদাউনি পাৰিছিল বিটিছ চিপাহীয়ে। ফলত গোটেইখন গাৱঁকে ধৰি নিছিল। চালান দিছিল গুৱাহাটীৰ হাজোতলৈ। হাজোতত মাৰ খোৱা বিষ আজিও আমাৰ উঠে, মৰিবৰ দিনাক লেগি উঠিব।" গোকুল আতাই কৰে, সোমাখান[২৭] সাজোকথা[২৮] হল অ' হৰিধ্বনি, সেমাখান কৈ ইথান[২৯] লাভ নাই। আজি-কালি গুৰু-গহাই নহৱা-

২৭ সেইবোৰ। ২৮ সাধুকথা। ২৯ এতিয়া।

হল, ভগৱানো পলাল। তিথানৰ[৩০] কলহীপেৰীয়া বেটী-বৈৰীয়ে বিটিছৰ চিপাহীক মেখানাৰ কাব দিবা ভয় কৰা নাছিলে। কিন্তু ইথান সেই কলহী পেৰীয়া বেটী-বৈৰীয়ে ঘৰত পাঁচটা ভাতাৰ সুমে ৰাখে। কুকুৰ মেকুৰীৰ দৰে ৰাস্তাই-ঘাটে, ৰাৰীৰ চুকে-কোলাই ছুটামান টাকা পালেই দেহা বেচে। ঘোৰ কলি হৰিধ্বনি, ঘোৰ কলি! এমাখান সব ডিমালীৰ তেজ! তায়েই মলহীপেৰীয়া বেটী-বৈৰীক বেশ্যা হ'ব শিকাছিল। যুদ্ধৰ সময়ত।"

ভবা মতেই গার্ড-ফৰেষ্টাৰ কেইজনৰ কোনো শাস্তি নহ'ল। দাৰোগাই স্থানীয় এচ. ডি চি.-ৰ লগত কিবা আলোচনা কৰি তেওঁলোকক ৰাতিয়েই মুক্তি দিছিল। গাওঁৰক্ষী বাহিনীৰ ডেকা কেইজনৰ মুখ কেনেকৈ বন্ধ কৰিছিল, সেই বিষয়ে গাৱঁত বু-বু বা-বা চলিছিল। কিন্তু শুকাব ওলোবা ঘাঁ খুচৰি বেছি কৰিবলৈ কোনেও মন কৰা নাছিল। জীৱনৰ যুদ্ধত নিজক লৈযেই সকলো জ্বলা-কলা, এই বোৰ কথাত লাগি থাকিবৰ সময় ক'ত? তাৰ উপৰি, অপৰাধীক 'ৰাজাৰ ঘৰ'ত সোধাই দিয়া হৈছিল, 'ৰাজা'ই যি কৰে কৰক।

তাৰ এসপ্তাহ পিছতে গোটেইখন গাৱঁতে হুৱা দুৱা লাগিছিল। মোহনকে আদি কৰি মুঠ ষোলজনক পুলিচে বান্ধি নিছিল। ৰাতি তেতিয়া এঘাৰটা।

সেই ঘটনাৰ ন দিন পিছতে গুৱাহাটীত মই কটনিয়ান হৈছিলোঁ। তেতিয়াই হাজোতত গৈ মোহনক এদিন লগ ধৰিছিলোঁ। কয়দী সাজেৰে মোহনে মোক দেখা কৰিছিল। মোহনে সকলো কথা মোক বিবৰি কৈছিল :

গার্ড-ফৰেষ্টাৰ কেইজনৰ লগত মোহনহঁতৰ শত্রুতা দিনে দিনে বাঢি গ'ল। ইপক্ষই সিপক্ষক পালেই খাই যেন শেষ কৰিব : "বেটাহঁতে আমাক ধৰে! সিফালে আমাক ধৰি পোৱা খৰিখিনি মদনৰ বায়েকক নি দিয়ে! কেৱল সেয়েইতো নহয়, হৰিণ মহাজনে এশভাল গছৰ ব্লক

৩০ তেতিয়াৰ।

ডাকি সিহঁতৰ লগ লাগিয়েই তিনিশ ডাল কাটে। আমি গছৰ ঠানীকেইটা কাটি আনি বিক্ৰী কৰোতে দায় লাগে, হৰিণ মহাজনে ডালে ডালে গছ কাটি বিল্ডিং বান্ধিলে, গাড়ী দৌৰালে দায় নালাগে। এইবাৰ জেলৰ পৰা ওলাই গৈয়েই এখুন্দা দিম, কম্যুনিষ্ট পাৰ্টিৰ লগ লাগিম।" মোহনে মোক পাই অন্তৰৰ জ্বলাবোৰ উপশম কৰিছিল, "দিনটো খৰি কাটি পাওঁ তিনি বা চাৰি টকা। খৰি কিনোতেও গ্ৰাহকে ঠগাব খোজে। তাতে আকৌ এই দানৱ গাৰ্ড-ফৰেষ্টাৰ-কেইটা! লেকেটা, উত্তম, গাখীৰহঁতে মাহে মাহে সিহঁক কুৰি টকাকৈ দিয়ে, গতিকে সিহঁতক নধৰে। সিহঁতে ডাঙৰ ডাঙৰ শাল, সোনাৰু, সেগুণ বগৰালেও দোষ নাই। আমি অকাঠি কাটিলেও দায়, কাৰণ মাহে মাহে মাচুল নিদিওঁ। চালা, কুত্তাৰ পোৱালিহঁত!" মোহন অলপ ৰৈছিল, "সিদিনাও আমি খৰি কাটিবলৈ গৈছিলোঁ। পাহাৰ বগোৱা ভাগৰটো জুৰাবলৈ গোটেই কেইটাই জিৰাইছোঁ, কোনেও খৰিত ঘাপেই মৰা নাই, ওলালগৈ সিহঁত কেইটা। লগে লগে অভাইচ গালি, "বাপেৰৰ বাৰীৰ গছ পাইছ, কুকুৰৰ পোৱালিহঁত!" মই লক্ষ্য কৰি আছিলোঁ। একেচাটেই উঠি গৈ ফৰেষ্টাৰৰ কান্ধৰ পৰা বন্দুকটো কাঢ়ি আনি দূৰলৈ দলিয়াই দিছিলোঁ। তাৰ পিছত কব নোৱাৰাকৈয়ে কামবোৰ হৈ গৈছিল। কোনে জানো লতা কাটিছিল, কোনে জানো সিহঁতক পাছহাতকৈ গছত বান্ধি ছিল, কোনে জানো অললৈ নামি গৈ চাইকেল কেইখন তুলি আনিছিল আৰু গছত বান্ধখাই থকা সিহঁতৰ কান্ধত একোখনকৈ চাইকেল তুলি দিছিল।" মোহনৰ চকুকেইটা ৰঙা হৈ পৰিছিল, "এতিয়া আমি ৰাজদ্ৰোহী। ভাৰতীয় দণ্ডবিধিৰ ৩৫৩ ধাৰা মতে বোলে দণ্ডিত হৈছোঁ। দুবছৰ বৈ কাৰাদণ্ড পাইছোঁ। পুলিচৰ লাঠিত, কোবত, গোৰত সৰ্বশৰীৰে বিষ। দাঁত এটাও হেৰুৱালোঁ। অলপ বৈ মোহনেই কৈছিল, "গুৱাহাটীলৈ চালান দিয়াৰ আগতে আমাক বৰ নগুৰ-নাগতি কৰিছিল। ফৰেষ্ট অফিচৰ কাষৰে ঘৰ এটাত দিনৰ দিনটো গৰু বন্ধাদি বান্ধি থৈছিল। খাবলৈ দিছিল

খাহঁ। আমি গৰুৰ দৰে কাম কৰিছোঁ, গতিকে ঘাহঁৰ ব্যৱস্থা। গৰুৱে কেতিয়াবা গুও খায়। গতিকে জমাদাৰৰ দ্বাৰাও এবাণ্টি আনি আমাক বান্ধি থোৱা কোঠালিটোত থৈ দিছিল। দুৰ্গোন্ধত আমাৰ নাড়ী-ভুৰুবোৰ ওলাই অহা যেন পাইছিলোঁ। তথাপি নিজৰ বাবে মোৰ দুখ নালাগে। মাটিমলাৰ জীৱনটোহে মই মাটি কৰি দিলোঁ। আচলতে কি জানে, আমাৰ অঞ্চলত সৰুৰ পৰাই আমি বেয়া কথা শুনো গাওঁবোৰত বাৰ মাহত তেৰখন ফুলচুৰি কেচৰ্ বিচাৰ, গতিকে সকলোতকৈ আগেয়ে আমি বেয়া কথাকোৰকেই শিকোঁ। নাৰীক ভোগৰ ভাণ্ডৰ এক সামগ্ৰী বুলি ভাবোঁ। এতিয়া অনুভৱ কৰোঁ, মাটিমলাৰ "প্ৰতি মোৰ অন্তৰৰ তানভকৈ দেহৰ তান আছিল বেছি। তোৰেই কপাল ভাল। লিলিক পলুৱাই নানিলি. তাইৰ বিয়া আনৰ লগত হৈ গ'ল।"

## সাত

মোৰ প্ৰথম প্ৰেম পল্লবিত ন'হল, কলিতে লেৰেলি থাকিল। মোহনক তাৰ অভিজ্ঞতাই শিকাইছে, সেইটো মোৰ বাবে বৰ ভাল হ'ল। বিচিত্ৰ মানুহৰ অভিজ্ঞতাৰ কৰণি। যি প্ৰেমত পৰাজিত হৈ এদিন চটফটাই মৰিছিলোঁ, জীৱনৰ প্ৰথম কবিতাটো লিখিছিলোঁ, সেই প্ৰেমলৈ আজিকালি কাচিৎহে মনত পৰা হ'ল।

"এনেদৰে বহিয়েই থাকিল যে, বলক ফুৰিবলৈ যাওঁ," শ্ৰীমতীৰ মাতত চকখাই উঠিলোঁ, "বলক, দেউতাহঁতৰ ঘৰৰ পৰাই এবাৰ আহোঁ।"

"উহুঁ, আজি আৰু নাযাওঁ। গাটো মোৰ ভাল লগা নাই।"

মোৰ উত্তৰ শুনা মাত্ৰেই শ্ৰীমতী গেঙেৰি মাৰি উঠিল, "কিয় যাব, দেউতাহঁত যে কাল শত্ৰু! এই থাব নোপোৱাবোৰহে আচল বন্ধু! মহিমা আহিব, মোহন আহিব, বাপেকৰ ঘৰৰ পৰা টকা নিয়া দি নিব! মই কিবা কলেই জগৰ লাগিব। আপোনাৰ দৰে মানুহৰ লগত বিয়া

মোৰ হ'বই নালাগিছিল। বজা হ'লেও শিয়াল শিয়ালেই। মোহনইঁতৰ লগৰ মানুহ মোহনইঁতৰ লগতে থাকিব লাগিছিল।"

"বিনু, চুপ থাকিবা। মই কাৰো তলত নহয়, কাৰো টকাৰে মই মানুহ হোৱা নাই। মই মাষ্টৰী কৰিয়ে শিক্ষা লৈছোঁ, হাকিম হৈছোঁ, মোক মানুহ কৰাত কাৰো হাত নাই। তোমাৰ দেউতাৰা এম. এল. এ হওক, মন্ত্ৰী হওক, মই খাটিব কৰিবলৈ নাযাওঁ। হৰিণ এম. এল. এৰ দৰে বহু এম. এল. এ মোৰ দেখা আছে। মুখ চম্ভালি কথা কৰা।"

"বৰ ডাঙৰ মানুহটো হৈছে। আপোনাৰ দৰে বহু হাকিমক মোৰো দেখা আছে। দেউতাৰ দৰে মন্ত্ৰী, এম. এল. এৰ আগত সিহঁতে উঠা-বহা কৰে। আপোনাৰ হাকিমী বাহাদুৰি মহিমাৰ দৰে যুৱকবোৰক দেখুৱাব, মোক নহয়।" শ্ৰীমতীৰ শ্লেষোক্তি। খঙে মোৰ চুলিৰ আগ পালে গৈ, "বিনু, তুমি বাঢ়ি গৈছা। মুখ চম্ভালি কথা কবা। আৰু যদি মুখ চম্ভালিবৰ মন নাই, মাৰাৰ ঘৰলৈ গুচি যাবা। মোৰ জীৱনটো তিক্ত-বিতক্ত কৰি নুতুলিবা।" আৰু কিবা কব খুজিছিলোঁ, কিন্তু এনেতে ওলালহি নবীনৰ সৈতে তাৰ বন্ধুহঁত।

নবীন স্থানীয় ছাত্ৰ সন্থাৰ সভাপতি। বু-বু-বা-বা কৈ ওলোৱামতে শ্বহীদবেদী সাজিবলৈ অনা চিমেণ্ট আত্মসাৎ কৰা অপৰাধত নৱো মহাজনৰ পুতেক ভূমিধৰক ছাত্ৰ সন্থাৰ সভাপতি পদৰ পৰা অপসাৰিত কৰা হয়। মোৰ লগতে পঢ়া ভূমিধৰ, আজিও ছাত্ৰ, ল' কলেজত নামটো আছে যেতিয়া। সেই সময়তে নবীনে 'সন্ধ্যাচল'ত প্ৰকাশ কৰে, 'মই কিয় কমিউনিষ্ট নহওঁ', লগে লগে ভূমিধৰক অপসাৰিত কৰাৰ ফলত খালি হোৱা সভাপতিৰ আসন খনলৈ সি নিৰ্বাচিত হয়। তেতিয়াৰ পৰা সি মোৰ লগতে আছে। সিহঁত আটাই কেইজন নবীনৰ কোঠাত সোমালগৈ। মই জানো, সিহঁতে এতিয়া আন্দোলনৰ কথাকে পাতিব। সিহঁতৰ সেই কথাবোৰ শুনি মোৰ পত্নী গুজৰি গুমৰি মৰিব। আন্দোলনটোৰ প্ৰতি কোনো সহানুভূতি তেওঁৰ নাই। তেওঁৰ কথা : দেউতাকে ইতিমধ্যে জনতা এৰি কংগ্ৰেছ (ই)-ত যোগ দিছে। ইন্দিৰা কংগ্ৰেছে

মন্ত্রীসভা গঠন কৰিব পাৰিলেই মন্ত্রী, পালি-মন্ত্রী হ'ব পৰা কেইবাজনো এম. এল. এ আছি তেওঁৰ দেউতাকৰ ঘৰতে তিনি দিন থাকি গলছি। আচৰিত ভাবে সেই তিনি দিনৰ ভিতৰতে সংখ্যালঘু ছাত্রসন্থা এটাৰ জন্ম হৈয়াভো হ'ল। গতিকে কংগ্ৰেছ ( ই )-ৰ মন্ত্রীসভা গঠন হলেই দেউতাক মন্ত্রীত্ব যে পাব, ই ধ্রুৱপ। সেই কেইদিন তেওঁ গৈ দেউতাকৰ ঘৰতে আছিল। তাৰ পৰা আহিয়েই মোক কৈছিল, "বুইছে, দেউতাইঁতে একো বেয়া কথা কোৱা নাই। মন্ত্রীসভা গঠন কৰিব পাৰিলেই বিদেশী বাহিৰ কৰা কাম তেওঁলোকে নিজ হাতত লব। ছাত্রবোৰে তেতিয়া আৰু মূৰ ঘমাব নালাগিব।" মই একো মন্তব্য কৰা নাছিলোঁ, নীৰবে শুনি গৈছিলোঁ। আজি কালি তেওঁৰ ওচৰত বেছিখিনি সময় মই নীৰৱ হৈ থাকিবৰ চেষ্টা কৰোঁ। কৈ একো লাভ নাই, বুজাইও একো ফল নাই, তেওঁৰ মতে তেওঁ চলি যায়। নীৰৱতাই মোৰ অস্ত্র। আনকি যিদিনা মই নীৰৱতা ভাঙি ভীষণভাৱে গৰ্জি উঠা উচিত আছিল, সিদিনাও নীৰৱ হৈয়ে আছিলোঁ। ৰাতি প্ৰায় এটা বজাত নবীনে আনি দিয়া 'পোষ্টাৰ'বোৰ পঢ়ি পঢ়িও মই উত্তেজিত হোৱা নাছিলোঁ :

* * * *

"ডাক বঙলাৰ ভূত—  
কুলসী আই. বিত—  
কুমুদ বৰা, বিমু ঠাকুৰীয়া—  
হৃদয়ৰ দিয়া থোৱা—"

* * * *

"বাপেক নেতা-জীয়েক বেশ্যা—  
হৰিণ এম. এল. এ.-বিমু ঠাকুৰীয়া—"

* * * *

"কলীন হাকিম আছে শুই  
হৃদয় বিলাই বিমু ঠাকুৰীয়াই  
কুলসী আই. বি. ত গৈ—"

* * * *

"বিনু ঠাকুৰীয়াৰ বাৰ্ত্তা :
দেহ তুমি যিমানে বিলাক
মহান তুমি সিমানে হ'বা—"

নবীনে কৈছিল : ছাত্ৰসন্থাৰ কাৰ্য্যালয়ৰ পৰা বাত্তি চাৰে এঘাৰটা বজাত উভটি আহোঁতে বজাৰৰ বন্ধ দোকান ঘৰবোৰত পোষ্টাৰবোৰ সি দেখিছিল। কেতিয়া কোনে লগাই গ'ল, জানিবৰ উপায় নাই। সি লগে লগে পোষ্টাৰবোৰ ফালিবলৈ লয়। এখন পোষ্টাৰো দোকান-ঘৰবোৰত আৰু নাই। তাৰ অনুমান, সি দেখাৰ আধা ঘণ্টামান আগে আগে পোষ্টাৰবোৰ লগোৱা হৈছিল। কাৰণ পোষ্টাৰবোৰত লাগি থকা ময়দাৰ আঠা তেতিয়াও শুকোৱা নাছিল। গতিকে চিন্তা কৰিবৰ কাৰণ নাই, খুব বেছি মানুহে নিশ্চয় দেখা নাই।

আমাৰ কথোপকথন শুনিয়েই নেকি, বিনুও উঠি আহিল। মই পোষ্টাৰবোৰ লুকুৱাবৰ চেষ্টা কৰিলোঁ। কিন্তু তেওঁ দেখিলেই। মোৰ হাতৰ পৰা সেইবোৰ কাঢ়ি নিয়াদি নি পঢ়িবলৈ ধৰিলে। তাৰ পিছতে কোব খোৱা সাপৰ দৰে চটফটাবলৈ ধৰিলে—"এইবোৰ সব তোমাৰ কাম। তোমালোক ছাত্ৰসন্থা আৰু গণসংগ্ৰামৰ কাম। সিদিনা ফুলসীলৈ আমি 'আউটিঙ'ৰ বাবে গৈছিলোঁ, তোমালোক ছাত্ৰসন্থাৰ ল'ৰা-ছোৱালীবোৰৰ দৰে গুণ্ডামি কৰিবলৈ যোৱা নাছিলোঁ।" লগে লগে নবীনৰ গালত কেইটামান চৰ। চৰ কেইটা মাৰি তেওঁ গৈ সজোৰে দুৱাৰখন বন্ধ কৰি শুই থাকিল। নবীন লাহে লাহে তাৰ কোঠালৈ সোমাই গ'ল। মই বৈঠকখানাতে বহি ৰ'লোঁ।

পোষ্টাৰবোৰ পৰি আছিল মোৰ সমুখৰ মেজত।
সিপিনৰ শোৱনি-কোঠাত অকলে শুই আছিল বিনু।
ইটো কোঠাত নবীন।
শোৱনি-কোঠাৰ দুৱাৰ মোৰ বাবে বন্ধ।
দুৱাৰ খুলিব দিনেই কুৰুক্ষেত্ৰ এখন লগাৰ আশঙ্কা।

গতিকে বৈঠকখানাত বহি বহিয়েই পাৰ কৰি দিছিলোঁ। সিদিনাৰ সেই ৰাতিটো।

কিন্তু বিনুয়ে দুৱাৰ বন্ধ কৰা শব্দটো বাজি আছিল মোৰ কাণৰ পৰ্দাত। শব্দটোৰ যেন টোপনি অহা নাছিল। সেই শব্দটোৱে মনটো মোৰ টানি নিদিন অদূৰ অতীতৰ দুটামান ঘটনালৈ :

সিদিনাই প্ৰথম গৈছিলোঁ বিনুহঁতৰ ঘৰলৈ। বিনুৰ ডাঙৰটো ককায়েক মহন্ত চৌধুৰীৰ লগত। মহন্ত মোৰ সহপাঠী। সিয়েই জোৰ কৰি লৈ গৈছিল সিহঁতৰ ঘৰলৈ। আমি তেতিয়া সপ্তমমান শ্ৰেণীৰ ছাত্ৰ। মই এম. ভি. স্কুল এৰি আহি হাইস্কুলত সোমাইছোঁ। মহন্ত আহিছে নগৰবেৰাৰ সোমায়েকহঁতৰ গাৱঁত থকা এম. ই. স্কুল খনৰ পৰা। সৰুৰ পৰা তাতেই সি পঢ়িছিল। মহন্তহঁতৰ পদ্ধনিৰ গেটতে মই বৈঁ গৈছিলোঁ। আঃ কিমান সুন্দৰ সুন্দৰ ফুল! ইমান সুন্দৰ বাগিছা! গেটৰ বাহিৰত সিহঁতৰ লৰী দুখন হেণ্ডিমেন কেইজনে ধুই আছে। বাচ কেইখন নাই—গুৱাহাটী-নগৰবেৰা-হেকেৰা পথৰ কোনোবাখিনিত চলি আছেগৈ কিজানি। আমি গেট গৈ পোৱাৰ ঠিক পিছতে ওলাই গৈছে 'ফাৰ্ষ্ট ক্লাচ'খন, গাড়ীৰ ভিতৰত বহি গৈছে মহন্তৰ দেউতাক হৰিণ চৌধুৰী। গাড়ীৰ যে এম্বেছাদৰ, ফিয়েট আদি নাম আছে, মই তেতিয়াও নাজানো, এম্বেছাদৰৰ দৰে সৰু গাড়ী মাত্ৰকে 'ফাৰ্ষ্ট ক্লাচ' বোলোঁ। তাৰো আগতে বুলিছিলোঁ 'ফাচ কিলাচ'। মহিমাবাইহঁতে তেনেবোৰ গাড়ীক আজিও 'ফাচ কিলাচ' বুলিয়ে কয়। মহন্তই মোক হাতত ধৰি টানি নিয়া দি নিছিল। সিহঁতৰ বিৰাট হাউলিটো, বিৰাট বিৰাট ঘৰকেইটা দেখি মোৰ বুকুখন যথেষ্টখিনি সচকিত সপ্ৰতিভ হৈ পৰিছিল। সিহঁতৰ ঘৰৰ দামী পৰ্দাবোৰে মোৰ সপ্তীয়া আৰু কাহানিও ইস্ত্ৰি নেদেখা পুৰণি চোলাটো দেখি খলখলাই যেন হাঁহিছিল! 'চোলাটোৰ হাত দুখনৰ এখন হাতত বুটাম নোহোৱা দেখি পৰ্দাৰ ৰিংবোৰে যেন ইতিকিং কৰিছিল! বুকু-জেপখনত মোৰ কম দামী কলমটোৱে যেনিক বমি কৰি থৈছিল আৰু তাকে দেখি মহন্তহঁতৰ হাউনিটোৱে ঘৃণাত যেন নাক কোঁচাইদিন! মহন্তই মাতিছিল, "আহ আহ"—সিহঁতৰ বৈঠকখানালৈ। সেইটোত সোমাব খুজি ভৰি দুখন মোৰ পিছুৱাই আহিছিল। মানুহে মজিয়াত যে কিবা কাপোৰ পাৰি থয়, সপ্তমমান শ্ৰেণীৰ ছাত্ৰ মই জনাও নাছিলোঁ। আচলতে সেয়ে

আছিল মোৰ প্ৰথম দলিচা-দৰ্শন। ইমান ধুনীয়া! বট্‌ৰট্‌কৈ জিলিকি আছে! তাৰ ওপৰত গাজন মুছিয়াৰ ওৰফে গজিনকাই ছামৰা এচটাৰে চিলাই কৰি দিয়া মোৰ ছিগা ফিটাৰ গৰোৱা ক্ষয় যোৱা হাৱাই চেণ্ডেল যোৰ তুলিব নোৱাৰি! চেণ্ডেলযোৰ দুৱাৰমুখতে খুলি থৈ ভিতৰলৈ যাব খুজিছোঁ, মহন্তই পৰ্দাখন দাঙিছে, লগে লগে পৰ্দাৰ মাজৰ পৰা মৃদু 'ঘণ্টা-ধ্বনি' দুটিমান ভাঁহি আহিল। এধানিমান শব্দ দুটিমানৰ মাত যেনেকুৱা হ'ব, তেনেকুৱা! মই অবাক! কি কাৰবাৰ! মহন্তৰ পিছে সেইবোৰলৈ কাণ নাই। সি মোক ভিতৰলৈ লৈ গ'ল। তাৰ পিছত, সিংহাসনৰ লেখীয়া চকী এখনত বহিব দিলে। মই বহিলোঁ। অতি সন্তৰ্পণে। লগে লগে মোৰ গোটেইটো দেহ চকীখনত সোমাই গ'ল! চকী ইমান কোমল হ'ব পাৰেনে! "বহ তই, মই তৎক্ষণাৎ আহিছোঁ, কাপোৰযোৰ লৈ" বুলি মহন্ত ভিতৰলৈ সোমাই গ'ল। মহন্ত গুচি যোৱাৰ পিছত চকীখন মই ভয়ে ভয়ে টিপি চাইছিলোঁ।— টিপিলে টেপল যোৱা এই চকীবোৰ কেনেকৈ বনাই বাৰু? কিমান দাম হ'ব বাৰু এনে এখন চকীৰ? আমাৰ ঘৰলৈ গ'লে মহন্তক ক'ত বাৰু বহিব দিম? পীৰাত? মূঢ়া এটাওতো নাই আমাৰ ঘৰত।

চকীখনত মই কুচিমুচি বহি আছিলোঁ। আবুৰে যে 'ভীম চৰিত'ৰ গীত গায়, সেই 'ভীম চৰিত'ৰ বকাসুৰৰ ঘৰতো কিজানি ইমান সুন্দৰ সুন্দৰ চকী-মেজ নাছিল :

"সুকোমল দেখিয়া চৌদলে তুলি লৈলা।
বস্ত্ৰ অলঙ্কাৰ দিয়া ভীমক সজাইলা॥
পাছে প্ৰৱেশাইলা নিয়া সেহি ঘৰমাজ।
দণ্ডে ছত্ৰে ভীমক পাতিয়া যুৱৰাজ॥
সুৱৰ্ণৰ খাটে পাছে থৈলন্ত বৈসায়।
হাতে গলে বান্ধি থৈলা জিঞ্জিৰ লগাই॥"

"সুৱৰ্ণৰ খাট'তকৈও বেছি কিবাত বহি থকা যেন লাগিছিল মোৰ।
গতিকে কিমান সময় পাৰ হৈছিল, খেয়াল নাই।
তেনেতে এবাৰ মই চক খাই উঠিছিলোঁ।
বেৰৰ ঘড়ীটোৱে চৰাইৰ দৰে মাতিবলৈ লোৱা দেখি!
মুঠ দহ বাৰ মাতিলে চৰাইটোৱে!

পৃথিৱীত যে চৰাইৰ দৰে মতা ঘড়ীও আছে, সিদিনাই প্ৰথম দেখিছিলোঁ। আবুৰে 'কীৰ্ত্তন'ৰ ঘোৰাত গোৱা চৰাইবোৰৰ এটিহে যেন সোমাই আছেহি ঘড়ীটোৰ মাজত :

"শোভে চক্ৰৱাক ৰাজহংস ঝাক
মৃণাল ভুঞ্জে উভঙ্গি।
* * * *
যত দিব্য পক্ষী ফল ফুল ভক্ষি
কাঢয় সুস্বৰ ৰাৱ।"

আৰু এটি নেদেখা বস্তু সিদিনা মই দেখিছিলোঁ : বৈঠকখানাটোৰ পৰা সিটো কোঠালৈ যোৱাৰ পথত পৰ্দাৰ সলনি কেইজনমান মণিৰ মালা ওলোমি আছে। ইমান ধুনীয়া দেখি!

ধুনীয়া সেই মণিৰ মালাবোৰ দেখি সিদিনাই অনুষ্ঠিত হ'ব লগা 'দক্ষিণ কামৰূপ আন্তঃ স্কুল বক্তৃতা আৰু আবৃত্তি প্ৰতিযোগিতা'ৰ বাবে বাচি দিয়া চন্দ্ৰকুমাৰ আগৰৱালাৰ 'নিয়ৰ' কবিতাটিলৈ মনত পৰিছিল :

"মুকুতা মণিটি পাহিত জিলিকে
ফটিক পানীত ধোৱা,
নিশাৰ তৰা এটি সৰিয়েহে আছে
সৰগত টোপনি যোৱা।"

এটি তৰা নহয়, অনেক তৰা। আৰু সেই তৰাবোৰ সৰি পৰি ওলোমি আছেহি মহন্তহঁতৰ ঘৰৰ দুৱাৰত। কবিতাটি মই যেন নতুনকৈ বুজিছিলোঁ, নতুন ধৰণে!

মই অবাক বিস্ময়েৰে বৈঠকখানাটোত বহি আছিলোঁ। ভিতৰত মহন্তৰ মাত, "বলো কাকা, ড্ৰইং ৰুমত চাহ একাপ দিবা।" তাৰ পিছত "এই বিন্তু, মোৰ নতুন পেণ্ট-চার্ট যোৰ কি হ'ল?"

"আই ড'ন্ট নো (মই নাজানো)। মাক সোধা। ড'ন্ট ডিষ্টাৰ্ব মি (মোক আমনি নকৰিবা)।" বালিকাকণ্ঠ। "মা, মা" বুলি মহন্ত বাবীৰ পিছলৈ ওলাই গ'ল।

মই বৈঠকখানাতে বহি আছিলোঁ আৰু চাই আছিলোঁ, বেৰত থকা ডাঙৰ 'ছবি' এখন। এতিয়া বুজিছোঁ, সেইখন আছিল এখন 'অইল পেইন্টিং'। এটা দৈত্যাকাৰ চৰায়ে কণমানি চৰাই

এটি যাই আছে? মই বোধহয় তন্ময় হৈ চাই আছিলোঁ। কাৰণ মণিৰ মালা ঠেলি চাহ দিব অহা বুঢ়া মানুহ এজনে—বোধহয় মহন্তই অলপ আগতে চিঞৰা 'বলো কাকা'ই হব—"চাহ খা" বুলিলতহে সম্বিত ঘূৰাই পাইছিলোঁ। বলো কাকাই মোৰ কাণে কিবা পলো-ৱাকৈ চাই ভিতৰলৈ সোমাই গৈছিল। "কিবা দোষ কৰিলোঁ নেকি" বুলি ভাবি ভিতৰি ভিতৰি কিছু কঁপি উঠিছিলোঁ! মানুহজনে মোৰ কাণে কিয় বাৰু তেনেকৈ চাই গ'ল। যেন বকাসুৰেহে ভীমৰ কাণে চাইছে :

"বকাসুৰ আসি পাছে লগাইলেক সাৰি।
দূৰ হন্তে অসুৰে মাৰিলা নাকজাৰি ॥
বকাসুৰে বোলে তই কোথেৰ দুৰ্জন।
বলি হুয়া কি কাৰণে খাইলি মোৰ অন্ন ॥"

চাহ কাপ মিঠাই লাগিছিল নে তিতাই লাগিছিল, মই যেন গম পোৱা নাছিলোঁ।

অলপ পিছতে দেখিলোঁ, দুৱাৰত ওলোমি থকা সেই মণিৰ মালা ঠেলি দীপলিপ ছোৱালী এজনী বৈঠকখানালৈ সোমাই আহিছে। মহন্তহঁতৰ বাগিছাত থকা ফুলবোৰৰ দৰেই ধুনীয়া তাই। চন্দ্ৰকুমাৰ আগৰৱালাৰ 'নিয়ৰ' কবিতাটিলৈ চাট্‌কৈ আকৌ এবাৰ মোৰ মনত পৰিছিল :

"ফুলনিত কোনে নিশা নাচিছিল
ছিগি বৈ গ'ল মণি"

বাস্তি তাই সবগত যেন নাচিছিল আৰু তেতিয়াই তাইৰ গাৰ কিছুমান মণি পৃথিবীলৈ যেন সৰি পৰিছিল। সৰি পৰা সেই মণিবোৰ বিচাৰিয়েই দুৱাৰৰ মণিৰ মালা ঠেলি তাই যেন বৈঠকখানালৈ সোমাই আহিছিল। চুলিবোৰ চুটিকৈ কটা, ডিঙিৰ তলত পৰি আছে। গাম দামী ক্ৰকটোত কেইটামান বাঘ-ভালুকে ভীষণভাবে যুঁজি আছে। মোক দেখিয়েই ভ্ৰূকুটি তাইৰ খিয় হ'ল, মুখাত নাক-মুখ

কোঁচাই দিলে, যেন অনপ আগতে চাহ দি মোন্না বলো কাকাৰ চকুকেইটাই আহি তাইৰ গালে-মুখে লুকাভাকু মেলিব ধৰিলে, "ইমান লেতেৰা ! চো ডার্টি ! ইমান লেতেৰা কাপোৰেৰে ইয়াত আহি বহিছা কিয় ? কোনে দিছে ইয়াত বহিব ? বাহিৰলৈ যা ! গেট আউট ! ওহ মাই গড ! কি ডার্টি ! পেণ্টটোও ফটা ! চার্টৰ পোকেটটোত চিয়াহি লগা ! গেট ...."

সাউৎকৈ সোমাই আহিছিল মহন্ত। ইতিমধ্যে মই দুৱাৰ মুখ পাইছোঁ। মহন্তই আহিয়েই ছোৱালীজনীৰ গালত দুটা চৰ বহুৱাই দিলে। চৰ মায়ো তাই পিছে নাকান্দিলে। বৰঞ্চ বৰ জোৰজোৰকৈ চিঞৰিবহে ধৰিলে, "এই অসভ্যবোৰক ঘৰলৈ আনা কিয় ? ইমান ডার্টি ! ইহঁত ইয়াত বহাৰ যোগ্যনেকি ? কুকুৰৰ দৰে মানুহ এইবোৰ। মোমাইদেউহঁতৰ ঘৰত থাকি তুমিও কুকুৰৰ দৰেই হৈ গৈছা। সিহঁতৰ দৰেই লেতেৰা অসভ্য, গোৱঁাৰ। দেউতা আহক, আহিলেই চৰ কৈ দিম, মজাপালি ঠিককৈ পাবা। দেউতাক কৈ তোমাক আকৌ মোমাইদেউহঁতৰ তালৈকে পঠাই দিম। কম কথাই মোমাইদেউহঁতৰ ঘৰলৈ মই নামাওঁনে ? তুমি ।"

মহন্তই এইবাৰ ছোৱালীজনীৰ চুলিত থামুচি ধৰিলে। কিন্তু ভেতিয়াই তালৈ সোমাই আহিল মহিলা এগৰাকী :

"হাতে শূল ধৰি খেদি আইল জম্ভাসুৰ ।।
সহস্র লোহাৰ ভাৰ শূলক উচাই ।
হানিবাক আসে আগ পাচক নচাই ।।"

মই অনুমান কৰিলোঁ, মহন্তহঁতৰ মাকেই হ'ব। আহিয়েই তেওঁ ছোৱালীজনীক মহন্তৰ কবলৰ পৰা একৰাই নিলে। তাৰ পিছত মোলৈ চাই গৰ্জি উঠিল, "লোকৰ কাপোৰ যুজিবলৈ আহিব লাজ নালাগে ? থাব নোপোৱাৰ আকৌ কিহৰ লাজ ? মোৰ ল'ৰাৰ লাগে পেণ্ট-চার্ট লাগে ! তাকে পিন্ধি মিটিঙলৈ যায় ! নিলাজ কৰবাৰ !

ঐ ল'ৰা, কাউৰীয়ে ময়ূৰৰ পাখি পিন্ধি লাভ নাই। যা, বাহিৰ ওলা এতিয়াই!"

মোৰ কি হৈছিল নাজানো। কেতিয়া কেনেকৈ আহি হাইস্কুলৰ সমুখ পাইছিলোঁ, গম মই পোৱা নাছিলোঁ। আন আন ল'ৰা-ছোৱালীবোৰৰ লগত স্কুলৰ সন্মুখতে বৈ থকা বাচখনত মাথোঁ উঠি পৰিছিলোঁ। কাৰো লগত একো কথা নাপাতি মনতে পাগুলি আহিছিলোঁ, সিদিনাৰ প্ৰতিযোগিতাৰ বাবে বাচি দিয়া 'নিয়ৰ' কবিতাটিৰ শেষৰ পংক্তি কেইটি :

"নিয়ৰ কলিৰে শোভে ফুল জুপি
চাইছোঁ ভাবতে ভাঁহি,
হায় কি বিষম পেলালে বায়ুৰে
জোকাৰি ফুলৰ পাহি।"

এই ঘটনাৰ ঠিক দুহ দিন পিছত মহন্তৰ পৰা এখন চিঠি পাইছিলোঁ।

নগৰবেৰা

মৰমৰ বলীন,

দুৰ্ভগীয়া বন্ধুৰ মৰম লবি। তোলৈ চিঠি লিখিবলৈ মোৰ ভয়েই লাগিছে। আচলতে মোৰেই সকলো দোষ। তই 'নালাগে না-লাগে' বুলি কোৱা সত্বেও ময়েই তোক আমাৰ ঘৰলৈ নিছিলোঁ। মোৰ নতুন কাপোৰমোৰ পিন্ধি বক্তৃতা আৰু আবৃত্তি প্ৰতিযোগিতালৈ যাবই লাগিব বুলি তোক জোৰ কৰিছিলোঁ।

বুজাব নোৱাৰিম—মই তোক কিয় প্ৰাণভৰি ভালপাওঁ। সিদিনাৰ সেই ঘটনাটোৰ পিছত তোক দেখা কৰাৰ সাহস মোৰ নোহোৱা হ'ল। স্কুললৈ গ'লেই তোক দেখা পাম, গতিকে স্কুললৈও নোহোৱা হ'লোঁ। অৱশেষত নগৰবেৰাৰ আইতাহঁতৰ ঘৰলৈকে গুচি আহিলোঁ। নগৰবেৰা হাইস্কুলতে নাম লগালোঁহি। মানুহক মানুহ বুলি মাজাৰা ছয়গাৱঁৰ ঘৰখনত থাকি মোৰ ভাল নালাগে।

ইয়াত আইতাই সকলোকে মৰম কৰে। সিদিনা মা আৰু ভন্টিয়ে ? তোক কৰা ব্যৱহাৰৰ কথা কওঁতে আইতাই বৰ দুখ কৰিছে। আচলতে সকলোৱেই আইতাই মোক নগৰবেৰাৰ্লৈ আনি বৰ উপকাৰ কৰিলে। মোৰ ভাইটি-ভন্টিহঁতৰ দৰে গুৱাহাটীৰ ইংৰাজী স্কুলত গৈ পঢ়া হলে মযো বোধহয় সিহঁতৰ দৰেই সাধাৰণ মানুহৰ দুখ নুবুজা হ'লোঁ হয়।

আজি বাতৰি কাকত, তোৰ ফটো দেখি কিমান যে ভাল লাগিছে! সিদিনাৰ বক্তৃতা আৰু আবৃত্তি প্ৰতিযোগিতাত তই পুৰস্কাৰ পাবি বুলি মই খাটাং আছিলোঁ। মইহে তোৰ বক্তৃতা আৰু আবৃত্তি শুনিবলৈ নাপালোঁ। তোৰ ফটোখন চাই আইতাই কৈছে যে মাহঁতে ইয়াৰ ফল এদিন পাব :

"এন্দুৰে কি সেন্দুৰ
বান্দৰে কি নাৰিকল
নুবুজে মোল।"

মই এটা কাম কৰিলোঁ। এই চিঠিৰ লগতে আৰু দুখন চিঠি লিখিলোঁ এখন কিনুলৈ, আনখন মালৈ। বাতৰি কাকতত তোৰ ফটোখন চাই লবলৈ তেওঁলোকক মই কৈছোঁ।

আইতাই নগৰবেৰালৈ তোক মাতিছে। নাহিবি জানো ?

ইতি
তোৰ দুৰ্ভগীয়া বন্ধু,
'মহন্ত,

মহন্তৰ চিঠিখন পোৱাৰ পিছত মই ভাবিছিলোঁ, প্ৰতিযোগিতাৰ সেই দিনটোৰ কথা। নিমন্ত্ৰিত বহু অতিথিৰ ভিতৰত মহন্তহঁতৰ দেউতাক হৰিণ চৌধুৰীও তাত উপস্থিত আছিল। আমাৰ হাইস্কুলৰ পৰিচালনা-সমিতিৰ সম্পাদক বুলিয়ে তেওঁ কিজানি তালৈ গৈছিল। তেওঁ মোক পিঠিত থপৰিয়াই ধন্যবাদ দিছিল। মই আজিও নাজানো :

মোৰ সিদিনাৰ সেই বিজয়ৰ কথা তেওঁ ধৈণীয়েক আৰু জীয়েকক কৈছিল নে নাই। কিন্তু মহন্তই কৈছিল, চিঠিত লিখাৰ উপৰি, মুখেৰেও, বহুবাৰ। কেৱল সেয়ে নহয়, মোৰ প্ৰতিটো কৃতকাৰ্য্যতাৰ খবৰ সি মাক আৰু ভনীয়েকক বোলে দিছিল। তিনিটা লেটাৰেৰে মই মেট্ৰিক পাছ কৰা খবৰটোৱে মাক-জীয়েকহালক হেনো ম্ৰিয়মান কৰি পেলাইছিল। মহন্তই মোৰ বিজয়ৰ কথা কৈ তেওঁলোকক বোলে জ্বলাইছিল। পিছত, বুৰঞ্জীৰ অনাৰ্চত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ উত্তীৰ্ণ হোৱা খবৰটো দি মহন্তই তেওঁলোকক বোলে আৰু বেছি বিব্ৰত কৰি পেলাইছিল। হাকিম হোৱাৰ খবৰ শুনি মাক আৰু বিনু বোলে একেবাৰে মন্তব্যহীন। সৰু এমন ঠাইত, য'ত হাকিমৰ সংখ্যাই এটা আঙুলিৰ চাৰিটা গাঁথিয়েই পাৰ কৰিব নোৱাৰে, হাকিম হোৱা খবৰটো ভালেখিনি চাঞ্চল্যকৰ। তাতে আকৌ হাঁহিৰাম মদাহীৰ ল'ৰা হাকিম হোৱা খবৰ! গাৱঁৰ মানুহে মই হাকিম হোৱা কথা বোলে আলচ কৰিছিল জুহালৰ গুৰিত, পথাৰত হলে বাখি জলপান খাবৰ পৰত, গেলামানৰ দোকানত, মাছৰ বজাৰত। মাকে ধিতিঙা পুতেকক বোলে গালি দিয়ে, "দেখিছা, হাঁহিৰ পুতাকক!" আনকি বঙ্কিম ঠাকুৰীয়া চাৰে পাঠ দিব নোৱাৰা সপ্তমমান শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীকেৰক এদিন বোলে কৈয়েই পেলাইছিল, তহঁত মহাত্মা গান্ধী হ'ব নোৱাৰ, নালাগে হ'ব। জৱহৰলালো হ'ব না লাগে। কিন্তু বলীনৰ দৰেতো হ'ব পাৰ। এই স্কুলৰে ছাত্ৰ আছিল সি।"

গতিকে বিনু আৰু বিনুৰ মাকক এই খবৰটোৱে নিষ্প্ৰাণ কৰিছিল। তাতে আকৌ বৰ পুতেক মহন্ত সেই সময়তে মহিমাবাইহঁতৰ গাৱঁৰ মাছমৰীয়া ছোৱালী কিৰণক নৈ উধাও হৈছিল। হৰিণ চৌধুৰীয়ে মহন্তক ত্যেজ্য পুত্ৰ কৰিছিল। মাজু পুতেক ধীৰেণো তেতিয়া ঘৰতে। গুৱাহাটীৰ স্কুলত সকৰে পৰা পঢ়িও মেট্ৰিকটোকে পাছ কৰিব নোৱাৰিলে। বৰ্ত্তমানে একুৰা জলা জুই। এতিয়া জীয়েকজনীও লাগিলহি গলত। চৌধুৰী দম্পতীয়ে জীয়েকক হাকিমনী কৰিব বুলি

যাৰি কুৰা লম্ফজম্ফত চেঁচা পানী পৰিছিল। জীয়েকে পি. ইউ. ৰ ভেউনাখনকে পাৰ কৰিব নোৱাৰিলে। তেওঁলোকৰ বাবে বিনু ঘিউ দিয়া একুৰা জুই হৈ পৰিল।

কলেজত থাকোঁতে বিনু চৌধুৰীৰ লগত মোৰ দেখাদেখি হৈছিল বহুবাৰ। মই বি-এ প্ৰথম বাৰ্ষিকত থকা বছৰ তেওঁ গৈ সন্দিকৈ ছোৱালী কলেজত সোমাইছিল। দিনৰ শাখাত নহয়, ৰাতিপুৱাৰ শাখা'ত। মহন্তৰ মুখতে শুনিছিলোঁ, মেট্ৰিকত বোলে তৃতীয় বিভাগ পালে। গতিকে ৰাতিপুৱাৰ শাখাত। ফলত কলেজৰ ছাত্ৰী-নিবাসতে ঠাই নাপালে। থাকিবলৈ লৈছিল ছাত্ৰীবাৰীৰ হোৱাইট মেমোৰিয়েল হোষ্টেলত। অহা-সোৱা কৰিছিল, মই থকা কটন ছাত্ৰাবাসখনৰ আগেদিয়েই। ভেটা ভেটি হৈছিল কেতিয়াবা কেতিয়াবা। কিন্তু কোনেও কাকো মতা নাছিলোঁ, কেতিয়াও।

মই যিবাৰ বি-এ পাছ কৰিলোঁ, তেওঁ সেইবাৰ পি. ইউ ফেইল কৰিলে।

মই এম-এ পাছ কৰা বছৰত তেওঁ তৃতীয় বাৰৰ বাবে পি ইউ. পৰীক্ষাৰ্থী।

কিন্তু উত্তীৰ্ণ নহ'ল।

ফলত চোং সলাবলৈ বাধ্য হ'ল।

ছাত্ৰীবাৰীত ছাত্ৰী-জীৱন শেষ কৰি ঘৰৰ ছোৱালী ঘৰলৈকে উভটি আহিল।

গতিকে হৰিণ চৌধুৰী দৰাৰ সন্ধানত। একমাত্ৰ জীয়েকৰ বাবে। অঞ্চলটোত মোতকৈ ভাল দৰা তেওঁৰ চকুত নপৰিল। শুনা কথা : তেতিয়াই বোলে হৰিণ চৌধুৰীৰ এম্বেচাদৰখন আমাৰ ঘৰলৈ কেইবা-বাৰো গৈছিল। গাড়ীৰ ভিতৰত বহি গৈছিল—চৌধুৰী আৰু চৌধুৰীনী। সেই গাড়ীৰে মা, পিতা আৰু আৰুও দুবাৰ মান বোলে আহিছিল চৌধুৰীহঁতৰ ঘৰলৈ।

তেতিয়া মই শদিয়াৰ এচ. ডি. চি.। এই আহ-যাৱৰ একোজুকে

এবাৰ 'কাম চাৰ্প' বোলা টেলিগ্ৰাম এখন পাই ঘৰলৈ অহাৰ পিছতহে এইবোৰ বতৰা পাওঁ।

জীৱনত কেতিয়াও নভবা এনে এটা প্ৰস্তাবে মোক বিব্ৰত কৰি পেলাইছিল।

মনও পৰিছিল, বিনু চৌধুৰী নামৰ এজনী ফুকলীয়া ছোৱালীয়ে এদিন মোক তাইহ'তৰ ৰ্উইং কমৰ পৰা উলিয়াই দিয়াৰ কথা। অপকৃধঃ মোৰ গাও আছিল সাধাৰণ এজোৰ সাজ। আৰু বিমলা চৌধুৰী—বিনু চৌধুৰীৰ মাক। নগৰ বেবাৰ এক দুখীয়া পৰিয়ালৰ জীয়ৰী। ৰূপ দেখিয়ে বিয়া কৰাই আনিলে ন-ধনী হৰিণ চৌধুৰীয়ে। লগে লগে আয়ত্ব কৰিলে, ৰজাক বাকাই নোবোলা স্বভাব। পুতেকৰ লৰপেন্ট-চাৰ্ট খুজিব খোৱা বুলি কৰ্কৰ্থনা কৰিছিল সপ্তম মান শ্ৰেণীত পঢ়া এটা ফুকলীয়া লৰাক। মোক, ঠাকুৰীয়াক। আৰু আজি সেই মানুহ জনীয়েই বাটকুৰি বাইছে আমাৰ ঘৰলৈ, মোক জোঁৱাই কৰিবলৈ।

'না' বুলি একে চাটে নাকচ কৰি দিছিলোঁ বিয়াৰ সেই প্ৰস্তাব। কিন্তু অৱে এৰিলেও কৰ্পটিয়ে নেৰে। মাহৰ প্ৰথম সপ্তাহতে মাৰ নামত পঠোৱা মণিঅৰ্ডাৰখন দ্বিতীয় সপ্তাহত ঘুৰি আহিল। লগতে এখন চিঠিঃ ঘৰলৈ টকা পঠোৱাৰ প্ৰয়োজন আৰু নাই পুত্ৰ হৈ মাতৃৰ কথা নামানো যেতিয়া, মাই মাৰ ধৰণেই সংসাৰখন চলাব। মদপী পিতাৰ সহায় নোহোৱাকৈ অত বছৰে সংসাৰ চলোৱা মানুহ জনীক অবাধ্য পুত্ৰৰ ধনৰ প্ৰয়োজন নাই। মই যেন মনত ৰাখোঁ, মাকৰ মৰম ধনেৰে কিনিব নোৱাৰি। মণিঅৰ্ডাৰ আৰু চিঠিখন হাতত লৈ মই হতবম্ব হৈ পৰিছিলোঁ।

কি কৰা যায় এতিয়া? পিছদিনাই শদিয়া এৰিছিলোঁ ঘৰ বুলি। প্ৰায় পাঁচশ কিলোমিটাৰ বাট। বাচেৰে।

আবুই কৈছিল, "আমি বৰ লাজ পাছু। মাহাজনৰ মৈনাকক[১]

---

১। মৈনীএকক।

আমি কথা দিছিলু বিয়াখান হবোই বুলি। তই কথা ৰাখ্‌বি বুলি আমাৰ বিশ্বাস আছিল। কিন্তু তই যে এনাকৈ[২] না কৰ্‌বি আমি ভাবাও নাছিলু। আমাৰ সাতাম পুৰুষত কথা দি কথা ৰাখ্‌বা নবাৰ[৩] জালা এয়ে প্ৰথম। তাতে চাকৰৰ আগত। হৰিণ আমাৰ চাকৰ আছিল, এই কথা মই পাহাৰা নাই।[৪]

মাই কৈছিল, "তাক বুজে লাভ নাই। সি ইধান ডাঙৰ মাহমু[৫] হোছি, আমাৰ দৰে খেদেলীৰ কথা শুনবো কিৱা? কথা দি কথা ৰাখ্‌বা নবাব কি জালা, আমিহে জান্‌ছু।" মাই কৈ গৈছিল, "পিতাক হল সদাহী। শহুৰৰ হাজৰ ভাগৰ এভাগো নহল। ভাব্‌ছিলু ঘৰখানৰ হবাৱা[৬] সন্মান ইয়ে ঘুৰে আন্‌বো। হৰিণ মাহাজালৰ জীয়াকক বিয়া কৰাজি ঘৰখানৰ সন্মান বায়ৰো। সেই দেখিহে আমি কথা দিছিলু। কিন্তু সি তলে তলে কুন্‌বা[৭] মেখলী চাছি[৮] হবপায়। সেই দেখিহে আমাৰ কথা নামানে।"

"মই ক'তো মেমনী চোৱা নাই মা। সকতে আবুই দিয়া শিক্ষাহে পালিছোঁ। নিজ নামে উত্তম, পিতৃ নামে মধ্যম, শহুৰ নামে অধম। শহুৰৰ বলেৰে বলী হোৱাৰ পক্ষপাতি মই নহওঁ।"

মাই কিন্তু মোৰ কথাও কাল নিদিলে। বৰঞ্চ এই বুলি কৈ শুইছে থাকিলগৈ, সি মন যায় তাকে কৰ্‌গৈ। মোক কৈ লাভ নাই। মোৰ কপালত সুখ নাই বুজছু। মৰদৰ পেৰে সুখ নাপালু। বেটাৰ পেলে পাম বুলি ভাৰছিলু, তাকো নাপালু। মই জনম খৰ্‌বাই নালগিছিল।"

সেই ৰাতি মাক আমি আক বিচনাৰ পৰা তুলি আনিব নোৱাৰিলোঁ। মুখতো এৰকোনি দিলে। আমাৰো আক খোৱা নইল। বন্ধা ভাত বন্ধাই থাকিল।

পিচদিনা ৰাতিপুৱাই গুলালহি মহিমাবাই, "তই পঢ়িদিনাই[৯] আহা বুলি অহু কাণে পহু কাণে কালি গধুলাহে গম পালু। মোক

২। এনেকৈ। ৩। নোৱাৰাৰ। ৪। এতিয়া। ৫। মানুহ। ৬। হেৰোৱা। ৭। কোনোবা। ৮। চাইছে।

লেগি খবৰ এটাও দিবা নৰানা। ভাঙাৰ মাহ্‌মু ইছাতো। আমাক আৰু কত খবৰ দিবি? পিছে কি কাজিয়াখান লগালি আহি? ৰাতিৰ ৰান্ধা ভাত ইথানো[10] যে বান্ধাই আছে? সেই বাৰো মিয়াবেক[11] দুখ দি গেলি। তই খাৰাৰ পাচত মাহ্‌মু জনীয়ে দুদিন ধৰি মুখত আকো[12] দিয়া না ছিল। দুদিন পাছত আহিছে দুই গৰাহ খুৰালু।" "মোৰ উত্তৰলৈ অপেক্ষা নকৰি মহিমাকয়েই কৈ গৈছিল, "মিয়াবে ভাও না খাৱাকে থাকে, তোৰ জানু বেয়া নালগে? 'ওই সিবাৰ না' কাৰ যাবা খবৰ সাহাজন হাতক ইথানো দিয়া নাই। তাই মাহাজনীক দিয়া কথা ভাঙে কেনাকে? আবুবেৰ মনতো শান্তি নাই। সেই দেখি হৰিণ মাহাজনৰ জীয়াককে তই বিয়া কৰো। বৰ ঠগুৰা" আপী—চাই থাক, চাই থাক ৰূপ। পিছেঁ অলপ অহঙ্কাৰী বুলি জানু। কিন্তু কি কৰবি? . মিয়াবে—আবুবেক সুখ নেদা জানু? আৰু সেহাতেই বা মুখৰ বাইক ভাঙে কেনাকে?" মহিমাবায়ে যেন মহাভাৰতহে মেলিছিল, "তোৰ মনৰ কথা মই বুজু। কিন্তু সকতেই চুন তোক কাঠিয়া আৰু চন্দ্ৰাৱলীৰ সাধুকথা কোছিলু—"যাবেং চন্দ্ৰাৱলী—তাবেং কাঠিয়া, বিধাতাৰ বিধান নামাই খণ্ডিয়া।" আনহাতেদি বিয়াৰ পাছত আপী টোৰ অহঙ্কাৰ নহৱা হবা ও পাৰে। মই ইথান তাৰ পেৰেই আইহ্‌লু। তাই সকতে তোক কৰা কুব্যৱহাৰৰ বাবে অনুতাপ কচ্ছি। মিয়াকেও দুখ কচ্ছি। মিয়াক-জীয়াকে দুখান চিঠিও দি পঠাছি। মিয়াবেহাঁতে তই 'না' কৰা খবৰ মেহাতক দিয়া নাই খিথান,[14] ইথানো সময় আছে।" তাৰ পিছতে মহিমাবায়ে কঁৰাল খোচনাৰ পৰা চিঠি দুখন উলিয়াই মোৰ হাতত গুজি দি মাৰ ওচৰলৈ উঠি গৈছিল। মই খুলোঁ৷ নুখুলোঁকৈ চিঠি দুখন খুলি লৈছিলোঁ। ঃ

---

৯ পৰহিয়ে। ১০ এতিয়াও। ১১ মাৰক। ১২ একো। ১৩ ধুনিয়া। ১৪ বেতিয়া।

শ্ৰদ্ধেয়,

অনুতপ্ত হৈ এই চিঠি লিখিব বহিছোঁ। আজি এযুগৰো আগতে আপোনাক কৰা কুব্যৱহাৰে মোৰ ওপৰত এনেদৰে যে প্ৰতিশোধ লব ভাবিব পৰা নাছিলোঁ। আপোনাৰ ঘৰত মোৰ বিয়া হ'বনে নহ'ব নাজানো—কিন্তু দুইখন ঘৰৰ অভিভাৱকবৃন্দৰ আহ-বাহ দেখি হ'ব বুলিয়েই ভাবি লৈছোঁ—আপুনি মোক ক্ষমা কৰিব। শ্ৰদ্ধাৰে।

ইতি

বিনু চৌধুৰী।

দ্বিতীয়খন চিঠিত লিখা আছিল ঃ

মৰমৰ বলীন বোপা ঃ

মৰম লবা। মাৰহঁতৰ মুখত সকলো কথা শুনিছাই। তুমি সৰু কালৰ কলৰ কথাটোকে ধৰি নাথাকিবা। আমাৰ ভুল হৈছিল। জোঁৱাই-বেটাই সমান। গতিকে দোষ স্বীকাৰ, কৰিবলৈ বেয়া পোৱা নাই। আজি গধূলি দেউতাক আৰু মই তোমালোকৰ ঘৰলৈ যাম। তুমি থাকিবা।

মৰমেৰে 'ইতি'

তোমাৰ শুভাকাংক্ষী,

বিমলা চৌধুৰী।

চিঠি দুখন পঢ়ি মনৰ মাজতে মই চিৎকাৰ কৰি উঠিছিলোঁ, "সজাত নোহোৱাৰ জাত। ইহঁতে সাপ হৈ ঘুটিব পাৰে আৰু বেজ হৈজাবিবও পাৰে।"

কাৰো কথালৈকে ভ্ৰুক্ষেপ নকৰি মই শদিয়ালৈ বুলি ওলাই গৈছিলোঁ। গুৱাহাটী—ছয়গাওঁ-পথৰ এই ডেৰ ঘণ্টা সময় মোৰ মনত বাৰে বাৰে ভাঁহি উঠিছিল ঃ বহু বছৰ আগতে চৌধুৰীহঁতৰ ড্ৰইংৰুমৰ পৰা মোক উলিয়াই দিয়াৰ দৃশ্য—মা আৰু আবুৰ অন্তৰও পৰিয়ালৰ হৃত প্ৰতিষ্ঠা ঘূৰাই অনাৰ আকাংক্ষা—মই তেনেকৈ ওলাই অহাত

মাহঁতে কল্দা দৃশ্য-আবুৰ সোতৰা গালেৰে বাগৰি অহা চকুলো কেইটো পাল। মনটো মোৰ উদ্‌ভ্ৰান্ত হৈ পৰিছিল। মই যেন নিজেই জনা নাছিলোঁ, কিয় গৈ দিচপুৰ সচিবালয়ত সোমাইছিলোঁ। বদলিৰ ব্যৱস্থা কৰিছিলোঁ—ঘৰখনৰ অসুবিধা দেখুৱাই—শদিয়াৰ পৰা ছয় গাৱঁলৈ।

শদিয়া পাই মহিতলৈ লিখিছিলোঁ : সিদিনা তেওঁলোকক তেনেকৈ এৰি আহি মই ভাল কৰা নাই। বৰ বেয়া লাগি আছে। অৱশ্যে এমাহমানৰ ভিতৰতে ছয়গাৱঁলৈ মোৰ বদলিহোৱাৰ আশা আছে। ঘৰখনৰ ওচৰ চপাট্যে দৰ্কাৰ হৈ প'ৰছে। কেৱল এটাই অনুৰোধ : হৰিণ চৌধুৰীৰ ঘৰত বিয়া কৰাবলৈ মোক যেন জোৰ নিদিয়ে।

এই ঘটনাৰ ঠিক ডেৰ মাহ পিছতে মই আহি ছয় গাৱঁও জইন কৰিলোঁ। এচ. ডি. চি কোৱাৰ্টাৰত নাথাকি গাৱঁৰ ঘৰও থাকিবলৈ ললোঁ। এদিন মাই কলো, "তোৰ বদলিৰ বাবে মাহাজানে বৰ কষ্ট খালা। দিচপুৰলৈ বহুবাৰ আহা যাৱা কল্লা।" কাণ-মূৰ মোৰ গৰম হৈ উঠিছিল। দেশত যেতিয়া জৰুৰী অৱস্থা বৰ্ত্তমান, তেতিয়া আঞ্চলিক পঞ্চায়তৰ প্ৰাক্তন সভাপতি হৰিণ চৌধুৰীয়ে শদিয়াৰ পৰা বদলি কৰি আনি মোক ছয়গাওঁ পোৱালেহি! অন্তৰৰ ভীষণ জ্বালাত চটফটাই উঠিছিলোঁ। মোৰ মুখৰ বৰন দেখিয়েই নেকি, ইয়াকে কৈ মা ওলাই গৈছিল, "তই 'না' কৰা কথা ইখানো সেহাতক কৰা নাই, বিয়া তই তাতেই কৰাবা লাগ্‌বো।"

অসহ্য! অসহ্য! অন্তৰে মোৰ অষ্টমীৰ পঠাৰ দৰে বেৰাবলৈ ধৰিলে।

কেই মাহমান পিছৰ কথা। অসমজুৰি নিৰ্বাচনৰ বতাহ বলিছে। ১৯৭৮ চনৰ নিৰ্বাচনী বতাহ। দিল্লীৰ দৰবাৰ ইতিমধ্যে নতুনকৈ গঠিত জনতা পাৰ্টিৰ দ্বাৰা অধিকৃত। অসমৰ বিধান সভাখনো দলল

কৰিবলৈ জনতা পাৰ্টিৰ আপ্ৰান চেষ্টা। কংগ্ৰেছ (ই)-প পিছুৱাই থকা নাই। আমাৰ সমষ্টিত হৰিণ চৌধুৰী জনতা পাৰ্টিৰ প্ৰাৰ্থী। তেওঁৰ বিৰুদ্ধে নবো মহাজন ওৰফে নবোৰাম বৰুৱা কংগ্ৰেস (ই)ৰ প্ৰাৰ্থী। •কাছাৰীলৈ যাবৰ পৰত মাই আহি কলে, "তই পাল্লি[১৫] অলপ সন্‌কালে আইহবি। গধূলা ঘৰত কায়ো[১৬] নাথাকবো, আমি ভৰিভাঙা গহাই ঘৰক মাম। মাহাজনীয়ে খবৰ পঠাছি। মাহাজনে তাতে আজি আমাৰ ৰাইজখানক লগ কৰ্‌বো। বক্তিতা দিবো। ভৰিভাঙা গহাই ঘৰৰ গেটেটো বান্ধকক্‌ লেগি পাঁচ হাজাৰ টাকাও বুলে দিবো। তইতো সেমাখা[১৭] মিটিঙক নামাত্ৰাই, নাল্‌গে যাবা, ঘৰকে ৰখবি আহি।"

এঁনে ও ছুটিৰ লগে লগেই মই সদায় ঘৰলৈ আহোঁ। সিদিনাও আহিছিলো। মই অহাৰ পিছতে আৰ আৰু জেউতিহঁও নিৰ্বাচনী মিটিঙলৈ ওলাই গৈছিল। আবুই দিয়া খবৰ : 'মহাজনী'য়ে মাকে ছুপৰীয়াই উলিয়াই লৈ গৈছে—ৰতনপুৰ, কালাঘাট, নোৱামাটি আদিত 'কেমভাচ' কৰিবলৈ। 'কেমনভাচ'ৰ পৰা বাহিৰে বাহিৰে ভৰিভাঙা গোসাই ঘৰত হ'ব-লগা মিটিঙত সোমাব। মাৰৰ পৰত মাজুজনী ভনী ভাৰতীয়ে ছুষ্টালিভৰা হাঁহি এটা মাৰি লাহেকৈ মোক কৈ গ'ল, "কইনাই আৰি দৰাৰ ঘৰ চাই গলৈই। মাকৰ লগত আহি৷ কেন্‌ভাবে বাবে শাহৰেককো উলিয়াই লৈগল।" কৈয়েই তাই দৌৰ মাৰিলে। মই একোকে কবলৈ নগালোঁ।

মই কিছুসময় শিলপৰা কপৌৰ দৰে থৰ হৈ ৰ'লো। "মাইত ইমান দূৰলৈ আগবাঢ়ি গৈছে কিয়"—অন্তৰাত্মা চিৎকাৰ কৰি উঠিল। লগে লগে নিজৰ ওপৰতো ধিক্কাৰ আহিল। ড্ৰইং ৰুমৰ চোক্কাখনতে বহি পাৰিলোঁ, "মাইঁতে চৌধুৰী পৰিয়ালক মোৰ অসম্মতিৰ কথা বাৰু কোৱা নাই। কিন্তু মই কি কৰিছোঁ। ময়োতো কৈ দিব পাৰিলোঁ। হয়!" সিদ্ধান্ত মোৰ দৃঢ় হ'ল, "কাইলৈ নিজে গৈ কৈ আহিম, মোৰ

১৫ পাৰিলে। ১৬ কোনো। ১৭ সেইবোৰ

অস্মৃতিৰ কথা। লগতে কোন সাহসত জীয়েকক আনি আমাৰ ঘৰ দেখুৱাই নিলেহি, তাকে সুধি বেচ টানকৈ দুটা মান কথা শুনাই আহিম। মাইঁতে বাঢ়ি গৈছে—মোক পঠাঁ ছাগলী পাইছে—মগুহ বাঢ়িছে যেতিয়া, বেচি দিবলৈ।” থণ্ডে-ৰাগে ড্ৰইং কমৰ চোকাখনতে বহি ৰ’লোঁ। উঠি যাবলৈ গাত যেন শক্তি নোহোৱা হ’ল। আনকি ভাৰতীয়ে চিমনী আদি মোচি ঠিক-ঠাক কৰি দি যোৱা টেবুল লেমটোও হাঅমন মেলি জ্বলাবৰ মন মগ’ল। নওগাবে আবুয়েক মাৰইঁতৰ লগত মিটিভলৈ যোৱা সক সক লৰা-ছোৱালী বোৰে চিঞৰি গৈছে—

“কাঞ্চনমতী বাই কাঞ্চনমতী বাই
সভালৈ যায় কি না যায়।

আকাশত বাদুলি নিশ্চয় উঠিছে নহলে সিহঁতে সমস্বৰে নগায়—

“বাদুলি এ পকা কল খায়,
লালাকৰ[১৮] কান্ধত উঠি
দেউল[১৯] চাবা যায়।”

আন্ধাৰ নামি আহিল।
আন্ধাৰতে মই বহি ৰ’লোঁ।

কিছু সময় পিছত সম্মুখৰ চাপৰ মেজখনত ভৰি দুখন মেলি দিলোঁ। জোতাবোৰো আনকি খুলি থবৰ মন নগ,ল। মোৰ ভৰিত লাগিয়েই জেউতিয়ে ঠিক ঠাক কৰি দি থোৱা টেবুল লেমটো। তললৈ বাগৰি পৰিল। আন্ধাৰতে উমান পালো, চিমনীটো কেইবা-জেথৰো হৈ ভাঙিল। ভগা চিমনী বুটলীবলৈ মোৰ মন নগ’ল। দুৱাৰ-খিৰিকি বোৰো মেলাই থাকিল।

চোথাখনৰ হাত এখনত কুচম এটা দি আন্ধা—ৰতে বাগৰি ৰ’লোঁ। বিভিন্ন চিন্তাই মনটো জুমুৰি দি ধৰিছিল। আকাশ পাতাল ভাবি একো উৰাদিহ পোৱা নাছিলোঁ। সেই ভাজেই মোৰ বোধহয় টোপনি আহিছিল। কিমান সময় নাজানো।

---

১৮ গিৰিয়েকৰ। ১৯ দোল-যাত্ৰা, দোলন যাত্ৰা

"মোক বচাওক, মোক বচাওক"—চিঞৰ এট্যত চকমক খাই সাৰ পাইছিলোঁ। গম পাইছিলোঁ, কোনোবা এটা। ড্ৰইং ৰুমটোত হামখুৰি খাই বাগৰি পৰিছেহি। তাৰ পিছতে "আই ঐ, মৰিলোঁ ঐ" বোলা এটা চিৎকাৰ। সন্দেহ কৰিবৰ থল নাথাকিল, চিঞৰ-টো নাৰী-কণ্ঠৰ।

মুহূৰ্ত্ততে কিংকৰ্ত্তব্যবিমূঢ় হৈ পৰিলোঁ—

"কোন এইটো ?"

উত্তৰত এক অতিকে' ক্লান্ত নাৰী-কণ্ঠস্বৰ, "মোক বচাওক—কপালখনো কাটিলে—ইয়াতে—!"

মোৰ তেতিয়াহে মনত পৰিল, ভৰি মেলি দিয়াৰ ফলত ভঙা চিমনীৰ টুকুৰাবোৰ তেতিয়াও মজিয়াতে পৰি আছে। হামখুৰি খাই পৰা আগন্তুকাক সেয়ে নিশ্চয় কাটিলে।

দৌৰাদৌৰিকৈ ড্ৰইং ৰুমৰ লগতে লাগি থকা মোৰ শোৱণি কোঠাটোত সোমালোঁগৈ। মূৰ শিতানতে আছিল টৰ্চ লাইটটো। তাকে লৈ ইটো কোঠা পালোঁহি।

কিন্তু টৰ্চ মাৰিয়েই চকু দুটা মই মুদি দিলোঁ।

দ্বিতীয়বাৰ টৰ্চটো জ্বলাবলৈ সাহস মোৰ নোহোৱা হ'ল।

মোৰসন্মুখতে পৰি আছে এজনী গাভৰু ছোৱালী। একেবাৰে উলঙ্গ। বিন্দুমাত্ৰ কাপোৰ নাই গাত। মোৰ টৰ্চৰ পোহাত ছোৱালী-জনী কোঁচমোচ খাই বহি পৰিল। সৰ্বশৰীৰ মোৰ কঁপি উঠিল।

এজনী গাভৰু ছোৱালী—

একেবাৰে উলঙ্গ—

পৰি আছে মোৰ সন্মুখত—

আমাৰ ঘৰৰ ড্ৰইং ৰুমত—

আৰু অবিশ্বাস্যভাবে সত্য—

নাম তেওঁৰ বিনু চৌধুৰী।

পৃথিবীখনে যেন কেইবাটাও লুটি-বাগৰ মাৰিব ধৰিছে মোৰ চকুৰ আগত।

কি কৰোঁ মই এতিয়া ?

কি বুলি সোধোঁ, তেওঁৰ এনে কিয় হ'ল ?

সম্বিত যেন মোৰ ঘূৰি আহিল, ছোৱালীজনীত কপালখনৰ পৰা তেজ বৈ আছে—ভঙা চিমনীয়ে কটা তেজ !

কিন্তু টৰ্চটো মই জ্বলাওঁ কেনেকৈ ?

কেনেকৈ বন্ধ কৰোঁ, তেওঁৰ কপালৰ তেজ ?

মনত পৰিল বাৰীৰ পিছফালে থকা বিশাল্যকৰণী গছজোপালৈ। প্ৰায় দৌৰি গ'লোঁ। বিশল্যকৰণীৰ সক ঠানী এটা আনি বিনু চৌধুৰীৰ কাসতে থলোঁ। টৰ্চটোও। তাৰ পিছত এই প্ৰথম উচ্চাৰণ কৰিলোঁ, "এইটো টৰ্চ। কাষতে এইটো বিশল্যকৰণীৰ ঠানী। তাৰ পাত কেইটামান হাতেৰে মোহাৰি কটা ঠাই ডোখৰত দিয়া। তেজ বন্ধ হ'ব। সিপিনৰ কোঠাত ভৰ্টিইতৰ শাৰী, মেখেলা-চাদৰ আদি আছে। লেম এটাও আছে কিজানি। মই বাহিৰত আছোঁ।" একে উশাহতে মহাভাৰত এমন পঢ়িছে যেন শেষ কৰিলোঁ। বিনু চৌধুৰীৰ ঘন-ঘন উশ্বাস-প্ৰশ্বাস তেতিয়াও চলি আছে।

কি কৰোঁ, কি নকৰোঁকৈ চোতালৰ আন্ধাৰাতে আহি থিয় হৈ ৰ'লোঁ।

টৰ্চটো জ্বলাই দিয়াচলাইটো আনিবৰ সাহসো মোৰ নহ'ল।

ভিতৰৰ পৰা উচু পনি কেইটামান আহি মোৰ কানত পৰিল। মই যে একোকেই বুজিব পৰা নাই।

"সোনকাল কৰা। তোমাৰ কাষতে দিয়াচলাইটো আছে। লেমটোও জ্বলাব লাগিছিল।" মই বাহিৰৰ পৰাই কলোঁ।

উচু পণি বেছিহে হ'ল। অৱশ্যে তাৰ মাজতে উমান পালোঁ, টৰ্চৰ পোহৰ পেল্যাই বিনু চৌধুৰী ভৰ্টিহঁতৰ কোঠাত সোমাইছে।

মই যেন বিৰাট এটা সমস্যাৰ পৰাহে হাত মাৰি লোঁ।

কিন্তু মই এতিয়া কি কৰোঁ ?

কেনেকৈ যাওঁ বিনু চৌধুৰীৰ কাষলৈ ?

কি কথা পাতোঁ গৈ ছোৱালীজনীৰ লগত ?

পোহৰত তেওঁৰ মুখৰ ফালেইবা মই চাম কেনেকৈ ?

তেওঁৱেই বা মোৰ মুখলৈ চাব কেনেকৈ ?

বিনু চৌধুৰীৰ কেকুৰনি আছি আকৌ মোৰ কানত পৰিল।

কি কওঁ, কি নকওঁকৈ দুৱাৰমুখৰ ওচৰলৈ গৈ মই কলোঁ, "তুমি অলপ শোৱা। মই ভটিহঁতৰ কোনোবা এজনীক লৈ আহোঁগৈ। দুৱাৰ কেইখন জপোৱা।"

প্ৰায় দৌৰি অহাৰদৰে মোৰ ওচৰ পালেহি বিনু চৌধুৰী। আহি মোৰ ওচৰতে থিয় হ'ল। উচু পনি তেতিয়াও শেষ হোৱা নাই, "আপুনি নাযাব। মোৰ ভয় লাগে। সিহঁত আহি ওলাব পাৰে।" প্ৰায় একে উশাহতে কোৱা কথা।

"কোন সিহঁত ?" মই সুধিলোঁ।

"ময়ো চিনি না পালোঁ। আন্ধাৰতে।"

বিনু চৌধুৰীয়ে কথা কোৱাত মনত কিছু সকাহ পালোঁ।

তেওঁৰ হাতৰ পৰা টৰ্চটো লৈ ভিতৰলৈ মই সোমাই গ'লোঁ। দিয়াচলাইটো মাৰি লেমটো জ্বলাব খুজিছোঁ, তেওঁ প্ৰায় চিঞৰি উঠিল, "লেমটো নজ্বলাব। প্লিজ।"

বুজিলোঁ, পোহৰৰ সন্মুখীন হ'বলৈ তেওঁ সঙ্কোচ কৰিছে।

মই মোৰ বিছনাখনৰ এটা মূৰে বহিলোঁ।

উমান পালোঁ, বিনু চৌধুৰী বিছনাখনৰ আনটো মূৰত বহিছে।

কাৰো মুখত কথা নাই। কিমান সময় পাৰ হৈছিল, তাৰো হিচাপ নাই। কিছু সময় পিছত, বিনু চৌধুৰীৰ উচুপনি আকৌ আৰম্ভ হ'ল। মই কবলৈএকোকে বিচাৰি নাপাই কলোঁ, "না কান্দিবা। কটা ঠাই জেথৰে বিষাইছে কি জানি।"

"খুব বিষাইছে। তেজো একেবাৰে বন্ধ হোৱা নাই।"

মই মজিয়াত টৰ্চৰ পোহৰ পেলাই সিটো কুঠৰী পালোঁগৈ। বিশল্যকৰণীৰ ঠানীটো বুটলি আনিলোঁ। তাৰ পিছত, ছুটামান

পাত হাতেৰে মোহাৰি 'চাওঁ' বুলি তেওঁৰ ওচৰ চাপিলোঁ। কপালত টৰ্চৰ-পোহৰ পেলালোঁ। খুব বেছি কটা নাই, কিন্তু তেজো একেবাৰে বন্ধ হোৱা নাই। তেওঁৰ হাতত থকা মুকুছাখনত[২০] তেজৰ দাগ। বুজিলোঁ সেইখনেৰে তেজবোৰ মোচি আছে। মই মুকুছাখনেৰে কটা ঠাইজেখৰ মোচি লৈ মোহৰা বিশল্যকৰণীৰ পাত তাৰ ওপৰত হেঁচি ধৰিলোঁ। তাৰ পিছত, সেই খিনিৰ ওপৰত পৰাবৈ মুকুছাখন বান্ধি দিলোঁ।

কপালত আকৌ টৰ্চৰ পোহৰ পেলালোঁ—তেজ বন্ধ কৰিবলৈ দিয়া মুকুছাৰ গাঁথিটো পৰীক্ষা কৰি চালোঁ।

তেওঁ কিছু তলমূৰ কৰি আছে।

মুখৰ ওপৰতো টৰ্চৰ পোহৰ পৰিল।

সঁচাকৈয়ে অতি ধুনীয়া বিনু চৌধুৰী!

মহিমাবাইৰ কথা এবাৰ মনত পৰিল, "চাই থাক, চাই থাক ৰূপা।"

ছিঃ! ছোৱালীজনীৰ অসহায় অৱস্থাৰ সুযোগ লৈ মই তেওঁৰ সৌন্দৰ্য্য চাইছোঁ! ছিঃ ছিঃ! বলীন ঠাকুৰীয়া ইমান নীচ হ'ব নোৱাৰে! কিন্তু····তথাপি ···· কামিনী কাঞ্চন মাছ, ঋষিও নছাৰে পাছ। নাই নাই, ছিঃ ছিঃ ছিঃ!

কিন্তু বিনু চৌধুৰীয়ে তেতিয়া পৰ্য্যন্ত মোৰ বাউসী এটাত ধৰি আছে! তেওঁ কৈছে, "মূযটো খুব বিষাইছে।"

"তুমি শোৱা। ইয়াতে।" মোৰ কি হৈছিল ক'ব নোৱাৰোঁ, ডুবাহুত ধৰি তেওঁক মই শুৱাই দিছিলোঁ। মোৰ বিছনাখনতে। গাৰ ওপৰত লেপখনো পেলাই দিছিলোঁ। গুই গুই, উচুপি, উচুপি, বিনু চৌধুৰীয়ে সিখিনি কথা কৈছিল, সেইখিনি প্ৰায় এনে ধৰনৰ :

ভবিভঙা গোসাই ঘৰৰ সন্মুখতে নিৰ্বাচনী সভাখন বহিছিল।

২০ মুখ-মোছা, গামচা।

বতনপুৰ, কালাবাট, ভাকুৰাপাৰা, বালাসিদ্ধি, গোহাই পাৰা আৰু কাজেলীকুৰাত মাইঁতৰ সৈতে কেনভাচ কৰি আহি তেওঁলোক সভাখনত সোমাইছিল। প্ৰায় দুহেজাৰ মানুহ গোট খাইছিল। পাচঁটা ডে লাইটেৰে সভাৰ থলি পোহৰোৱা হৈছিল। দেউতাক হৰিণ চৌধুৰীয়ে দেশৰ পৰিস্থিতি সম্পৰ্কে, ১৯৭৫ চনৰ জুনত দেশখনৰ ওপৰত কংগ্ৰেছ (ই) যে জাপি দিয়া জৰুৰীকালীনঅৱস্থাৰ ফলত উদ্ভৱ হোৱা অত্যাচাৰ অনাচাৰ সম্পৰ্কে, দীঘল বক্তৃতা এটা দি আছিল। জনতা পাৰ্টি ওৰকে তেওঁৰ কিয় ভোট দিব লাগে, ৰাইজক বুজাই আছিল। বক্তৃতাৰ বেগত মানুহ জন যথেষ্ট উত্তেজিত হৈ পৰিছিল ঃ মোৰ বিৰুদ্ধে থিয় হোৱা কংগ্ৰেছ (ই)-ৰ প্ৰাৰ্থী নৰোশাম বকৰাৰ কথাই ধৰক। তেওঁ পাচঁটা বছৰে কি কৰিলে? ৰাইজেতো তেওঁৰ এম. এল. এ. কৰি পঠাইছিল। কিন্তু বিধান সভাত গৈ একোকে কৰিব নোৱাৰো অথচ ইয়াত তেওঁকে লাগে আগ-চাৰি, আগ-পাত। মই নিজেই দেখিছোঁ, বিধান সভাত তেওঁ গৈ পিছৰ চিটত টোপনিয়াই থকা। আচলতে ৰাইজ, পাৰত গাজি 'বকৰা' হোৱা এই নৰো মিস্ত্ৰীয়ে আপোনালোকৰ ঠগিলে। আপোনালোকৰ অৱস্থা একেই আছে। কিন্তু তেওঁ ৰাইচ . মিল, চ'মিল বান্ধি ওবনি পোৱা নাই। গাড়ী-মটৰ কিনি কিনিও তেওঁৰ হুতাহ পলোৱা নাই। ৰাইজক খানা খুৱাই হোৱা 'বকৰা'। ৰাইজখনক খানা এটা খুৱালেই আমাযু ইয়াত 'বকৰা' হ'ব পাৰি। খানা খুৱাই নৰে। মিস্ত্ৰী ১৯৭০ চনত হ'ল নবোৱাম বকৰা। তেওঁ ভাবে, খানা এটা খুৱালেই ৰাইজ সন্তুষ্ট হৈ যাব, ভোট তেওঁ পাই থাকিব। কিন্তু ৰাইজ কুকুৰৰ নেজাত ধৰি গঙ্গা পাৰ হ'ব নোৱাৰি। জাতি আৰু জাতি এৰা লোককো বিশ্বাস কৰিব নোৱাৰি। আপোনালোকে জানেই, নিজৰ জাতি জাতি এৰি মৈবাৰ পাখি-পিন্ধি মেৰা হ'ব খোজা কাউৰীটোৰ কথা। খানা খুৱাই 'বকৰা' হোৱা নৰো। মিস্ত্ৰীও মৈৰা হ'ব খোজা-সেই-কাউৰীটোৰ দৰেহে নৰো মিস্ত্ৰী.....।

কোনে ও গমেই না পালে, কোন ফালৰ পৰা ডাঙৰ এটা শিলগুটি আহি হৰিণ চৌধুৰীৰ কানৰ তলিত লাগিল। 'উস' বুলি মানুহজন বহি পৰিল। লগে লগে ডাঙৰ ডাঙৰ লাঠিয়ে কোবাই ডে'লাইট কেইটা ভাঙি দিয়া হ'ল। পথাৰখন তেনেই আন্ধাৰ হৈ পৰিল। "কুকুৰ, কুক্কুত। দিবলৈ কথা বিচাৰি পোৱা নাই? তই কেনেকৈ চৌধুৰী হৈছা? তয়ো দেখোন খানা খুৱাই হোৱা চৌধুৰীই আদি বিভিন্ন শব্দ। কোনো কি কৈছে, বুজিবৰ উপায় নাই। কিছুমানে খৰলৈ বুলি পলাই পত্রং দিছে। কেঁচুৱা আৰু সৰু সৰু ল'ৰা ছোৱালীৰ কান্দোনেও কোনেও কাৰো কথা নুশুনা পৰিবেশ এটাৰ সৃষ্টি কৰিছে। আন্ধাৰতে মানুহে হু'টোৰ গাত সিটোৰে খুন্দা খাইছে। দুই এটা টৰ্চ লাইটৰ পোহৰ মাজে মাজে দেখা যায়, কিন্তু তেনেই ক্ষন্তেকীয়া।

টৰ্চৰ পোহৰত বিনু চৌধুৰীয়ে দেখিলে, মাক দেউতাকৰ ফালে দৌৰিছে। তেৰোঁ দৌৰিব খুজিছে, কিন্তু কোনোবাই সাবট মাৰি ধৰিলে। লগে লগে কাপোৰৰ সোপা এটা মুখত গুজি দিলে। চিঞৰিবৰ সময়ো নাপালে। স্বাভাৱিবাতে এই অপ্রত্যাশিত আক্রমনৰ বাবে তেওঁ সাজু নাছিল। আক্রমণকাৰীজন বেচ শক্তিশালী ডেকা মানুহেই হ'ব—তেওঁ অনুমান কৰিছিল। মানুহটোৱেতেওঁক পথালি কোলাকৈ ডাঙি লৈ দৌৰিবলৈ ধৰিলে। পিছে পিছে আৰু এটা মানুহ। হাত ভৰিবোৰ আচাৰিও মানুহটোৰ কবলৰ পৰা তেওঁ মুক্ত হব নোৱাৰিলে। সি দৌৰি থাকিল। পিছে পিছে অন্য মানুহটোও। কলহীৰ পাৰে পাৰে।

কিছুদূৰ যোৱাৰ পিছত মানুহটোৰ বোধহয় ভাগৰ লাগিছিল। সি বৈছিল। বৈ কোপাবলৈ ধৰিছিল। ইতিমধ্যে আনটো মানুহে তেওঁক পৰা মাৰি ধৰিছিল। শাৰীখন দূৰলৈ দলিয়াই দি একেটা টানতে পেটিকোটৰ গাঁথিটো খুলি ছিল। তাৰ আগতে খুলি পেলাই-ছিল ব্লাউজ আৰু ব্রেচিয়াৰটো। তেওঁ বিবস্ত্রা হৈ পৰিছিল। মুখৰ সোপাটো দলিয়াই দি তাৰ মুখখন তেওঁৰ মুখৰ কাষলৈ নিছিল।

সুযোগ পাই তেওঁ তাৰ নাকটোত দেহৰ সমস্ত শক্তিৰে কামুৰি ধৰিছিল। সি চিৎকাৰ কৰি উঠিছিল। তাৰ চিৎকাৰ শুনিয়েই নেকি, অলপ আঁতৰতে কোনোবাই কৈ উঠিছিল, "হেই, কুন্‌বাই[২১] চিঞৰ্‌ছি, দৌৰ দৌৰ, চিঞৰাৰ ফালে দৌৰ।" লগে লগে কেইবাটাও মানুহ তেওঁলোকৰ ফালে দৌৰি অহাৰ শব্দ। সেই শব্দ শুনি মানুহ দুটাই তেওঁক তাতে এৰি দক্ষিণ ফালে দৌৰিছিল। সিহঁতৰ কবলৰ পৰা ৰক্ষা পাই তেৱোঁ দৌৰিবলৈ ধৰিছিল, সিহঁতৰ বিপৰীত ফালে। উত্তৰলৈ। কিছুদূৰ দৌৰাৰ পিছত এটা ঘাট পাইছিল। ঘাটটোৰে কলহীৰ বুকুলৈ নামি গৈছিল। তেওঁ অৱশ হৈ পৰিছিল। গৰা এটাত আউজি কেই মুহূৰ্ত্তমান জিৰাইছিল। ঠিক কৰিব পৰা নাছিল, বলৈ যাব ? তেনেই অচিনাকি এই গাওঁ। জীৱনত প্ৰথম আহিছে, কলহী পাৰ গাৱঁলৈ। কেৱল মনত পাৰিছিল, দিনত কলহীৰ পাৰে পাৰে মোৰা এই বাস্তটোৰেই মোৰ মাৰ লগত কাজেলী কুৰা গাৱঁলৈ গৈছিল। গতিকে কলহীৰ বালিয়ে বালিয়ে গৰাৰ আৰঁ হৈ তেওঁ আকৌ দৌৰিবলৈ আৰম্ভ কৰিছিল। মনত কৰিছিল, আমাৰ নঙলাতে থকা কৃষ্ণচূড়া দুজোপালৈ। ভাৰতী হঁতৰ পৰা গম পাইছিল, ঘৰত মই অকলে আছোঁ।

তেওঁ প্ৰাণটাকি দৌৰিছিল।

কলহীৰ বালিয়ে বালিয়ে।

আমাৰ নঙলাৰ কৃষ্ণচূড়া দুজোপালৈ মন কৰি।

কথাখিনি কৈ উঠিও ছোৱালীজনীয়ে শান্তি পোৱা নাছিল। তেওঁ ফেকুৰি আছিল। মোৰ সান্ত্বনা-বাণীয়ে সেই কান্দোন বেছিহে কৰিছিল। কান্দোনৰ মাজতে এবাৰ কৈ উঠিছিল, "মই মোৰ পাপৰ ফল পালোঁ। এদিন আপোনাক খেদি দিছিলোঁ, আমাৰ ড্ৰইং ৰুমৰ পৰা কাপোৰ খুজিব যোৱা বুলি। আৰু আজি সম্পূৰ্ণ বিবস্ত্ৰা হৈ আপোনাৰ ড্ৰইং ৰুমত নিজকে ৰক্ষা কৰিলোঁহি।" কথাখিনি কৈয়েই হুকপুকাই কান্দি উঠিছিল বিনু চৌধুৰী। উত্তৰত মই কি কোৱা উচিত, ভাবি পোৱা নাছিলোঁ।

---

২১। কোনোবাই।

ভাৰতীৰ মাতত্তহে সম্বিত যেন ঘূৰাই পাইছিলোঁ, "তয়ো যে আক। তুৱাৰকেই খন নজপালি নাই, লেমটোতো অলাব পাৰ। এক মুহূৰ্ত্ত ৰৈ পুনৰ কৈছিল, "তইতো কাজিয়াৰ কথা শুনাই নাই। বক্তৃতা দি থাকোতেই হৰিণ মহাজনক শিল মাৰি বগৰাই দিলে। ডাক্তৰখানালৈ লৈ গ'ল। আনকালে লাইট ফেইটাও কোবাই ভাঙিলে। গোটেইখন আন্ধাৰ হৈ পৰিল। আন্ধৰতে মহাজনৰ জীয়েককো কোনোবাই ছাঙি লৈ গ'ল। মা আক মহাজনী তাতে আছে। তোক মাতি পঠাইছে।"

"ভয় কৰিব নালাগে। বিমু আহি ইয়াতে শুই আছে।" কথাখিনি কৈয়েই লৰালৰিকৈ মই ওলাই গৈছিলোঁ। ভবিভঙা গোসাই ঘৰলৈ বুলি, কিন্তু প্ৰথমতে কলহীৰ পাৰে পাৰে—বিমু চৌধুৰীৰ শাৰী, পেটিকোট, ব্লাউজ আক ব্ৰেচিয়াৰ বিচাৰি। মানুহৰ মুখ বন্ধ কৰিবৰ বাবে।

তাৰ পিছত ঘটনাবোৰ ঘটিছিল অতি তীব্ৰবেগে। বিমু চৌধুৰীৰ অপহৰণকাৰীক ধৰিব নোৱাৰিলেও মানুহে কোৱাকুই কৰিছিল, "সেই কাম নৰো মহাজনৰ মানুহে কৰিছিল। অপহৰণকাৰীয়ে মিটিঙলৈ আহি থকা বলীন হাকিমক দেখি ছোৱালীজনী পেলাই থৈ। আনকালে পলাইছিল। সিহঁতক খেদি নিছিল আন্ধক আক লৰণ-হঁতে, কিন্তু ধৰিবহে নোৱাৰিলে" বহুতৰ মতে, হৰিণ চৌধুৰীলৈ শিল মৰা মানুহজন আছিল স্বয়ং নৰো মহাজনৰ পুতেক ভূমিধৰ। কিন্তু ডাঠি কক কোনেও নোৱাৰে। আনকি লাইট ফেইটা কোবাই ভঙা মানুহকেই জনৰ নামো খাটাংকৈ কোনেও কব নোৱাছিলে। পুলিচী তদন্ত চলি থাকিল, লাভ একো নহ'ল।

অৱশ্যে পৰোক্ষ ফল এটা হৰিণ চেধুৰীয়ে পালে। ঘটনাটোৱে মানুহৰ সহানুভূতি তেওঁৰ প্ৰতি তীব্ৰ বেগত বঢ়াই দিলে।

ফলত বিপুল ভোটাধিক্যত নৰো মহাজন পৰাজিত হ'ল। হৰিণ চৌধুৰী বিধান সভালৈ নিৰ্বাচিত হ'ল।

আৰু এই ঘটনাৰ কেইমাহমান পিছতে বিনু চৌধুৰীয়ে বিনু ঠাকুৰীয়া হৈ আমাৰ ঘৰত ভৰি দিলে। বিয়াৰ দিনা মহিমাবাইৰ কি ফুৰ্ত্তি! তেওঁৰ ফুৰ্ত্তি দেখিয়েই ৰাতি কইনাঘৰৰ আয়তীহঁতেও গাইছিল—

"কঁকালেতে কাঁচি, মহিমাফুৰে নাচি,
কঁকালতে টঙালি, কইনা পালে ৰূপহী,
মহিমা মৰে ঘূৰি, কইনা পালে আহি।"

উত্তৰত তিনিটা পাক দি মহিমাবায়ে গাইছিল—

"কলহীৰে কাষৰি
কেল কেল নকৰিবি,
বলীন বাপাৰ বিয়া আজি
মনে মনে থাকিবি।"

ছোৱালীহঁতৰ গিৰিস গিৰিস হাঁহি! এজনীয়ে দিলে লগাই—

"গুৱাহাটী মেডিকেল
নেকলেচ আনছি টেমিকেল,
বলীন বোলে হাকিম
মস্ত এটা কিৰ্পিন।"

মহিমাবাইও কম নহয়, দৰাঘৰীয়া ছোৱালীহঁতৰ মাজত দিলে লগাই—

"কাহী দেখু
বাটি দেখু
আৰু দেখু ধন,
দৰা দেখি কইনাৰ
পলে যাবাৰ মন।"

মই আশাকৰিলোঁ: এখন ৰব সুখৰ সংসাৰ গঢ়ি তুলিম। কিন্তু নহ'ল। পদে পদে বিনুৱে আমাৰ ঘৰত উজুটি খাব ধৰিলে। পাৰঁৰ বুঢ়ীকেইজনীমান আবুৰ গুচৰলৈ আহে, বুঢ়ীহঁতে ন-কইনাৰ হাতেৰে

তামোল শুন্দা খাব খোজে, বিমুৱে উচাট মাৰি বুঢ়ীহঁতৰ কাষকাষ্কা গুচি আহে। বুঢ়ীহঁতে তামোল খাই খাই সুখ-দুখৰ কথা পাতে, তামোলৰ পিকেৰে পানী পচা বগাই দিয়ে, বিমুৱে উকিয়াই মৰে। পীৰাত বুঢ়ীহঁত নবহে, পীৰা তুলি থৈ মাটিতে বহে, সুধিলে কয়— 'বহিব জানিলে মাটিয়ে পীৰা', বিমুৱে 'মাই গণ্ড' বুলি উশাহ এৰে। আমাৰ ঘৰৰ চোতাল পকী কৰা নহয়, ভনীকেইজনীয়ে মাজে মাজে মোচে। মাই মোক কয়, "তায়োতো অলপ অলপকৈ মুচ্‌বা শিখ্‌বা পাৰে।" আন কেতিয়াবা কয়, "অ'ৰ ফুটা ত'ত নহয়। ভাল খাল খান্দি ঘথিনি চাপে ললু।" কোনোদিনে ধুৱী নহা আবাৰ ঘৰলৈ ধুবী আহিব ধৰিলে, ছয়গাওঁ বজাৰৰ পৰা, মাই চকুকেইটা ডাঙৰকৈ মেলি দিয়ে, "এমান মাথান পইছা খোবাক নেদি নিজেওটো ধুবা পাৰে। হাত কেথান কিবা মুনৰমা[22]পমি মাব যে।" গাৱঁৰ মানুহ বা মোহন মাটিমলা ওঁত আহিলে বিমুৱে চাহ দিবলৈ টান পায়, সেই কথাকে চাকি থবলৈ দলৈ পাৰাৰ পৰা ৰাজেনক আনিলোঁ, মাই কৈ উঠিল, "ই তিৰী সেব্বা হ'ল। ঘৈনাকক ববাৰ নৱে।" মাইৰ মতে গাৱঁৰ হ'লেই মানুৰ। গাওঁ খনত মোতকৈ ডাঙৰ যিকোনো মানুহেই বিমুৰ ভাই-শহুৰ, মামা-শহুৰ, বা খুড়া—তেওঁলোকক দেখিলে, তেওঁ ওৰনি লব লাগে। বিমুৱে গৰজপৰা ন্যাই' বুলি উৰাই দিয়ে'। মাই 'হৰিবিষ্ণু' গুৱঁৰি মনে মনে থাকে। পুহৰি পুৱাতে ভনীহঁতকে আদি কৰি ৰাতি পুৱাই সকলোৱে বাহী গা ধোৱে, বিমু হাউচ কোটটো পিন্ধি সাত বজাতহে বাহিৰলৈ আহে, মাইৰ চকুৰ চাৰিওফালে পৃথিবীখন ঘূৰিবলৈ ধৰে। গাৱঁত ন-কইনাক গুৰুজনৰ ঘৰলৈ নি শৰণ দিয়াৱ নিয়ম, তাকে নকৰাকৈ ন-কইনা পাগঘৰত সোমাব নোৱাৰে শৰণ কৰাৰ কথা ওলালত বিমুৱে নাক-মুখ কোঁচাই দিলে, "মই কিয় পাগঘৰত সোমাব লাগে? আপোনালোক নহলেও ৰাজেন দেখোন আছেই।" কাই চকুমুদি অদৃষ্টকে শাওপাত দিয়ে।

---

২২ নিম খবনে

আমাৰ ঘৰত সকলোৱে পীৰাত বহি ভাত খায়, বিনুকো তেনেকৈয়ে ভাত দিলে, সাত দিন-মান যোৱাৰ পিছত তেওঁ তাৰ বিৰোধিতা কৰিলে। বিয়াৰ উছৰ্গা হিচাপে অনা ডাইনিং টেবুলত নি খাবলৈ ললে। মাই কেইটামান নীৰব হুমুনিয়াহ কাঢ়িলে। গাৱঁৰ ঘৰত মানুহ সাধাৰণতে খালি ভৰিৰে থাকে, তিৰোতা হলেতো কথাই নাই; বিনুৱে পিছে চেন্দেল নেৰে, এদিনটো ছামৰাৰ চেন্দেল পিন্ধিয়েই পাগঘৰৰ চৌকাৰ কাষ পালেগৈ। মাই চকুৰে সৰিয়হ ফুল দেখিলে, চক-হাড়িবোৰ কেৱল ধুই-মেলিয়ে ক্ষান্ত নাথাকিল, গোবৰ মাটিও লেপিলে। মই ঘৰ চপাৰ পিছৰ পৰা পিতাৰ বহু পৰিবৰ্ত্তন হ'ল, বাবীৰ একালে নামঘৰ এটা সাজি ভোৰ তাল বজাই 'পঢাম'[২৩] কৰে, বিনুৰ বিৰক্তি লাগে, "দস্যু এতিয়া সাধু হয়। ইয়াত থাকি ভকতনী হোৱা যেনহে লাগিছে।" কাছাৰীৰ পৰা অহাৰ পিছত তেওঁ মোৰ লগত এপাক ফুৰিব খোজে কিন্তু মাই বকনি ধৰে, "লালাক মাইহনাক আকে লগে[২৪] ফুৰ্‌বা লেগি এথান চহৰ হৰা নাই।" তথাপি আমি এদিন ওলাই গ'লোঁ, পথাৰৰ খেতি চাওঁবুলি। ঘৰলৈ উভটি আহি অদ্ভুত এটা পৰিবেশৰ সম্মুখীন হ'লোঁ, ভাগিন কেইটাক কোনে জানো শিকাই দিছে, সিহঁতে এটা অদ্ভুত জোকোৱা গীত' গাই আছে :

"লালাক মাইহনাক জুটি
আৰিয়া কলৰ গুটি,
বলীন-বিনুজুটি,
গধূলা ফুৰ্‌বা গেলি।"

বিনুৱে একেচাটে খেদি গৈ সিহঁতক কানতলীয়া চৰ কেইটামান মাৰিলে। চৰ খাই সিহঁতে চিঞৰ চিঞৰি কেন্দিবলৈ ধৰিলে। কান্দোন শুনি সিহঁতৰ মাক জেউতি ওলাই আহিল, গিৰিয়েকৰ ঘৰৰপৰা আনি আমি তাইক ৰাখিবলৈ বাধ্য হৈছোঁ। পিছে পিছে মা। জীয়েকহঁতক কন্দা দেখি জেউতিয়েও কান্দিব ধৰিলে। তাকে দেখি

২৩ প্ৰসঙ্গ। ২৪ গিৰিয়েক ঘৈনীয়েক একেলগে

মা জ্বলি উঠিল ; "বেচ শাখিনী এজনী আনি ঘৰসুমালু।" গটাই খান গাৱে তাইৰ বদনাম গাই তৎ পায়া নাই ডাঙৰ মাহুহুৰ জীয়াক হুলি বুলিয়ে এমান অহঙ্কাৰী না।

মাৰ গালিত বিনু গৈ বিছনাও পৰিল। উচুপি উচুপি কান্দিব ধৰিলে। মোৰ বুজনিয়েও একো কাম নিদিলে ৰাতি একো নাখালেও। মাইঁতে বেয়া পায় বুলি মই ছুগয়াহখান মুখত দিছিলোঁ ; কিন্তু কেনে লাগিছিল কব পৰা নাছিলোঁ।

প্ৰায় গোটেইটো ৰাতি বিনুৱে কান্দি কান্দি পাৰ কৰিছিল।

পিছদিনা ৰাতিপুৱা শুই উঠিয়েই কলে, "মই ৰাতিয়েই কৈছোঁ ইয়াত আৰু থাকিব নোৱাৰোঁ। আমাৰ কুৱাটাৰ আছে, তাতেই গৈ, থাকোঁ। মই এতিয়া মাইঁতৰ ঘৰলৈ যাওঁ। আপুনি সকলো ঠিক কৰি কুৱাটৰিলৈ মোক লৈ আহিব।"

মোৰ উত্তৰলৈ তেওঁ আৰু বৈ থকা নাছিল।

মাহঁতক মাত দিয়াৰ আৱশ্যকতাও অনুভৱ কৰা নাছিল।

বাকচটো ৰাজেনকে নবলৈ দি মাকৰ ঘৰলৈ ওলাই গৈছিল।

তেওঁ ওলাই যোৱাৰ পিছত মাই মোক কৈছিল, "উস্‌বইথা। কি তেজ এইৰ। যাওঁতে মাত দিও নেগেল। বুঢ়া মাখানে এনাই নকয়, ডাংকাছাটা[২৫] ঘৱক নাযাবি, ডাংকাছাটা বিলক নাযাবি, ডাংকাছাটা তিৰী নানিবি।" অলপ বৈ পুনৰ কৈছিল, "ভয়ো আৰু মৰদ হবা নালগে। তিৰী টোকে বৰাবা নৰা। আনন্দই সেইদিনা ঘৈনাকক বেৰাৰ কামীৰে মাৰি-মাৰি পিঠি ফাটে দিলা। নাওমানে পুৰা বাঙ্‌না এটা মাৰি ঘৈনাকৰ পিঠিত মৰ্‌বাৰ দিনাক লেগি চিন থলা। গুণাই ঘৈনাৰক জুৰি দিছিল হালৰ জঙলিত। কাৰণ পথাৰক চাহ নিওতে তাই পলথ কৰছিল।"

মই একো উত্তৰ দিয়া নাছিবো।

কাছাৰীলৈ ঘৰৰ পৰাহ আহ-যাই কৰি থাকিলোঁ।

২৫। বিখ্যাত, সকলোৰে জনা

প্রায় এসপ্তাহ পিছত কছাৰীতে ওলালহি শ্ৰীমতী। মোৰ পকা চাবি নি কুৱাৰ্টাৰৰ দুৱাৰ তেওঁ খুলিলে। ৰাজেনৰ দ্বাৰা মানুহ তিনিজন মতাই আনি ঘৰটো চাফ কৰালে। মইযোৱা মাত্ৰেই কলে, "আজিৰ পৰা আমি ইয়াতে থাকিম।" "মই নাথাকোঁ। ঘৰলৈকে বলা।" মোৰ সংক্ষিপ্ত উত্তৰ। তেওঁ জক-জকাই উঠিল, "আপোনাৰ কি সম্মান নাই? ইমানৰ পিছতো সেইখন ঘৰতে থাকিবলৈ যায়?"

মই একো উত্তৰ নিদি ওলাই আহিলোঁ। কলহী পাৰ পালোঁহি। মই আহি পোৱাৰ ক্ষন্তেক পিছত ৰাজেনো আহি ওলাল। তাৰ মুখতেই মাহঁতে সকলো শুনিলে। মই বিছনাত দীঘল দি আছিলোঁ। মা আহি কাষতে বহিল. "তই কুৱাৰ্টাৰতে থাক্‌গে যা। তাৰ্হঁ একে[26] আইহবা খুজা নাই যিখান। আমি আকো[27] বয়া নাপাও। দূৰত চাকৰি কৰা হলি কতনো ঘৰত থাকি লিহয়!"

মই মা বন্ধুৰ নকৰাকৈ বিছনাতে পৰি ৰ'লোঁ। বুকুকাটি কান্দোন ওলাই আহিব খুজিছে। চকুৰে পানী সৰ সৰকৈ ববলৈ ধৰিছে। মোৰ চকুত পানী দেখিয়েই নেকি, মাৰো চকুলো বৈ আহিল। ভাৰতী হঁতো আহি কাষতে থিয় হৈছে। সিহঁতৰ চকুতো পানী। জেউতিয়ে কান্দি-কান্দি জীয়েক হঁতক দোষ দিছে, "এই দুটাই মোৰ কাল হ'ল। এহাত[28] দুটা নহৱা হলি গলত কাঁচ দি মৰিলোঁ হয়।"

ইতিমধ্যে আবুও আহি মোৰ কাষতে বহিছে। মোৰ গাত হাত বুলাইদি তেওঁ কৈছে, "তইউঠ। মানুহ দুটা ৰাখি অছি বুলে। তথাপি তাই ভয় খাব! কিথানো[29] না থাকা ঘৰ। পলম কৰৱা না লগে। ৰাজিন হাতে বস্তু বাহানি মাথান লৈ যাব। মেহাত'ৰ লগতে পিতেৱে আক মিয়াৰেও যাব। মই পঠে দিমা "তই আগবাঢ।"

মই হুকহুককৈ কান্দি আবুৰ ভৰি দুখনত সাৱটি ধৰিলোঁ। আবুৱ সোতৰা গালেৰেও চকুলো বৈ আহিছে, "আমিয়েই সকলো অনৰ্থৰ মূল। তইতো তাইক বিয়া কৰাৱা খুজাই নাছিলি," আবুই কৈছিল,

২৬। ইয়ালৈ। ২৭। একো। ২৮। ইহঁত। ২৯। কেতিয়াও।

"নাই, থাক সেমোখান কথা। সেমোখান টৈক ইখান লাভ নাই। তাই সনকাল কৰ। তাই ভয় কৰ্‌বো।"

আক আবুৰ সেই কথা বোৰ শুনাবপিছতে মই ঘৰ এৰিছিলোঁ।
কুৰাটাৰত আহি থাকিবলৈ লৈছিলোঁ।

ৰাতি দুবজাত নবীনে আহি জগালে। দুৱাৰ খুলি বাহিৰলৈ ওলাই গ'লোঁ। তাৰ লগত দুজন পুলিচ। জিকাৰ খাই উঠিলোঁ, তাক এৰেষ্ট কৰিবলৈ ওপৰৰ—কালৰ পৰা কিবা নির্দেশ অহা নাইতো! কিন্তু নবীনৈ সন্দেহ-ভঞ্জন কৰিলে, "এটা বৰ বেয়া কথা হ'ল—ককাইদেউ। গোটেইখন কুকুৰ মাৰাই ধীৰেণক বান্ধি আনি থানাত সোটাইছে। বোৰ দেউতাকো থানাতে আছে, অচিংয়ে তেওঁক খবৰ দি মাতি আনিছে। মহিমা বাইও তাতে আছে। তেওঁৰেই সক বোৱাৰীয়েক কামিনীক ধীৰেনে বোলে অপমান কৰাৰ চেষ্টা কৰিছিল। মানুহঘিনি ৰাতি চাৰে দহটাৰপৰা তাতেই আছে। মিটমাট একো হোৱা নাই। বোৰ দেউতাকে আপোনাক মাতি পঠাইছে।"

"তাৰ মানে ইমান পৰলৈ তইও তাতেই আছিলি নেকি?" মই সুধিলোঁ।

মই ঘৰলৈ আহি আছিলোঁ, বাটতেইলগ পালে মহিমা বায়ে, মোকো লগতে লৈ গল।

আমাৰ দুই ভাতৃৰ কথা বতৰাত শ্রীমতীৰে। টোপনি ভাঙিছিল। বাহিৰলৈ তেওঁ ওলাই আহিল। খবৰটো মই দিবলৈ পালোঁ, কান্দি-কাটি—হুলস্থুল। মই কিবা কিবি বুজনি দি থানালৈ ওলাই গ'লোঁ। কাছাৰীৰ প্রায় গাতে লগা থানাখন। সেইখিনি পৰতে পুলিচ দুজনৰ পৰা যি জানিলোঁ, সি এনেধৰণৰ :

ধীৰেণহঁতৰ বিলৰ পৰাই মহিমা বায়ে মাছ নিয়ে। সেই মাছ মহিমা বায়ে গাৱেঁ গাৱেঁ ওলাই ফুৰে। ঘৰত থাকে বোৱাৰীয়েক দুজনী

আৰু নাভিনীৰেইটা। সিহঁত দুজনীয়ে জাল বোৱে. সেই জাল ছয়গাওঁ বজাৰত বিক্ৰী কৰে। ছয়গাওঁ বজাৰ জালৰ বাবে দক্ষিণ কামৰূপৰ ভিতৰতে বিখ্যাত। পানীৰাম আৰু কটিয়াজেললৈ যোৱাৰ পিছৰে পৰা মাছ সলাই পোৱা ধান আৰু জাল, বেচি পোৱা-টকাই মহিমা বাইৰ দহজনীয়া পৰিয়াল টোৰ জীৱিকাৰ বাই উপায়। আজি পিছে সৰজনী বোৱাৰীয়েক কামিনী অকলে আছিল। ঘৰতসদ্ধ ল'ৰা ছোৱালী কেইটা থকাই-নথকাই সমান। অ'ত-ত'ত সিহঁত ঘূৰি-ফুৰে। ডাঙৰজনী বোৱাৰীয়েক সত্যাগ্ৰহ কৰিবলৈ আহিছিল। গোটেই থন গাবেঁই যেন ভাগি আহিছিল। ঘৰে প্ৰতি দুই এজনীকৈ মানুহহে আছিল। ঠিক সেই সময়তে ধীৰেণ গৈছিল মহিমা বইহঁতৰ ঘৰলৈ। মহিমাবাইৰ বোৱাৰীয়েক কামিণীয়ে কোৱা মতে গিৰিয়েক জেল লৈ যোৱাৰ পিছৰে পৰা ধীৰেণ সিহঁতৰ ঘৰলৈ আহে আৰু সুবিধা পালেই এষাৰ নহয় এষাৰ বেয়া কথা নোকোৱাকৈ নাজায়। কমিনীৰ ৰূপৰ জুইত সি অন্ধ। তিনিটা সন্তানৰ মাক হোৱাৰ পিছতো মানুহজনী একুৰা জুই যেন হৈ আছে। পিছে ঘৰৰ অন্যান্য মানুহৰ উপস্থিতিয়ে তাক বাধা দি আছিল। আজি ৰাতিপুৱা মহিমাবাই মাছ সলাবলৈ যোৱা আৰু ডাঙৰজনী বোৱাৰীয়েক সত্যাগ্ৰহলৈ অহা সি যেতিয়াই দেখিলে, তেতিয়াই তাৰ ধান্দা হ'ল মহিমাবাই হঁতৰ ঘৰ গৈ পোৱা। যাওঁতে ঠাকুৰীয়াৰ দোকানৰ পৰা লৈ গ'ল মুগাৰ চিট এজোৰ। সি গৈয়েই কাপোৰমোৰ তাইৰ সন্মুখত থলে। কাপোৰ যোৰৰ ওপৰত এশ টকীয়া নোট এখন।

ধৰেনৰ কাণ্ডত কামিনীয়ে সাপ এডালহে যেন দেখিলে। হাতত থকা এডি সূতাৰ টুকুৰা টোৰে[৩০] ধীৰেণৰ চকু কেইটা তাই যেন ফুটাইহে দিব! তাতে যোৱা ৰাতি ভাল টোপনি তাইৰ হোৱা নাই। বাহু ৰাতিলৈ এড়ি সূতা কাটি কাটি জেলত থকা গিৰিয়েকৰ কথাই ভাবি আছিল। জেলত বোলে মহৰি[৩১] নিদিয়ে, মানুহটোক মহে নিশ্চয় দৰনি পিটি খাইছে! আধা-পুৰনি মহৰি থনৰ তলত

ল'বা ছোৱালী তিনিটাৰ কাষতে শুই শুই ও তাই গিৰিয়েকৰ কথাই ভাবিছিল। শাহুৰেকে কৈ আছিল, "তোৰ কষ্ট হোছি, মই বুজছু। পিছে কি কৰ্‌বি ? আলৰ সূতা কিন্‌বা পাইচা নাছিল। আনকালে গটাইথান গাৱেঁই ছাত্ৰসম্থাক চান্দা দিছি। আমিহে দিবা পাৰা নাই। সেইদেখি এই এডি তিনি পৰা খাদী অকিচৰ পেৰে আনলু, তাকে কাটি পাৰা পইছাৰে চান্দা দিম বুলি' মোকটো দেখ্‌ছাই, মাছ সালাই ধানকেটা কুসুমতে আনি আছু। মাছ সালাবা যাওঁতেই চখুত পল্লা ছয়গাৱঁৰ খাদী অফিচটো। বহুত তিৰী তাতে থিয়া হৈ আছিল! ময়ো সুমে[৩২] গেলু। পিছে খাদী বাবুটোৰ ভেমহে কি চাবি! নতুনকে আইছি। আক পৰাৰ[৩৩] বেছি বুলে দিবা নোৰে। দিবা লাগলি মাছ এটা খুৱাবা লাগে। চিনা নাছিল মিয়াকক[৩৪]। দিলু মিয়াককে ধৰি মস্ত এটা গলি। এডি দি থেদ্‌বা পাইহে বইক্ষা পল্লা। গান্ধী মাহাৰাজক মাছ পুৰা দি পূৰ্‌বা লাগ্‌ছি এহাতে[৩৫]।"

ধীৰেনক কাষতে দেখি শাহুৰেকৰ কথাই মনত পৰিল কামিনীৰ। হৰি বিষ্ণু সুৰবি তাই সম্মুখৰ বেৰখনলৈ চাই পঠালে: এটো এখনত দুঃশাসনে দ্ৰৌপদীৰ বস্ত্ৰহৰণ কৰি আছে—কাষতে ধূলি-মাকতি আৰু মকৰাজালেৰে ভৰি থকা আন এখন ফটোত মহাত্মাগান্ধী চিন্তাক্লিষ্ট! কামিনীৰ সাউতকৈ মনত পৰি গ'ল, শাহুৰেকে কোৱা সৈবিদ্ৰীৰ কথা কিন্তু অন্তৰৰ ভাব তাই গুপুত ৰাখিলে, ল'ৰা ছোৱালী আৰু মানুহ-দুনুহৰ অজুহাত দেখুৱাই, তাক ৰাতি এঘাৰ বজাত অহাৰ কথা কলে। লগতে এই কথাও কলে যে তাইৰ ঘৰৰ দুৱাৰ খোলা থাকিব, সি যেন চুপ চাপ ঘৰৰ ভিতৰলৈ সোমাই যায়। ধীৰেণে যেন স্বৰ্গখনহে ঢুকি পালে গাখীৰতে মহৰ খুটি, সান্দহতে হাত। ৰাতি সি কামিনীৰ ঘৰত প্ৰবেশ কৰিলে। কৈ থোৱা মতেই দুৱাৰখন খোলা আছিল। কিন্তু তাত কামিনী নাছিল। আছিল কনক, নীল, পবিন, ৰমা, গাজি আৰু উত্তম।

---

৩০ টাকুৰী। ৩১ আঠুৱা। ৩২ সোমাই। ৩৩ এপোৱা। ৩৪ মাকক। ৩৫ ইহঁতে।

বোৱাৰীয়েকৰ মুখৰ পৰা সকলো কথা শুনি মহিমাবায়েই সিহঁত কেইটাক ঘৰৰ ভিতৰত বহুৱাই ৰখিছিল। ধীৰেণ গৈ সোমোৱা মাত্রেই সিহঁত কেইটাই তাক বান্ধি পেলালে, লগে লগে বেচ এপিটন। কামিনীৰ মেখেলা এখন গলত পিন্ধাইদি থানা লৈ লৈ আহিল।

মই গৈ থানাৰ চৌহদত প্রবেশ কৰিলোঁ। গম পালোঁ, সকলো অ, চি ৰ ঘৰলৈ গৈছে। তাতেই ঘৰুৱা ভাবে মিট মাট কৰাৰ চেষ্টা চলিছে। মই গৈ প্রথমতে ধীৰেণকে দেখিলোঁ, চকী এখনত সি বহি আছে। মহিমাবাই আৰু কামীনী বহি আছে অ, চি, ৰ বাৰান্দাৰ পকী কাখি খনত[৩৬]। কিন্তু গাওঁবাসী মিটমাট কৰিবলৈ সাজু নহয়। তেওঁলোকৰ মতে ধীৰেনক গুৱাহাটীলৈ চালান দিবই লাগিব। মই নীৰৱে সকলো শুনি গ'লোঁ। মোৰ নীৰৱতাত শহুৰ ক্ষুন্ন হৈছে, মুখৰ ভাব দেখিয়েই মই বুজিলোঁ। মহিমাবাইৰ ওপৰত মই অধিকাৰ চলাব পাৰোঁ, গতিকে মহিমাবাইক মই সৈমান কৰাব পাৰিম এই আশাতেই তেওঁ বোধহয় মোক মাতি পঠাইছিল। মোৰ মৌনতাত তেওঁ ক্ষুন্ন হোৱাৰ লগতে অসহায় বোধো কৰিলে। শেষত কিবা এক ভাবি ধীৰেনক গুৱাহাটীলৈ চালান দিয়াৰ পক্ষেই তেওঁ মত দিলে। কেবল ৰাতি নৌপুৱাতেই চালান দিবলৈ অ, চি, ক তেওঁ শুনতে অনুৰোধ কৰিলে। অঃ চি, য়ে সম্মতি প্রকাশ কৰিলে।

কিন্তু দুদিন পিছতে সকলো যেন ওলট-পালট হৈ গ'ল। বাতাৰি কাকতত প্রকাশ পালে: "কংগ্রেছ আইৰ কৰ্মীক মাৰধৰ। দুৰ্বৃত্তক ধৰিব পৰা নগ'ল। পুলিচৰ জোৰ তদন্ত চলি আছে।" স্থানীয় মানুহ অবাক। মহিমাবায়ে এদিন মোক কলে, "আজি কালি ভগৱানেও ভেটি খাবা ধৰ্‌লা অ' বলীন! তাকেইতো কয়, দহৰ পাকত ভগৱানো ভূত হয়। আমাৰ আৰু ক'ত বইথা আছে? অভাগালৈ থামো নাই।" ঠিক সেই সময়তে ওলালহি শ্রীমতী। মাহিমাবাইক দেখিয়েই তেওঁ জ্বলি উঠিল, "তই ইয়ালৈ কিয় আহিছ? কুকুৰৰ

৩৬ পিৰালি।

“আত, লাই দিলে ডিঙিলৈকে অপিয়ায়। কৈ দিছোঁ, আজিৰ পৰা ইয়ালৈ আৰু নাহিবি।”

“বিনু!” মই চিঞৰি উঠিলোঁ।

“কুকুৰ কাই[৩৭], ৰাইজখানে কৰ। কৈ থাক কুকুৰণী, শুনি থাকু ঠাকুৰণী। তই কিয়া পাহাৰছা যে ওকলিৰ ভয়ত চুলি খুৱাবা তিৰী মই নহওঁ। গেলেনি[৩৮] কথাক ‘কিয়াৰ’ মই নকৰু। উচিত কথাত গুষ্টি[৩৯] বেজাৰ। বলীনে সিধানকলেগি[৪০] বাধা নকৰবো, মই আহিয়ে থাকিম। তই কুকুৰণীয়ে বাধা কৰলিও আহিম। তোৰ মাতৰাৰ মন নাই নামাতবি, বলীনে মাতবো। মনত ৰখবি আই আই, অতি দৰ্পে হত লঙ্কা।” তাৰ পিছতে “মই আইহলু বলীন” বুলি মুৰত পাচিটো লৈ মহিমাবাই গুচি গ'ল।

## আঠ

সংখ্যালঘু ছাত্ৰসন্থা গঠিত হোৱাৰ পিছৰে পৰা ঠাই খনলৈ এক উত্তেজনা নমি আহিল। সমপ্ৰদায়িক চেতনা গা কৰি উঠিল। সাতাম পুৰুষীয়া সম্প্ৰীতৰ সূতা জালত জট লাগিল। অত বছৰে একে লগে বাস কৰি অহা সম্প্ৰদায় কেইটাৰ ইটো সম্প্ৰদায়ে সিটো সম্প্ৰদায়ক অ বিশ্বাস কৰা হ'ল। চাৰিটা প্ৰধান ভাগত মানুহখিনি বিভক্ত হৈ পৰিল—হিন্দু, মুছলমান, জনজাতি আৰু বঙালী। চতুৰ্থ ভাগ টোত বঙালী হিন্দু আৰু বঙালী মুছলমান উভয়েই আছে। জনজাতি অংশটোত ৰাভা আৰু কছাৰী মানুহেই ছবহ। অথচ বিয়াল্লিছৰ গন-আন্দোলনত এই আটাই খিনি মানুহেই একগোট হৈছিল। কলহী নৈৰ দলঙত পেট্ৰোল ঢালি জুই দিয়া মানুহ কেইজনৰ ভিতৰত আছিল—কটা মুলী, মিহিৰ দোকানী, কাজিৰাভা, গোমা মাইত আৰু মোৰ আতা। কটামুলী মুছলমান, কাজিৰাভা জনজাতি, মিহিৰ

৩৭ কোন। ৩৮ টান, কটু। ৩৯ গোষ্ঠী, জাতি, কুটুম।

৪০ মেঠিয়ালৈ।

দোকানী বঙালী হিন্দু, গোমা মাউত আৰু মোক আতা অসমীয়া হিন্দু। কলহী কলহীনৈৰ বৰ্ত্তমান দলংখন লোৰ, বৃটিছৰ দিনৰে। কিন্তু বিয়াল্লিছৰ গ-আন্দোলনৰ সময়ত এই দলংখন আছিল কাঠৰ। এই কাঠৰ দলভৰ তলেৰে তেলৰ অস্থায়ী পাইপ এডাল বান্ধি দিছিল। সিটো কেম্পৰ মিলিটাৰী কেম্পলৈকে নিয়া হৈছিল সেই পাইপডাল। আনিছিল গুৱাহাটীৰ ফালৰ পৰা। সেই তেলৰ পাইপডালতে এদিন জুই লাগিছিল। কলহীৰ পানী পেট্ৰোলৰ জুইৰে অগ্নিস্নাত হৈ পৰিছিল। পানীৰ ওপৰত জুই—মানুহে জুম বান্ধি বান্ধি চাইছিল। বুঢ়াবোৰে কল্কি অৱতাৰৰ সূচনা বুলি কোৱাকুই কৰিছিল। সেই জুই লগা পেট্ৰোলৰ ফলতে মাছবোৰ মৰি গৈছিল। মৰা মাছৰ গোন্ধেৰে কলহীৰ দুয়োপাৰ দুৰ্গন্ধময় হৈ পৰিছিল। আন হাতে মানুহে মাছবোৰ খাব পৰা নাছিল—কিবা ওকোটা ওকোটা গোন্ধ। এই কথাটোকে লৈ মথুৰা পণ্ডিতে এদিন কৈছিল, "ঠিক তেতিয়াৰ পৰাই কলহীত মাছৰ সংখ্যা কমিল বলীন বাপা। যুদ্ধখনে মাছবোৰো লৈ গ'ল। নহ'লে মাছৰ উৎপাতত গধূলি কলহীৰ ঘাটলৈ এদিনীয়া মানুহে যাবলৈকে ভয় কৰিছিল। গাগাল মাছৰ কিযে গৰাং গৰাং শব্দ।" মানুহে কয়, ৰামপুৰৰ পঢ়ত্থ মহাৰাজে কলহীৰ পানীত এনে এটা ঘটনা ঘটিব বুলি একুৰি বছৰ আগতেই বোলে ভৱিষ্যত-বানী কৰিছিল। "পঢ়ত্থ মহাৰাজো কম মানুহ নহয় দেই," মথুৰা পণ্ডিতে কৈছিল, "আনৰ ঘৰত চাকৰ আছিল। এবাৰ ডাঙৰ এটা বেমাৰ হৈছিল। গাত পোকে ধৰিছিল। লৰচৰ কৰিব নোৱাৰিছিল। গিৰিহঁতে নি মৰাপাটৰ পথাৰ এখনত পেলাই থৈছিল। পিছে মানুহজনে তাতেই আৰোগ্য লভিছিল। ৰামপুৰত আহি থান পাতিছিল। থানখন আজিও আছে ৰামপুৰত। ট্ৰাঙ্ক ৰোডৰ কাষতে। তই দেখিছা নিশ্চয়।" আবুক এদিন সুধিছিলোঁ, "দলংখনত জুই কেনেকৈ লাগিছিল?" আবুৱে বৰ সঙ্গোপনে উত্তৰ দিছিল, যেন পুলিচে শুনিলেই মোৰ মৃত আতাক শ্মশানৰ পৰা নি

হ'লেও হাজোতত ভবাব, "কটামুল্লী, মিহিৰ দোকানী, কাজিবাভা, গোমা মাউত আৰু তোৰ আতেৰে গৈ জুই দিছিল। কিন্তু কোনো-জনেই ধৰা নপৰিল। অৱশ্যে তেতিয়াৰ পৰাই কটামুল্লীৰ ওপৰত পুলিচৰ চকু পৰিছিল। বাকীকেইজনক মুঠেও সন্দেহ কৰা নাছিল। পিছত অইন এটা কেচ লগাই কটামুল্লীক ধৰি নিছিল। নিজান চেলত দিছিলগৈ। জেলতো বোলে কমাখন কৰা নাছিল কটামুল্লীয়ে। ওপৰৱালাই কবিৰ গুৰি খুচৰিব দিছিল। তেওঁ কবিবোৰ গুৰিতে কাটিছিল আৰু টেমাত ভৰাই লোৱা পেছাবৰ পানী তাৰ গুৰিত দিছিল।" মুছলমান পাৰাত, কলহীৰ পাৰতে, কটামুল্লীৰ কবৰটো আজিও আছে, মাক দেখিলে মই এজন মহাবীৰ দেখা যেন পাওঁ। বিয়াল্লিছৰ গণ-আন্দোলনৰ সময়ত তেওঁবোলে সুভাস বসুৰ মহাভক্ত হৈ পৰিছিল। লগতে বোলে ইয়াকো কৈছিল যে মহাত্মা গান্ধীতকৈ সুভাস বসুক
সমৰ্থন কৰাহে ভাল, সুভাস বসুহে আচল নেতা। তেওঁৰ এই গৰম গৰম কথাবোৰ শুনিয়েই মিহিৰ দোকানী, কাজিৰাভা, গোমা মাউত আৰু মোৰ আতা গৈছিল কলহীৰ দলঙৰ তেলৰ পাইপত জুই দিবলৈ। স্বাধীনতাৰ বাবে ৰাইজক সজাগ কৰিবলৈ তেওঁ আছিল বদ্ধ পৰিকৰ। সেয়ে গাৱঁৰ ভেকাহঁতৰ সংকীৰ্ত্তনত সোমাই পৰিছিল নতুন গান, মোৰ আতাৰ মাধ্যমেৰে—

"কি দিন পৰিছে ভাবি চোৱা,
আকাসেদি উৰে যায়
আমেৰিকাৰ এৰোপ্লেন
জাপানত পেলালা বমা।
যুদ্ধৰ জাকাৰা দেশ হ'ল দুখীয়া
সকলো সজাগ হোৱা।"

সম্প্ৰীতিৰ সাঁকো আছিল কটা মুল্লী। কলহীপৰাৰ মছজিদটোত নিয়মীয়া নামাজ পঢ়া কটামুল্লী গোড়া মুছলমান নাছিল। "মানুহৰ পৰিচয় একমাত্ৰ মানুহেই"—কটামুল্লীয়ে বুজিছিল, বুজাই ছিল।

মৌলানা ভাসানীয়ে সেই কাৰণেই তেওঁক বোলে চকুপাৰি দেখিব নোৱাৰিছিল। "কিহৰ হিন্দু-মুছলমান মিলি থকা কথা কয় কটামুলী-য়ে ?" ভাসানীয়ে মোলে কৈছিল। কিন্তু আজি সেই কটামুলীও নাই আৰু সেই কলহী পাৰো নাই। মানুহবোৰ দলাদলি হ'ল। অথচ ১৯৪৭-৫০ চনত ভাৰতৰ বিভিন্ন ঠাইৰ লগতে বৰপেটা আদি অঞ্চলত যেতিয়া হিন্দু-মুছলমানৰ কাজিয়া লাগিছিল, কলহী পাৰৰ হিন্দু-মুছলমান তেতিয়াও আছিল ভাই-ভাই। মুছলমান পাৰাত, কলহীৰ পাৰতে এইটো মছজিদ। তাৰ এক কি. মি পশ্চিমে কলহীৰ পাৰতে বিহুদিয়া আৰু বৰাখাট গাৱৰ নামঘৰ সেইটো। দুই কি. মি. পূবে কলহীৰ পাৰতে মোৰ জন্ম গাওঁ কলহীপাৰত এইটো নামঘৰ। ইটো পাৰে মছজিদটো, সিটো পাৰে ছয়গাওঁ বজাৰৰ সোঁমাজতে মন্দিৰটো। মন্দিৰটোৰ পৰা প্ৰায় একুৰি কি মি ভটিয়াই গলে কলহীৰ পাৰতে পোৱা যাব বিখ্যাত চমৰীয়া সত্ৰ। আমাৰ গাৱঁৰ নাম ঘৰটোৰ পৰা প্ৰায় পোন্ধৰ-বিশ কি মি উজাই গলেই দেখা যাব কেবাটাও গীৰ্জা। একেটা কলহীৰ পানীৰেই নিজৰ নিজৰ আল্লা, গড আৰু ভগৱানক পূজা কৰিছে মানুহমি নিয়ে। একেটা কলহীৰ পানীকে হিন্দুৱেও ব্যৱহাৰ কৰিছে, মুছলমান আৰু খ্ৰীষ্টিয়ানেও। হিন্দুৱে ছুৱা বাবে আল্লাই সেই পানী নলওঁ বুলি কোৱা নাই, মুছল-মানে ছুৱাবাবে ভগৱানে সেই পানী অগ্ৰাহ্য কৰা নাই আৰু গড়ে সেই পানী অপবিত্ৰ বুলি কাকো ইতিবিদং কৰা নাই। গীৰ্জা, মছজিদ আৰু মন্দিৰত সমানেই সোমাইছে সোমাইছে সেই পানী। ঘৰতে মন্দিৰ বান্ধি পূজাৰিণী হোৱা মোৰ মাই আলীদাৰ ঘৈনীয়েকক বান্ধনী-ঘৰত বহুৱাবলৈ ঘিন কৰা নাই। কিন্তু গোপনে। কাৰণ সমাজৰ ভয়, ধৰ্মৰ ধ্বজাধাৰী পাওাৰ ভয়। গতিকে গোপনে। মামুদে মোৰ জেঠৰ ছোৱালী কৌশল্যাক পলুৱাই নি ঘৰ কৰাত সমাজখনৰ লগত মাইও সমালোচনা কৰিছে। কিন্তু অকলশৰে আমাৰ ঘৰলৈ অহা কৌশল্যাক উপদেশ দিছে, "মামুদ ছলিটো ভাল। মদ ভাং নাখায়।

উপাৰ্জনো বেয়া নহয়। ভালকে থাক্‌বি।" অথচ সেই মায়েই মহিমাবাইক আমাৰ ঘৰৰ নাদটো ছুবলৈ নিদিয়ে। কলহীৰ পানীত ছুৱা নাই, নাদৰ পানীত ছুৱা আছে। উজনি কলহীত ছুৱা হোৱা নাই। সেই পানীকে একেটা কলহীৰ ঘাটত মাই, মামুদ আৰু মহিমা-বায়ে একেলগে খাব পাৰে, কিন্তু সেই খিনি পানীকে মহিমাবাই বা মামুদে ঘৰলৈ আনি দিলে ছুৱা যায়। ক'ঠা নোহোৱা নাৱৰ দৰেই অৱস্থা এতিয়া কলহী পাৰৰ। অথচ এই কলহী পৰীয়াই জাহাঙ্গীৰৰ সৈন্যৰ লগতো খুঁজিছিল। জাহাঙ্গীৰৰ সেনাপতি মিৰ্জা-নাথনৰ ভালো-খিনি বচদ পতিতেওঁ লোকে কাঢ়ি লৈছিল। নাথন মহা বিপদত পৰিছিল। আজিৰ ছয়গাওঁ বজাৰখনৰ গাতে লাগি থকা ঢেকেনাবড়ি গাৱঁৰ শিবিৰত তেওঁ উপায় চিন্তিছিল। সম্পূৰ্ণ এচাষ। ওচৰৰ গাওঁবোৰৰ পৰা গৰু, মহ, ছাগলী, হাঁহ, পাৰ, কুকুৰা আদি লুটি সৈন্য পালি গৈছিল স'চা, কিন্তু মনত তেওঁৰ শান্তি নাছিল। কলহী-পৰীয়াই তেওঁৰ ৰাচন-বৰ্ত্তন বোৰকে কাঢ়ি নিলে! অথচ তেওঁ প্ৰতিশোধ লব-নোৱাৰিলে! আনকি কোনোজন বজাই আহি বশ্যতাও স্বীকাৰ নকৰিলে। এপষৰ পিছত মনিয়াৰিলৈ বুলি নাথনে ঢেকেনাবড়ি এৰিলে। কিন্তু কলহী পৰীয়াই তেওঁক শান্তিৰে যাব নিদিলে। তেওঁ-লোকে বাটত তেওঁক তিনিবাৰ ধৰি আক্ৰমণ কৰিলে!

কিন্তু এতিয়া নেতা নাই।

নাথনৰ আক্ৰমনৰ চাৰে তিনিশ বছৰ পিছত আমাৰ নেতা নাই!

কলহীয়ে তাৰ বাবে বিনায়।

মোৰ শহুৰ হৰিণ চৌধুৰী যোগ্য এম-এল-এ নহয়—বাইজে কয়।

গতিকে এই কেইদিন তেওঁলোকে সভা পাতিছে। সভাৰ অন্তত সমদল উলিয়াইছে:

"হৰিণ চৌধুৰী!"

"মুৰ্দাবাদ!"

"হৰিণ চৌধুৰী।"

"গাদী এৰা।"

কেৱল সেয়ে নহয়, হৰিণ চৌধুৰীৰ মুৰ্ত্তি-দাহো তেওঁলোকে কৰিছে।

ৰাইজে বিচাৰিছিল, বিদেশী খেদা এই আন্দোলনটোত তেওঁ পদত্যাগ কৰক, ৰাইজক নেতৃত্ব দিয়ক। কিন্তু ৰাতি তেওঁ জীয়েকৰ খবৰ লবলৈ আহি মোক কৈছিল, "মই পদত্যাগ কৰিলেই অসমৰ বিদেশীখিনি শুচি যোৱা হলে পদত্যাগ কৰাত মোৰ কোনো আপত্তি নাছিল। ময়েই নহয় সকলো এম-এল-এই বোধহয় পদত্যাগ কৰিব।" তেওঁ কৈ গৈছিল, মই শুনি গৈছিলোঁ, "অভিযোগ উঠিছে, আমি বহি বহি দৰ্মহা লৈছোঁ। চৰকাৰী ধনৰ অপব্যয় কৰিছোঁ। কিন্তু শিক্ষক সকলে, প্ৰফেচৰ সকলে কি কৰি দৰ্মহা লৈছে? তেওঁলোকেওতো নপঢ়োৱাকৈয়ে দৰ্মহা লৈ আছে। তেওঁলোকক পদত্যাগ কৰিবলৈ কোৱা নহয় কিয়?" শহুৰে চিগাৰেট জ্বলাই লৈছিল, "বিদেশী খিনিক ইয়ালৈ অনাৰ মূলত মৌলানা ভাসানীৰ লগতে ৰোহিনী চৌধুৰীৰো কম বৰঙনি নাই। এই বিদেশীৰ ভোট টকেই ৰোহিণী চৌধুৰী আৰু তেওঁৰ পুতেক প্ৰবীণ চৌধুৰীয়ে মন্ত্ৰীত্ব কৰি গ'ল। কিন্তু সেই একেখিনি মানুহৰ ভোটেৰে এম-এল-এ হৈ মই আখ্যা পালোঁ 'দেশদ্ৰোহী', 'বদন'। ইতিহাস বৰ অদ্ভূত, তাতোকৈ অদ্ভূত আমাৰ মানুহৰ বিচাৰ-বিবেচনা।" জীয়েকে আহি দি যোৱা চাহ কাপ খাই খাই শহুৰে কৈ গৈছিল, "নগৰবেৰালৈ গৈছিলোঁ। তুমিতো জানাই, কলহী নৈখন নগৰবেৰাৰ মাজেৰেও বৈ গৈছে ইপাৰে হিন্দুমানুহ, সিপাৰে মুছলমান। যোৱা সপ্তাহৰ 'অসম বাণী'ত পঢ়িছাই বোধহয়, চি আৰ. পি. এজনক ৰাইজে বান্দি থোৱা কথা। তদন্ত কৰি গম পালোঁ যে কোনো নাৰীকে চি আৰ. পি জনে অপমান কৰা নাই। অথচ কাকতখনত কৰা বুলি প্ৰকাশ পাইছে। তাৰ পিছুতেই গন্দগোল। হিন্দু-মুছলমানৰ কাজিয়া ইটো সম্প্ৰদায়ে সিটো সম্প্ৰদায়ক বিশ্বাস

নকৰা হ'ল। ইটো পাৰৰ বজাৰ খনলৈ মুছলমানসকল নহা হ'ল। মুছলমান মানুহখিনিয়ে সিটো পাৰতে এখন নতুন বজাৰ পাতিলে, তাতেই বেচা-কিনা কৰিবলৈ ল'লে। পিছত অভিযোগ উঠিল যে আমি এম-এল-এ চাৰিজন যোৱাৰ ফলতহে কাজিয়াখন হ'বলৈ পালে। আমিহে মুছলমানখিনিক উচটালোঁ, সংখ্যালঘু ছাত্রসন্থা গঠন কৰালোঁ। একেবাৰে মিছা অভিযোগ।" শম্ভুৱে আৰু কিবা কলে হয়, কিন্তু তেতিয়াই ওলালহি নবীন। নবীন ভাব কোঠাত সোমোৱাৰ পিছত শম্ভুৱে সৰু সৰুকৈ কলে, "নবীনক তুমি ইয়াত ৰখাটো ভাল হোৱা নাই। তোমাৰ ঘৰত থাকি, চৰকাৰী বাসভৱনত থাকি, সি আন্দোলনৰ নেতৃত্ব দিছে। এই কথা দিচপুৰতো ওলাইছিল। তুমি নবীনক আন্দোলনৰ পৰা হয় আঁতৰ কৰা, নহলে তোমাৰ লগৰ পৰা ঘৰলৈ যাব দিয়া। সি ছাত্রসন্থাৰ সভাপতি আৰু থাকে তোমাৰ লগত—মই কলেও দিচপুৰে নাজানিব, তোমাৰ অনিষ্ট হ'ব। তুমি সোনকালেই কিবা এটা ব্যৱস্থা কৰা।"

শম্ভুৰ যোৱাৰ পিছত বহু ৰাতিলৈ মোৰ টোপনি অহা নাছিল। আন্দোলনৰ কথাকেই ভাবি আছিলোঁ। আজি মই যিটো কাছাৰীত এচ. ডি চি কৰোঁ, এদিনাখন এই কাছাৰীটোলৈকে হৰতাল কৰিবলৈ আহিছিলোঁ। এচ. ডি চি. চৌধুৰীক ঘেৰাও কৰিছিলোঁ। খাদ্য-আন্দোলনৰ সময়ত বাচে-ট্রাকে ঘূৰি ফুৰিছিলোঁ। বিজয় নগৰৰ মাৰোৱাৰীয়ে লুকাইথোৱা বস্তু উলিয়াই আনি উচিত মূল্যত ৰাইজক বিক্রী কৰিছিলোঁ। মই আছিলোঁ ছাত্রনেতা। মোৰ ওজস্বী বক্তৃতাত মানুহ ভৰধ লাগিছিল। স্থানীয় এম-এল-এ জনে মোক সম্ভাব্য প্রতিদ্বন্দ্বী বুলি ভাবিছিল। মোক সমীহ কৰিছিল।

সেই খাদ্য-আন্দোলনৰ সময়ৰে কথা। ৰাতি দুটা বজাত হৰমণ কেঞাই আহি মোৰ ঘৰৰ দুৱাৰত খট খট কৰিছিল। লগত নবো

মহাজন। সন্মুখত থৈছিল এহেজাৰ টকীয়া পাঁচটা নোটৰ বাণ্ডল, "আধা বস্তু অন্ততঃ এৰি দিয়ক বলীন বাবু। চেনি, আটা, চাউল, ধান—সৰবে আধা। আপুনি আমাৰ লগ লাগক। এই বুৰ্বক মানুহবোৰৰ লগ এৰি দিয়ক। সিহঁতক কম্যুনিষ্ট কৰি কি লাভ হৈছে অপোনাৰ? সিহঁতে সমবায় কৰি বন্ধক মাটিবোৰ খালাচ কৰিব ধৰিছে, আমাৰ বহু লোকচান হৈছে। স্নোইবোৰ বাদ দিয়ক। আপুনি এম-এল-এ হ'ব খুজিছে, কিছুদিন আমাৰ নবোবাবু আৰু হৰিণ বাবুৰ লগত পলিটিক্স শিকক। আমাৰ ব্যৱসায়ী সন্থাই আপোনক সহায় কৰিব। ইলেকচন খেলিবলৈতো বহুত টকা লাগিব —সেই টকা আমি দিম। আজি এই পাঁচ হাজাৰ ৰাখক। লাগিলে আমি ....।"

"কু—কু—ৰ।"

মোৰ মুখৰপৰা ওলাই আহিছিল। হৰমন প্ৰায় জাপ মাৰি উঠিছিল। নবো মহাজনে থতমত খাইছিল।

"সকলোকে নবো আৰু হৰিণ বুলি ভাবিছা কিয়? তেজপিয়া জোক! বাহিৰ হ—এতিয়াই ওলাই মা ইয়াৰ পৰা—আই চে গেট আউট ফ্ৰম হিয়াৰ—।" লগে লগে নোটৰ বাণ্ডল কেইটা সিহঁতৰ মুখলৈ দলিয়াই দিছিলোঁ। নবো মহাজন সেমেনি কৰি থিয় হৈছিল, হৰমন গৈ দুৱাৰৰ কাষ পাইছিল।

মোৰ চিঞৰতেইনেকি কিৰণ আৰু বীৰেণইতবো টোপনি ভাঙিছিল। সিদিনা সিহঁত আমাৰ ঘৰতে আছিল। সিঁহত উঠি আহিছিল। সিহঁতক দেখি নবো মহাজনৰ মুখখন কেহেৰাজ বটা যেন হৈছিল। হৰমন চেৰাওণী প্ৰায় থকথককৈ কঁপিছিল। কথা বেগতিক নোহওঁতেই দুয়ো গৈ গাড়ীত বহিছিল। খোৱাৰ আগে আগে নোটৰ বাণ্ডল কেইটা অবশ্যে বুটলি লবলৈ পাহৰা নাছিল।

কিন্তু নোৱাৰিলোঁ। সেই ছাত্র-তেজ বেছিদিন বজাই ৰাখিব নোৱাৰিলোঁ। এ. চি. এচ দি. এচ ডি. চি. হ'লোঁ। তেজবোৰ যেন শেষ হৈ গ'ল। এখন নতুন সমাজ গঢ়িম বুলি কৰা পৰিকল্পনাবোৰ ক'ত জানো হেৰাই থাকিল। নবীন আৰু তাৰ বন্ধু ইঁতে পতা কথাবোৰ মই বাৰান্দাত বহি সঙ্গোপনে শুনো। শুনিলেই পুৰণি দিনবোৰলৈ মনটো মোৰ ভাঁহি যায়।

নৈশ বিদ্যালয় এখনত হিন্দী শিক্ষকৰ চাকৰি এটি পাই গুৱাহাটীলৈ আকৌ উভটি আহিছিলোঁ। ৰাতি ৰাতি দেৱালবোৰত দেৱাল-লিপি লিখি ঘূৰি ফুৰিছিলোঁ। বাঁওপন্থী শিবিৰ এটাৰ লগত সম্বন্ধ পাতিছিলোঁ। শিবিৰত মোক সক্রিয় সদস্য কৰা বিষয়ে পৰীক্ষা-নিৰীক্ষা চলি আছিল। তেতিয়াই চলাইছিলোঁ দুৰ কলম। চলিত সমাজ-ব্যৱস্থাৰ ওপৰত কুঠাৰাঘাত কৰি বিপ্লবী প্রবন্ধ লিখিছিলোঁ। মোৰ সেই লেখাৰ ওপৰত সাহয়িক পত্রিকাসমূহত বিতর্ক চলিছিল কেইবাসপ্তাহো। "মার্ক্সবাদ লেনিনবাদে মোৰ অস্থিৰ শিল্পী-জীৱনলৈ কটিয়াই আনি দিলে সাগৰ-সঙ্গমৰ দৃঢতা আৰু গম্ভীৰতা"—বিষ্ণুৰাভাৰ এই কথাষাৰ বৰ গভীৰ ভাবে বুজাৰ প্রয়াস কৰিছিলোঁ। মোক অনুসৰণ কৰিছিল কলহীপৰীয়া অনেক ডেকাই। মহিমাবাইকো সেই কথা বুজাইছিলোঁ। তেওঁ কেৱল বুজাই নাছিল, আনকো বুজাইছিল। মোৰ এনে লাগিছিল, মহিমাবাই যেন পালেগেয়া মিলোভ্না ভ্লাচোভ, গর্কীৰ অমৰ উপন্যাস 'আই'ৰ নায়িকাই আহি জন্ম লৈছে কলহীৰ পাৰত। সেই কথাৰে লিপিবদ্ধৰূপ দিছিলোঁ 'কণ্টনিয়ান'ৰ পাতত:

"আই,
তুমিতো মোৰ আইৰ দৰেই
আজলী আছিলা।
কিন্তু এদিন তোমাৰ চকুত জ্বলিল
অন্যায়—নিধনৰ প্রচণ্ড অনল।

মই জানো আই,
মোৰ মাজনীৰ চকুতো জ্বলিব এদিন
তেজপিয়া-নিধনৰ দাবাগ্নি।"

মই কলহীৰ পাৰত ঘূৰি ফুৰোঁ, মায়াকোভ্‌স্কীৰ অমৰ কবিতা 'পেণ্টৰ জেপত পিষ্টল' লৈ। তুই-এক তাৰ অসমীয়া অনুবাদ পঢ়ি শুনাওঁ।

মোৰ কাৰ্য্যৰ দ্বাৰা অচিৰেই আমাৰ এই কলহীপাৰৰ কম্যুনিষ্ট পাৰ্টিৰ কাৰ্য্যালয়টোৱে নতুনকৈ যেন প্ৰাণ পাইছিল। এই কাৰ্য্যালয়টো পাতি গৈছিল বিষ্ণুবাভাই। ফলত স্থানীয় থানাখনৰ বাবে ভাওৰ সঙ্কট এটা আহি পৰিছিল। কম্যুনিষ্টবিলাকে দিন-দুপৰতে মহাজন-বোৰৰ ধানৰ ভঁড়াল ভাঙি ফুৰিছিল। মোৰ ককাদেউতাৰ ভঁড়ালো তাৰ পৰা বোলে বাদ পৰা নাছিল। কটামুল্লীয়ে এই নতুন অভ্যুত্থানটোৰ কথা বিস্ময়-বিক্ষুব্ধ হৈ ভাবিছিল। মোৰ আইতাই একো থিৰ কৰিব পৰা নাছিল। সাতাম পুৰুষীয়া সমাজৰ গাঁথনিটোৰ সোলোক-ঢোলোক অৱস্থাই তেওঁক দোধোৰ-মোধোৰত পেলাইছিল। ৰায়ত বিলাকে মূৰ ডাঙি উঠিছিল, আধি-চুকানিৰ ধান তেওঁলোকে নিদিয়া হৈছিল, প্ৰায় তিনিকুৰি বছৰীয়া ককাদেউতা স্তব্ধ হৈ পৰিছিল। মোৰ পিতাক ধান সাধিবলৈ এবাৰ ভকুৱামৰীলৈ পঠাওঁতে হোৱা অঘটনটোৱে ককাদেউতাক একেবাৰে ম্ৰিয়মান কৰি পেলাইছিল। ভকুৱামাৰীৰ ছয়-সাতজন ৰায়তে প্ৰথমতে পিতাক বোলে অতি বেছি মদ খুৱাইছিল, তাৰ পিছত চোচোৰাই টানি নি গড়খাৱৈ এটাত পেলাই থৈছিল। পিতা কোনোমতেহে নমৰিল। একমাত্ৰ পুতেকৰ মৃত্যুৰ কথা ভাবি ককাদেউতা শিয়ঁৰি উঠিছিল। মদপী হ'লেও পিতাই যে আছিল ককাদেউতাৰ বংশৰ একমাত্ৰ বন্তি! পুতেকক মদ নাখাবলৈ তেওঁ বহু বুজাইছিল কিন্তু লাভ ন'হল। এদিন বোলে আবুক দুখ কৰি কৈছিল, "মই মৰাৰ পিছত তোৰ বৰ বিলাই হ'ব। ই সম্পত্তি যে ধৰি খাব পাৰিব, লক্ষণ একেবাৰে নাই। সঁচাই পুত্ৰৰ বাবে

সম্পত্তি কৰি লাভ নাই। সুপুত্ৰ হ'লে নিজে কৰি খাব, কুপুত্ৰ হ'লে সেই সম্পত্তি শেষ কৰিব।"

১৯৫১-৫৩ চনৰ কথা এইবোৰ।

ককাদেউতা শয্যাশায়ী হৈছিল। সেই পৰাই পৰা, উঠিব পৰা আৰু নাছিল।

তেতিয়াই কম্যুনিষ্ট অভ্যুত্থানৰ আগত পুলিচী শক্তি কিছুদিনৰ বাবে হ'লেও উফৰি পৰিছিল। কলহী পাৰত।

বিশ্ববিদ্যালয়ত পঢ়া প্ৰথমটো বছৰত কম্যুনিষ্ট-অভ্যুত্থানৰ বাৰ্ত্তা উজনি কলহীলৈও মই নিছিলোঁ। গাৰো-খাছিয়া-ৰাভা গাওঁবোৰত সেই বাৰ্ত্তা বিলাই ফুৰিছিলোঁ। চান্দডুবিৰ পাৰত নৃপেন পণ্টন চাম্পীৰ লগত চিনাকি হোৱা সম্বন্ধৰ সূতাডাল দীঘল কৰি নিছিলোঁ।

গতিকে কলহী উজাই বৈছিল।

বেউলাৰ ভেল উজোৱাৰ দৰে।

অসম-মেঘালয়ৰ সীমাত থকা উকিয়ামলৈকে।

উজাই যাওঁতে পাই গৈছিল সন্যাসী, হাতীগড, ঘোঁৰাবাগাৰা, বৰজুলি বৰঝাৰ আদিৰ গাৰো-খাছিয়া-ৰাভা মানুহে একেলগে বাস কৰা গাওঁবোৰ।

সেইবোৰ গাৱঁত বিলাই গৈছিল নামনি কলহীৰ মৰমবোৰ।

মৰম পাই, মৰমসনা কথা শুনি সেইবোৰ গাৱঁত থকা কলহীৰ গৰাই হাঁহিছিল। হৃদয় হৈছিল থৌকি-বাথৌ।

একেবাৰে নতুন কথা। হৰিণ মহাজনহঁতে সিহঁতক দেখোন ঠগি আহিছে।

অকালৰ দিনত তেনেই সামান্য ধন দি মহাজনহঁতে সিহঁতৰ সুন্দৰ সুন্দৰ কমলাটেঙাৰ বাগানবোৰ বছৰটোৰ বাবে কিনি ৰাখে। কিমান কম টকাত।

আহিন-কাতিত একুৰি টকা 'ভাও কাটি' দি আঘোন-পুহত এমোন ধান নিয়ে।

মোকে তেজ পিয়া দি তেজ পিয়ে।

কিমান অন্যায়!

গোহাই পৰাৰ পান-বেপাৰী সকলৰ নাৱেৰে উকিয়ামলৈ উজাই গৈছিলোঁ। বৃহস্পতিবাৰে কাউৰী মুঠাতে নাও এৰে, সিদিনাৰ ৰাতিটো বাটৰ কোনোবা গাৰো-খাছিয়া-ৰাভা গাৱঁত পাৰ কৰে, শুক্রবাৰে হাল মেলিবৰ পৰত উকিয়াম গৈ পায়। উকিয়ামত পান-কিনি শনিবাৰে পিছ বেলা নাও এৰে। ৰাতি ক'তো থকাৰ দৰ্কাৰ নপৰে। কলহীৰ ভটিয়নী সোঁত, তেনেই চিনাকি। পিছদিনা ছয়গাৱঁৰ বজাৰত আনি সেই পান মেলি দিয়ে।

পানবেপাৰীৰ এই নাৱেৰে কেতিয়াবা-কেতিয়াবা উকিয়ামলৈ উজাই নগৈ বাটতে পোৱা নৃপেন আৰু পল্টনহঁতৰ গাওঁখনত মই নামিছিলোঁ।

নৃপেন আৰু পল্টন বাৰেগাওঁ হাইস্কুলৰ মেট্রিকুলেট। পল্টনে ব্যৱসায় কৰে। বিভিন্ন বতৰত বিভিন্ন ব্যৱসায়। কেতিয়াবা পানৰ, কেতিয়াবা ধানৰ আৰু কেতিয়াবা একেবাৰে কাঠৰ। তাৰ ঘৈনীয়েকৰ এখন দোকান আছে, উকিয়ামৰ বজাৰত। লাগতিয়াল বস্তু কিছুমান পোৱা যায় দোকানখনত। বেছিখিনি সময় কলহীৰ বুকুৰেই তাৰ বেপাৰ চলে। আজি কালি ছয়গাৱঁৰ পৰা উকিয়ামলৈ বতৰ ভালে থাকিলে, বিশেষকৈ খৰালি, সি দুই-এখন লৰী চলিবলৈ লৈছে, পল্টনে তাৰ ওপৰত ভৰসা নকৰে। "আই কলহীৰ সমান কোন হ'ব পাৰে?" পল্টনে মানুহক প্রশ্ন কৰে। মোক এদিন এই লৈয়ে সি এটা সাধু শুনাইছিল: "ঘোগা, দোকণ আৰু চিৰী— উকিয়ামত এই তিনি ধাৰা পানী মিলি আই কলহী বৈ নথকা হ'লে আমি কেতিয়াবাই মৰি ভূত হ'লোঁ হয়। আমাৰ গাৰো-খাছিয়া বুঢ়া-বুঢ়ী সকলে কয়—ঘোগা, দোকণ আৰু চিৰী বোলে তিনজনী গাভৰু ছোৱালী, তিনিও সখী। ঘোগা গাৰো, দোকণ খাছিয়া আৰু চিৰী তহঁতৰ ভৈয়ামৰ। ঘোগাৰ গাল মুখ পকা থেকেৰাৰ

দৰে, দোকণৰ আধা-পকা কমলা টেঙাৰ দৰে আৰু চিৰীৰ পকিবলৈ ওলোৱা বগৰীৰ দৰে। চিৰী ফুৰিবলৈ আহিছিল সখীয়েকহঁতৰ ঘৰলৈ। হাবি-জঙ্গল পাৰ হৈ। ব্ৰহ্মাৰ পুতেকৰ লগত তাইৰ বিয়া ঠিক হোৱাৰ পিছত। বাটত এজোপা কৰ্দৈগছৰ গুৰিত কৰ্দৈটেঙা খাই খাই তাই জিৰাইছিল। কৰ্দৈজোপাৰ তলেৰে সৰু এটা নিজৰা বৈ আছিল। চিৰীৰ চুলিকোছা ইমান দীঘল আছিল যে নিজৰাৰ পানীত পৰাকৈ পেলাই থৈছিল। নিজৰাৰ ধাৰত তাৰে এডাল চুলি ভাঁহি গৈ ভাটিৰ ফালে গা ধুই থকা ঔগুৰীৰ ৰাজকুমাৰৰ ভৰিত লাগিছিল। ৰাজকুমাৰে চুলিডাল টানিছে আৰু টানিছে, কিন্তু শেষ নহয় হে নহয়। চুলিডাল টনা হলত তেওঁ গৈ বোহঘৰত পৰিল— সেই দীঘল চুলিয়া গাভৰু জনী তেওঁক লাগে! কিন্তু গাভৰুৰ ঠিকনা? এজন গাৱোৱে আহি কলে যে এজোপা কৰ্দৈগছৰ গুৰিত চিৰী নামৰ তেনে এজনী দীঘল চুলিয়া গাভৰু তেওঁ দেখি আহিছে, সোধোঁতে খৈৰামী ৰাজ্যত থকা দুই সখী ঘোগা আৰু দকণৰ ঘৰলৈ গৈ আছে বুলি কৈছে। ঔগুৰিৰ[1] ৰজাই আদেশ দিলে: সাতকুৰি সৈন্য লগত লৈ ৰাজকুমাৰ নিজেই যাওক গাভৰুক বিয়া কৰাবলৈ। একেবাৰে বৰ সাজি। গতিকে সাতকুৰি ঘোঁৰা দৌৰিল খৈৰামী ৰাজ্যৰ ফালে। বাট দেখুৱাই নিলে গাৱোজনে। প্ৰথমে গ'ল সেই কৰ্দৈজোপাৰ গুৰিলৈ, কিন্তু চিৰী তেতিয়া বহু দূৰ পাইছেগৈ। বিৰহ-কাতৰ ৰাজকুমাৰে কলে, "চিৰীক নাপালোঁ, কিন্তু তাই জিৰাইছিল এই কৰ্দৈজোপৰ গুৰিতে। গতিকে আজিৰ পৰা এই ঠাইৰ নাম হ'ব কৰ্দৈগুৰি'[2]। দৰাবেশী ৰাজকুমাৰৰ লগত সাতকুৰি ঘোঁৰা আকৌ দৌৰিল। বাটতে পালে সন্ন্যাসী এজন। সন্ন্যাসীয়েও কলে যে চিৰী

---

১। ঔগুৰী আজিও আছে। ঔগুৰীতে বিশ্বসিংহই তেওঁৰ প্ৰথম ৰাজধানী পাতিছিল বুলি চতুৰ্থ অধ্যায়ত কোৱা হৈছে।

২। গুৱাহাটীক বাদ দিলে দক্ষিণ কামৰূপৰ প্ৰথম থানাথন এই কৰ্দৈগুৰিলৈ স্থাপন কৰা হৈছিল।

নামৰ গাভৰু এজনী সেই বাটেৰে গৈছে। ৰাজকুমাৰে ঠাইৰ নাম দিলে 'সন্যাসী'[৩]। কিছুদূৰ যোৱাৰ পিছত ৰাজকুমাৰই'তে এইবাৰ এজনী মালিনী বুঢ়ীক লগ পালে। বুঢ়ীয়ে খাটাং কৰি দিলে যে চিৰী সেই বাটেৰেই গৈছে। ৰাজকুমাৰে মনৰ আনন্দত চিৰীক পিন্ধাবৰ বাবে সেই মালিনী বুঢ়ীৰ পৰা ধুনীয়া ধুনীয়া ফুলৰ মালা কেইডালমান কিনি ললে। যাবৰ পৰত কৈ গ'ল, "মই বিয়াৰ বৰ সাজি আহিছোঁ। লগত টকা-পইছা তেনেকৈ অনা নাই। হাতত কেৱল সেনাৰ এই ৰাজদণ্ড ডাল। তাকে তই ৰাখি থ। তোৰ ভালৰ বাবে আৰু এটা ৰাজ-আদেশ দি যাওঁ, 'আজিৰ পৰা তোৰ এই বাৰীখনৰ নাম হ'ল 'মালিনী থান'। 'মালিনী থানৰ আগেৰে যোৱা যিকোনো লোকেই এই থানত সোনৰ নহলেও কাঠৰ মাৰি বা খৰি এডালকে দি সেৱা জনাই যাব লাগিব। নহলে বাটত তেওঁৰ বিপদ হ'ব[৪]।" সাতকুৰি ঘোঁৰা দৌৰি থাকিল। বৰযাত্ৰী সেই দলটোৱে এইবাৰ দেখিলে, জালুকৰ বাৰী এখন। ৰাজকুমাৰে আদেশ দিলে, "ভৈয়ামৰ ছোৱালী চিৰী। জালুক খাবলৈ ভাল পাব। ছিঙি আন সাত খাং জালুক। লগতে এই ঠাইৰ নাম হ'ল—'জালুকবাৰী'।" সাতকুৰি ঘোঁৰা আকৌ দৌৰিল। অলপ এঢলীয়া ঠাই এখন পালে, বৰবেশী ৰাজকুমাৰ ঘোঁৰাৰ পৰা তাত বাগৰি পৰিল, মানুহবোৰে ঠাইখনৰ নাম দিলে 'বৰ বাগাৰা', পিছলৈ হ'ল 'বৰ বাকাৰা'। তীব্ৰ বেগত ৰাজকুমাৰৰ ঘোঁৰা দৌৰিছে, বৰযাত্ৰী দলটোক ভালেখিনি পিছত এৰি থৈ। সেই দৌৰত ঘোঁৰাটো এবাৰ বাগৰি পৰিল। মানুহে ঠাই ডোখৰৰ নাম দিলে—'ঘোঁৰা বাগাৰা'। বাগৰা ঘোঁৰা তুলি লৈ ৰাজকুমাৰ এইবাৰ এটা ঘূলিৰ পাৰত থিয় হ'লগৈ।

৩। সন্যাসী আজিও আছে।

৪। এই বিশ্বাস, এই নিয়ম এতিয়াও চলি আছে। এই সাধুটোত উল্লেখ কৰিব ওলোৱা জালুকবাৰী, বৰবাকাৰা, ঘোৰাবাগাৰা, বৰঘূলি বৰঝাৰ আদি গাওঁবোৰ আজিও আছে।

ঘূলিটোৰ সিপাৰে দেখিবলৈ পালে পকিবলৈ ওলোৱা ৰণৰীযেন গাল-মুখৰ অপূৰ্ব সুন্দৰী-চিৰীক। কিন্তু চিৰী পাৰ হোৱাৰ পিছতে ঘূলিটো পানীৰে ভৰি পৰিল, কণমানি ঘূলিটো বিৰাট এটা ঘূলিলৈ সলনি হ'ল। ৰাজকুমাৰে চিঞৰিলে, "চিৰী, ৰবা! তোমাৰ চুলি দেখিয়েই মই মোহিত হৈছোঁ। মই ঔগুৰীৰ ৰাজকুমাৰ! সাতকুৰি ঘোঁৰালৈ বৰ সাজি আহিছোঁ, তোমাক বিয়া কৰাবলৈ। মই প্ৰতিজ্ঞা কৰিছোঁ, তোমাক বিয়া কৰাব নোৱাৰিলে মই মোৰ ৰাজ্যলৈ আৰু ঘূৰি নাযাওঁ।" ৰাজকুমাৰৰ কথা শুনি সিপাৰে থিয় হৈ থকা চিৰীৰ বুকু কঁপি উঠিল! ঔগুৰীৰ ৰাজকুমাৰে কি বলকিব ধৰিছে এইবোৰ! তাই সে ব্ৰহ্মাৰ পুতেকৰ বাক্‌দত্তা! তাই চিঞৰি চিঞৰি কবলৈ ধৰিলে, "এইটো বৰ ডাঙৰ ঘূলি। পাৰ হৈ নাহিবা। আহিলেই তুমি মৰিবা।" তাৰ পিছত তাই প্ৰাণটাকি দৌৰিবলৈ ধৰিলে। মানুহে কয়, 'বৰ' সাজি অহা ৰাজকুমাৰে 'বৰ-যাত্ৰী' সকলৰ সৈতে এই 'বৰ ঘূলিটোৰ পাৰত সাত দিন কটাইছিল, পানী শুকোৱালৈ বাট চাই, গতিকে ঠাইখনৰ নাম হ'ল 'বৰঘূলি'। ইপিনে চিৰী দৌৰি থাকিল, 'বৰ জাৰনি' এখনৰ মাজে মাজে, মানুহে কয়, সেযেই বৰজাৰ, পিছত মুখ-বাগৰি হৈছে 'বৰঝাৰ'। এইদৰে চিৰীয়ে দৌৰি দৌৰি দুই সখীয়েক ঘোগা আৰু দোকণৰ ঘৰ পালেহি। সখীয়েক হইঁতক তাই সকলো কথা বিৱৰি কলে। কথা শুনি ঘোগা আৰু দোকণ শেঁতা পৰি গ'ল, "সৰ্বনাশ! ঔগুৰীৰ ৰাজকুমাৰ যে আমাৰ খৈৰামী কোৱঁৰৰ সখি! কি কৰা যায় এতিয়া?" উপায় নাপাই তিনিও বিৰাট এখন হাবিৰ মাজত লুকাই থাকিলগৈ। পিছে খৈৰামী কোঁৱৰে নিজৰ ৰাজ্যৰ প্ৰতিখন হাবিৰ প্ৰতিটো পাতকে চিনি পায়। চিৰীহঁতক লুকাই থকা ঠাইখ'ন বিচাৰি উলিয়াবলৈ তেওঁৰ বেছিপৰ নালাগিল। চিৰীহঁতৰ দেখিয়ে খৈৰামী কোঁৱৰ চিঞৰি উঠিল, "সখি, ধৰা ধৰা! এইজনীয়েই চিৰী। ঘোগা আৰু দোকণৰ লগত লুকাই আছেহি।" চিৰীক দেখিবলৈহে পালে, ঔগুৰীৰ ৰাজকুমাৰে

ঘোঁৰা মেলি সেইফালে ঢাপলি মেলিলে। চিৰীৰ অণ্ঠ-কণ্ঠ শুকাই গ'ল। ঘোগা আৰু দোকণক তুকাষে লৈ তাই দৌৰিবলৈ ধৰিলে। ভৈয়ামৰ ঘৰৰ ফালে। ৰাজকুমাৰহঁতে দেখি বিচুৰ্ত্তি খালে, তিনিজনী মানুহ দেখোন এজনী হৈ পৰিল। তিনিজনী মানুহতো দৌৰা নাই, এজনীহে দৌৰিছে!! কিন্তু ঔগুৰীৰ ৰাজকুমাৰ বহি থকা ভকত নহয়! তিনজনী মিলি এজনী হোৱা মানুহজনীকে ধৰিবলৈ ঘোঁৰা তেওঁ দৌৰাই থাকিল। মানুহে কয়, ঘোগা-দোকণ-চিৰী একেজনী হৈ সিফালেৰেই দৌৰি গ'ল, সেই ফালেৰেই পানী এধাৰি বৈ গ'ল—সেয়েই আমাৰ কলহী। ভৈয়ামলৈ দৌৰি থাকোঁতে সিহঁত তিনজনী মাজে মাজে বোলে এজনীৰ পৰা আনজনী পৃথক হৈও পৰিছিল। তেতিয়া সিহঁত সিফালেৰেই গৈছিল, সেই ফালেৰেও পানী কেইধাৰিমান বৈ গৈছিল সেইবোৰেই কলহীৰ বৰ্ত্তমান জান-জুৰিবোৰ। সিহঁত য'ত য'ত জিৰাইছিল, সেইবোৰ ঠাইত একো একোটা গাতঁৰ সৃষ্টি হৈছিল, ঔগুৰীৰ ৰাজকুমাৰৰ ঘোঁৰাৰ গতি ৰোধ কৰিবলৈ, সেই গাতঁবোৰেই আজিৰ বিল-খালবোৰ। এইদৰে বিল, খাল, জান জুৰিৰ সৃষ্টি কৰি তিনিও সখী দৌৰি থাকিল—চিৰীৰ ভাবী স্বামী ব্ৰহ্মাৰ পুতেকৰ ঘৰলৈ—ব্ৰহ্মপুত্ৰৰ বুকুলৈ। সিহঁত চিৰীহঁতৰ ঘৰত নোসোমাল, চিৰীৰ দুখীয়া ঘৰখনে দুজন ৰাজকুমাৰৰ হাতৰ পৰা সিহঁতক ৰক্ষা কৰিব কেনেকৈ? পিছে পিছে যে দৌৰি আহিছে ঔগুৰীৰ সাতকুৰি আৰু খৈৰামীৰ সাতকুৰি, মুঠ চৈধ্য কুৰি ঘোঁৰা? কিন্তু ধৰিবহে নোৱাৰিলে। একেজনী হৈ পৰা তিনি সখী ব্ৰহ্মপুত্ৰৰ বুকুত সোমাই পৰিল। পিছে ব্ৰহ্মাপুত্ৰইহে কোলে বেয়া কাম এটা কৰিলে, "তোমালোক তিনিও সখী একেজনী হৈ মোৰ বুকুৰ মাজত সোমাই পৰিছা। গতিকে তোমালোক তিনিও জনীয়েই মোৰ পত্নী।" নিজৰ স্বামীৰ এনে অন্যায় কাৰ্য্যৰ কথা শুঁৱৰি ভৈয়ামৰ চিৰীয়ে বোলে কেতিয়াবা কেতিয়াবা কান্দে তেতিয়াই নামানি কলহীৰ দুয়োপাৰ

বানপানীৰে ভৰি পৰে। সখীৰ স্বামীকে নিজৰো স্বামী বুলি বৰণ কৰিবলৈ বাধ্য হোৱা ঘোগা আৰু দোকণেও মাজে মাজে আজিও বোলে কান্দে, উজনি কলহীৰ পাৰৰ পাহাৰবোৰ তেতিয়া খহিবলৈ ধৰে। আনপিনে ঔগুৰীৰ ৰাজকুমাৰ আজিও ঘুৰি যাব পৰা নাই নিজস্ব ৰাজ্যলৈ, নিজৰ প্ৰতিজ্ঞাৰ কথা সুঁৱৰি। মানুহে কয়, কলহীৰ বুকুত মাজে মাজে সি কল কল শব্দ উঠে, সেইবোৰ বোলে ঘোঁৰাৰ খোজৰহে শব্দ ঔগুৰীৰ সাতকুৰি আৰু খৈৰামীৰ সাত কুৰি, মুঠ চৈধ্যকুৰি ঘোঁৰাৰ খোজৰ শব্দ। এই সকলোকে এতিয়া এটাই সমস্যা :

ঔগুৰী উকিয়াম,
এতিয়া ক'ত যাম ?"

সাধুটো কৈ উঠি পল্টন খাছিয়া বৈছিল। তাৰ পিছত নৃপেনৰ কথা কৈছিল, "নৃপেনকো মই বেপাৰ কৰাৰ কথা কৈছিলোঁ। কিন্তু সি নামানিলে। উজনি কলহীৰ এই গাৰো-খাছিয়া-ৰাভা ল'ৰা-ছোৱালীবোৰৰ শিক্ষিত কৰি তোলাই বোলে তাৰ জীৱনৰ ব্ৰতা সেয়ে বহুদিন আগতে বন্ধ হৈ যোৱা প্ৰাইমাৰী স্কুলখন সি আৰম্ভ কৰিছে। সিকয়, সেইখনৰ সি এদিন এম ই কৰিব, তাৰ পিছত হাইস্কুল। কেৱল সেয়ে নহয়, উকিয়ামত কলেজ পতাৰ কথাও সি মোৰ কৈ থাকে।"

সঁচাই অলপ বেলেগ ধাতুৰে গঢ়া মানুহ নৃপেন চাংমা। সি মোক কৈছিল, "কলেজত পঢ়িব পাৰিলোঁ হয়। বাৰেগাৱৰ গীৰ্জাৰ পাদুৰীয়ে ও পঢ়িবলৈকে কৈছিল। মই দুই নম্বৰৰ কাৰণে প্ৰথম বিভাগ নোপোৱা বাবে 'ইস ইস' কৰিছিল। কিন্তু নপঢ়িলোঁ। মই যে মেট্ৰিক পাছ কৰিছোঁ, এই অঞ্চলৰ গাৰোৰ বাবে সেইটোৱে বৰ ডাঙৰ কথা। মই অকলে পঢ়িলে কি হ'ব ? আৰু দুটামানক পাঠশালাৰ পৰা উলিয়াই পঠাওঁ, সেইটোহে ভাল কথা হ'ব।" আন এদিন কৈছিল, "গাৰোৰ গোবিন্দ আতৈৰ কথা তোক বুজাই কোৱাৰ

প্ৰয়োজন নাই। শুনামতে তেওঁ গামেৰীমুৰাৰ ফালৰ মানুহ। চান্দোৰ ভিঙা নামক টিলাটোত কিছু কাল কটাইছিল। নাৱেৰে পান, লাহা এডি, জলকীয়া আদিৰ বেপাৰ কৰি ফুৰিছিল। এই কলহীৰে তেওঁৰ নাও কিমানবাৰ উজাইছিল আৰু ভটিয়াইছিল, তাৰ হিচাপ কোনেও দিব নোৱাৰে। আমাৰ গাৰো গাওঁবোৰত তেওঁ ঘূৰি ফুৰিছিল। মানুহবোৰক বৈষ্ণৱ ধৰ্মৰ শিক্ষা দিছিল। মানুহক তেওঁ কৈছিল: কলহীৰে ভটিয়াই গৈ তেওঁ এবাৰ লুইতৰ এটা ঘাটত নাও বান্ধিছিল, ৰাতিটো তাতে পাৰ কৰিছিল। সিদিনা সেই ঘাটতে শঙ্কৰদেৱেও আহি নাও বান্ধিছিল চিনাকি হৈছিল গোবিন্দ গাৰোৰ লগত। ৰাতি শঙ্কৰদেৱৰ ধৰ্ম-কথা শুনি গোবিন্দ তেনেই মুগ্ধ। শঙ্কৰদেৱৰ তেওঁ শৰণ ললে।[৫] গোবিন্দ গাৰো হৈ পৰিল গাৰোৰ গোবিন্দ আতৈ। শঙ্কৰদেৱে গাৰো মানুহবোৰক কিমান ভাল পাইছিল! গাৰোবোৰক ধৰ্ম-শিক্ষা দিয়াৰ ভাৰ তেওঁ গোবিন্দ আতৈৰ ওপৰতে জাপি দিছিল।' নৃপেন কিছু বৈছিল, তাৰ পিছত' মোৰ ভাৱাবেগলৈ লক্ষ্য কৰি কৈছিল, "কিন্তু আজি কি হৈছে? তহঁতে আমাৰ মানুহ বুলি এতিয়াও নাভাবা। তহঁতৰ ঘৰলৈ গলে এতিয়াও চোতালৰ একাষত কলপাত বা দোনাত ভাত দিয়া। তহঁতো তহঁতেই, আনকি শঙ্কৰদেৱৰ উত্তৰাধিকাৰী বুলি দাবী কৰা সত্ৰাধিকাৰ সকলো সেই একেই। আন ঠাইৰ কথা বাৰ নকওঁৱেই, কেৱল এই কলহীৰ দুয়ো পাৰতে কিমান কেইখন সত্ৰ আছে। কিন্তু কোনোখন সত্ৰৰ বা সত্ৰাধিকাৰেই আমাক নিজৰ কৰি নললে। তই কেতিয়াবা হিচাপ কৰি চাইছানে, গুৱাহাটীৰ পশ্চিমৰ পৰা কেৱল এই দক্ষিণ কামৰূপ খনতে, অসম আৰু মেঘালয়ৰ সীমাই সীমাই কিমান গীৰ্জা গাঢ়ি উঠিছে? কিয় গঢ়ি উঠিছে? গীৰ্জাৰ এই পাদ্ৰীসকল কোন বাটেৰে আহিছে? তহঁতৰ

৫। শঙ্কৰদেৱ আৰু গাৰোৰ গোবিন্দৰ এই কলহী পৰীয়া কিংবদন্তী 'কথাগুৰু চৰিত' (পৃঃ ১০৯-৪০: উপেন লেখাৰ সম্পাদিত) লগত নিমিলে।

সত্ৰবোৰৰ নওলাৰেই। আমি কিয় খৃষ্টীয়ান হ'লোঁ? তহঁতক গোভামিৰ বাবেই।”

উত্তৰ দিবলৈ কথা মই বিচাৰি পোৱা নাছিলোঁ। ইতিমধ্যে আমি টিলাটোত থকা সিহঁতৰ চাংঘৰেৰে ভৰা গাওঁখনৰ পৰা নামি আহি কলহীৰ পাৰ পাইছিলোঁ। দুয়ো কলহীৰ বুকুলৈ নামি গৈ দুধাৰি আঠুৱনি পানীৰ মাজত থকা বহ,ল শিল এটোত বহি পৰিছিলোঁ। চৌদিশে চাই পাঠাইছিলোঁ, আঃ কি অপূৰ্ব সুন্দৰ! উজনি কলহীৰ এই ৰূপৰ তুলনাই যে নহয় নামনি-কলহীৰ লগত! নৃপেনকে মই কৈছিলোঁ, “মোৰ এজন ককাইদেউৰ বয়সীয়া বন্ধু আছে। নাম ভুবন চন্দ্ৰ কলিতা। গল্প আ উপন্যাস লিখে। মধ্য-কলহীৰ সাপৰটাৰী গাৱঁত ঘৰ। তেওঁৰ মতে আমাৰ এই কলহী নৈখন ‘মায়া-কাজল সনা কলহী’ আৰু মোৰ মতে ‘বেশ্যা কলহী’! তহঁতৰ এই উজনি কলহীলৈ আহিলে মোৰ ভাব হয়, জীয়ৰী কালত কলহী সচাঁই মায়া-কাজল সনা’ আছিল, কিন্তু মাজ বয়স নেপাওঁতেই ৰূপ তাইৰ পৰি আহিল, আদহীয়া বয়সত পেটৰ জ্বালাত বেশ্যা-বৃত্তি কৰাৰ বাহিৰে তাইৰ আৰু উপায় নাথকিল।”

“তই এই কবিতাৰ দৰে কথাবোৰ নকবি। বুইছা। সেইবোৰ বিলাস। তহঁতৰ ভৈয়ামৰ মানুহবোৰে পাহাৰৰ মানুহবোৰক মুখেৰে ‘ভাই ভাই’ বুলি ঘৰলৈ নিয়াৰ পিছত চোতালৰ একাষত বা কাথিৰ একোনত কলপাতত ভাত খাব দিয়াৰ দৰে কথা সেইবোৰ।” বুজিলোঁ, নৃপেনৰ কিবা এটা খং উঠি আছে। মোক পাই ভৈয়ামৰ প্ৰতি থকা তাৰ সমস্ত ক্ষোভ প্ৰকাশ কৰিব খুজিছে। সি কৈছিল, “সৰুতে মাজপাৰা গাৱঁলৈ যোৱাৰ কথা মনত আছে। মাইৰ লগত। ছয়গাওঁ। বজাৰৰ ওচৰৰ গাঁও সেইখন। পুৰকোঁচ মানুহৰ গাওঁ। পানবেপাৰীৰ নাৱত উঠি আমি তলৈ-গৈছিলোঁ। বেপাৰী এজনৰ ঘৰতে আছিলোঁ। আমাক খাবলৈ দিছিল—কলপাতত, কাথিৰ একাষত। আজা—ভাত লাগিলে

বাঙ্কনীজনীয়ে ডুৱাৰ-গৰাৰ পৰা হাত মেলি আমাৰ পাতৰ ওপৰত পেলাই দিছিল। এবাৰ তেনেকৈ দিওঁতে 'নালাগে নালাগে' বুলি হাতখন মাই দাঙিছিল আৰু তেতিয়াই মাৰ হাতাখন কবচখনত লাগিছিল। লগে লগে মানুহজনীয়ে সেইখন চোতাললৈ দলিয়াই দিছিল। পিছত সৰু ছোৱালী এজনীৰ দ্বাৰা ধুই মেলিছে সেইখন ভিতৰ সোমাইছিল। ইমানেই নীচ এই গাৰো!" নৃপেন কিছু কৈছিল। ভৈয়ামৰ এঘৰ কোঁচ মানুহে বহু বছৰ আগতে 'গাৰো' বুলি সিহঁত মাক পুতেক হালক কৰা দুৰ্ব্যৱহাৰৰ কথা শুনিবলৈ মই বাধ্য হৈছিলোঁ। কিন্তু নৃপেনৰ মুখৰ ফালে চাব পৰা নাছিলোঁ। কলহীৰ বুকুৰ শিলচটাত ওপৰ মুৱাকৈ শুই শুই আৰু বহল আকাশখন চাই চাই নৃপেনৰ ক্ষোভৰ কথা মই শুনি গৈছিলোঁ, "কিন্তু সেই একে ঘৰ মানুহেই আমি দিয়া মৌখিনি আগ্ৰহেৰে ঘৰৰ ভিতৰত নি ৰাখিছিল। ৰাতি মানুহঘৰে গীতা পাঠ কৰিছিল। গীতাপাঠৰ কাৰণে আকৌ হাঁহিউঠা। মানুহ ঘৰৰ বাটি নামৰ কছাৰী চাকৰ এজন আছিল। সিদিনা দিনত তাক গোবৰ আৰু কিবাকিবি খুৱাই কোঁচ জাতিলৈ নে শৰণীয়া কছাৰীলৈ 'প্ৰমোচন' দিছিল। ৰাতি সেই উপলক্ষেই সেই গীতাপাঠটো। গীতা পাঠৰ থাপনাত আকৌ আমি দিয়া মৌখিনিকে দিছিল। কেৱল সেয়ে নহয়, বেছিকৈ পোৱা বুলি ভকতহঁতক তিনি চামুচকৈ মৌ হাতৰ তলুৱাত দি গৈছিল ভকতহঁতে হাতৰ তলুৱা ধুব নলগাকৈ চেলেকি চেলেকি খাইছিল। কিন্তু সেই মৌ নিয়া মা আৰু মোক ছুব নোৱাৰি। আমাক থাকিবলৈ দিছিল ঢেঁকীশালৰ এফালে।" মই অনুমান কৰিছিলোঁ নৃপেন কিছু উত্তেজিত হৈ পৰিছিল, "ৰাতি কিমান হৈছিল, মনত নাই। মাইৰ চিঞৰত সাৰ পাইছিলোঁ। সাৰ পায়েই দেখিছিলোঁ, "ৰাতি হোৱাৰ মিতদাখন দাঙি লৈ মাই কোঁপাই আছে। ঘৰখনৰ আন-বিলাক মানুহো বাহিৰত। মাইকৈ গৈছে 'চাল্লা কুকুৰ, ঘৰৰ ভিতৰত থাকিবতো নিদিয়াই, ঢেঁকী ঘৰতো কামুৰিব আহা। আমাৰ ঘৰলৈ

গলে 'মিতেনী মিতেনী একেবাৰে ঘৰৰ ভিতৰ পোৱা, একোখন চাঙতে শুবলৈ দিওঁ, তোৰ ঘৰত দুদিন ধৰি বাহিৰত থাকিলোঁ, এতিয়া আকৌ মোকে তিৰী কৰিবা আহিছো। হানানীত যদি ইমানেই মন, নাচাপিলি কিয় হানানীতগৈ? ভাল বাচিলি, দৌৰি পালালি, নহ'লে একে ঘাপে দুচেও কাৰিলোঁ হয়। তাৰ পাছত মাই মূৰত গোৰাটো লৈ আৰু এহাতেৰে টানি নিয়া দি নি সেই ৰাতিয়েই মানুহ ঘৰৰ ঘৰ এৰিছিল, 'বল, এই কুকুৰগালৰ মাজত নাথাকোঁ। আমি নামতহে 'হানা' কিন্তু কাকো নাহালো, ইহঁতেহে হানে।"

নৃপেনে ফোপাইছিল।

মোৰ মুখৰ মাত নোহোৱা হৈছিল।

আমি বহি থকা শিলটো মাজত লৈ কলহীৰ দুধাৰি সোঁত হৈ আছিল। নীৰৱে।

নৃপেন আৰু ময়ো নীৰৱ। বহু সময় পিছত সেই নীৰৱতা মই ভাঙিছিলোঁ, "অতীতৰ বেয়া কথা খুচৰি লাভ নাই। অতীতৰ অভিজ্ঞতাৰে বৰ্ত্তমানটো ভাল কৰাহে আচল কথা। পঢ়িয়া মাধৱ আতাৰ দিনৰ কথাকে ভাবচোন। তহঁতৰ গাৰো-খাছিয়া মানুহ বিলাকে তেতিয়া বৰদুৱাৰ-হেৰামদ অঞ্চলত লুট-পাট কৰি ঘূৰি ফুৰে। তেওঁলোকৰ ভয়ত ৰাতি ঘৰত মানুহ থাকিব নোৱাৰে। এবাৰ পঢ়িয়া মাধৱ আতাৰ তেওঁৰ তিনি পুতেকে হাবিৰ মাজত লুকাই থৈয়ে ৰক্ষা কৰিছিল। বতাহ-বৰষুণত তিতি-বুৰি আতাই এটা ৰাতি হাবিৰ মাজত পাৰ কৰিছিল।" অলপ বৈ মই পুনৰ কৈছিলোঁ, "আকৌ লুকীৰ কথাই ভাবচোন। প্ৰায় দেৰশ বছৰ আগৰ কথা মাথোন। গামেৰীমূৰাৰ দক্ষিণে এখন গাৰো ৰাজ্য আছিল। লুকীৰ ৰাজ্যৰ লগত গাৰো ৰজাৰ বৰ সম্ভাৱ আছিল। মানৰ তৃতীয় আক্ৰমণত লুকীৰ ৰজা হৰদত্ত সিংহ সেই গাৰো ৰাজ্যলৈকে পলাই গৈছিল। তাতেই তেওঁ মৰিছিল। বাপেকৰ মৃত্যুৰ পিছত পুতেক হৰিদত্ত সিংহই তাতেই ৰাজ্যভিষেক পাতিছিল। ১৮২৬ চনতহে লুকীলৈ

নামি আহিছিল। জয় সিং তেওঁবেই মহা বিচক্ষণ মন্ত্ৰী। গাৰো ৰজাৰ কি জানো হৈছিল, লুকীৰ ৰাজ-ভঁড়াল লুট কৰিবলৈ তেওঁৰ বৰ মন গৈছিল। কিন্তু জয়সিং থাকিলে নোৱাৰে। গতিকে গাৰো-ৰাজ্যৰ বিবাদ এটা নিষ্পত্তি কৰিবৰ বাবে জয় সিংহক মাতি পঠালে। পিছে সেইটো আছিল ষড়যন্ত্ৰ। মালাণ্ডৰ পশ্চিমে গাৰোবিলাকে জয়সিঙক যাঠিৰে হোলোঙাই পেলাই থলে। লগে লগে লুকী ৰাজ্যত লুট-পাট। মন্ত্ৰীৰ নাবালক পুতেক দুজন আৰু গাভৰু ভনীয়েকক ধৰি নিলে; এজন ধনী গাৰোৱে তাইক তাৰ তিৰোতা বুলি ঘোষণা কৰিলে। কিন্তু যাওঁতে বাটত তাই ককায়েকৰ হোলোঙাই থোৱা দেহটো দেখিলে, প্ৰাণ তেওঁৰ তেতিয়াও যোৱা নাই, চকু দুটাৰ পিৰিঠি সামান্য লৰি আছে। ভনীয়েক আৰু বৈ থাকিব নোৱাৰিলে। হাতৰ হীৰাৰ আঙঠিটো চেলেকি তাতে তাই মৰিল।”

নৃপেনে মোলৈ চাইছিল। মই তালৈ। সি কৈছিল, “তোৰ কথা মই মানো। জাতিয়ে জাতিয়ে কৰা ৰণ নিৰৰ্থক। ধনী-দুখীয়াৰ ৰণখনহে আচল ৰণ। কিন্তু জাতিৰ অস্তিত্ব মাৰ্ক্সেও অস্বীকাৰ কৰা নাই—তয়েই কৈছিলি। সেই কাৰণেই বঙালী ঔপন্যাসিকা প্ৰভাৱতী দেৱী সৰস্বতীৰ ‘মৰুৰ পথে’ উপন্যাসত “অসভ্য আসামে” বিষয়ক কথাখিনি পঢ়ি জ্বলি-পকি মৰিছিলি। পিছে ‘মিৰি জীয়ৰী’ উপন্যাসত ৰজনী বৰদলৈয়ে কি কৰিছে? গাছি মিৰি সকলক তেওঁ তাত ‘অসভ্য’ বুলিয়েই এৰা নাই, ‘ৰাক্ষস’ও বুলিছে। কিয়? জস্কি-পানেইক খুচি মৰা বাবে? কিন্তু জয়মতীক তহঁতে কি কৰি মাৰিছিলি? তাৰ বাবে তহঁতক কি বোলা যাব? নৃপেনে মোৰ মুখলৈ চাইছিল, মোক নিৰুত্তৰ দেখি সিয়েই কৈ গৈছিল, “গুণাভিৰাম বৰুৱাই ‘আগৰ দিন এতিয়াৰ দিন’ত আকৌ লিখিছে—“পৰ্বতীয়া লোকমাত্ৰেই অসভ্য আৰু মহালোভী, অথচ অহঙ্কাৰী।” আমাৰ ফৰিঙা বাভাৰ ঘৰত এখন বৰ পুৰণি কিতাপ

আছে—'গাৰো-বৃত্তান্ত'। লিখক ৰমেশ্বৰ মহন্ত। কিতাপখন প্ৰথমতে 'আসাম-বন্ধু' কাকতত ওলাইছিল—১৮৮৫-৮৬ চনত। তাত আমাৰ গাৰো সম্বন্ধে থকা কথাবোৰ পঢ়িলে গা গৰম হৈ উঠে। কেইটামান শাৰী মোৰ মুখস্থই আছে—

'গাৰোহঁতকো বনৰীয়া জন্তুৰে এবিধ উন্নত জাতি বা মহাত্মা দাৰউইনৰ মতে—বান্দৰে বনৰীয়া সাজ সলাই জীৱনৰ ক্ৰমোন্নতি লাভ মানুহৰ শাৰীত ভৰি দিলে প্ৰথমতে যি জন্তু হয়, সেই জন্তুকে বুলি ধৰি থবই পাৰি। *** ইহঁতৰ গঢ-গতি দেখি বোধ হয় ইহঁতে সময় মতে মানুহৰ মগুহকো আত্মসাৎ কৰিব পাৰে।*** তিৰতা মুনিহ, ল'ৰা-ছোৱালী সকলো বিবস্ত্ৰ, যেন পিশাচৰ দলহে। ***এই বিলাকেই আমাৰ শাস্ত্ৰাদিত লেখা অসুৰ আৰু দানৱবিলাকৰ সঁচ। অৱশ্যে আমাৰ তিৰোতাৰ মৰ্য্যদা দেখি লিখক মুগ্ধ হৈছে, গোসাই-মহন্তক আমাৰ মাজত হিন্দুধৰ্ম প্ৰচাৰ কৰাৰ কথা তেওঁ কৈছে, খৃষ্টান ধৰ্মৰ আগমনত পৰম আশাবাদী হৈছে।"

"আমাৰ এই আশাবাদটোৱেই লাগে। তহঁতৰ গাৰোই চন্দ্ৰধৰ সদাগৰক ম'ৰা চৰাই আৰু মইনা বেচিছিল। চন্দ্ৰধৰ সদাগৰে সেই চৰাই নি শ্ৰীলঙ্কাত বিক্ৰী কৰিছিল। তহঁতে ভৈয়ামক কপাহ, তাম, লো ডাঠ কাপোৰ আদি দিয়া কথা আমাৰ বুৰঞ্জীয়ে সুঁৱৰি আছে।" মই কৈ গৈছিলোঁ, "গোবিন্দ আতৈক এবাৰ এজন ভকতে বোলে উপদেশ দিছিল, 'গুৰুজনাক তই' কিয় বোলা ? তুমি-তামাকৈ মাতিব লাগে। তাকে শুনি গোবিন্দ চাৰিখন ভাৰ লৈ শঙ্কৰদেৱৰ ওচৰত উপস্থিত হৈছিল তোক 'তুমি' বুলি মাতিবলৈ আহিছোঁ। কথা শুনি শঙ্কৰদেৱে কৈছিল, "গোবিন্দ, তই 'তই' বুলিলে যিমান সন্তোষ পাওঁ, আনে তুমি বুলিলেও সিমান সন্তোষ নাপাও।" মই সামৰণি মাৰিছিলোঁ, "হৃদয়হে আচল কথা নৃপেন, সকলো হৃদয়ৰ তল।"

তাৰ পিছত শিলটোত আকাশলৈ মুখ কৰি দীঘল দি পৰিছিলোঁ। দুয়ো মৌন। মোৰ মনত পৰিছিল, নৃপেনৰ ভনীয়েক চাম্পীৰ

কথা। তাই এদিন কৈছিল, "হেই মাষ্টৰ কাকা! আমাক কিয় হানা বোলে, তই জানা নে নাজানা? একেবাৰে পাহাৰৰ টিঙৰ পৰা আমাৰ দৰে যিবোৰ গাৰো নামনিৰ পাহাৰলৈ নামি আহিল, সেই বোৰকে হানা বোলে। আৰু এটা কাৰণ আছে। নাই নকওঁ, লাজ লাগে—" তাৰ পিছত 'হিঃ হিঃ' কৈ হাঁহি চাম্পী কিছু দূৰলৈ দৌৰি আঁতৰি গৈছিল। পকি ৰঙাহৈ থকা কমলা টেঙাবোৰৰ তলে তলে। মূৰত তাইৰ হোৰাটো। মই তন্ময় হৈ চাই ৰৈছিলোঁ, তাই যোৱাৰ পিনে। কি অপূৰ্ব ৰূপ! তাইৰ ৰূপেই যেন ছিটিকি পৰিছে প্ৰতি-জোপা কমলা টেঙাৰ পাতে পাতে, ডালে ডালে! তাইৰ ৰংচুৱা গাল দুখনিয়ে যেন ৰং মানি দিছে গছে গছে লাগি থকা প্ৰতিটো আধা পকা কমলা টেঙাৰ বাকলিয়ে বাকলিয়ে! আৰু এই বাগানখনৰ সমস্ত কমলা! প্ৰতিটো কমলাই যেন চাম্পীৰ বুকুৰ পৰা উৰা মাৰি আহি গছে গছে লাগি আছে!

ময়ো দৌৰিছিলোঁ, চাম্পীৰ পিছে পিছে, "এই চাম্পী, ক'চোন ক', হানা কিয় বোলে।"

"ইমান কিতাপ পঢ়িছা। তাকো নাজানা নে? তইচোন এম-এ পঢ়িছা, ৰাতি ৰাতি গুৱাহাটীৰ কোনোবা স্কুলত ল'ৰাও পঢ়ুৱা, তহঁতৰ কিতাপবোৰত আমাৰ গাৰোৰ কথা লিখা নাথাকে নেকি?" পাঠশালা স্কুল মাথোন পাৰ হোৱা চাম্পীয়ে আমাৰ শিক্ষা-ব্যৱস্থাটোকে এটা যেন প্ৰশ্ন কৰিলে। সচাঁইতো! আমি জাৰ্মানীত তিনিশৰ অধিক 'নগৰ-ৰাজ্য' থকাৰ কথা পঢ়োঁ, কিন্তু এই দক্ষিণ কামৰূপতে যে ওঠৰখন ৰাজ্য আছিল তাৰ খবৰ নাৰাখোঁ। গোভা, নেলী আদিত যে একোখন ৰাজ্য আছিল, তাক মনত নকৰো। এইবোৰ ৰাজ্য গাওঁ-প্ৰধান আছিল, গতিকে ইয়াক যে 'গাওঁ-ৰাজ্য' বা 'গ্ৰাম-ৰাজ্য' বুলিব পাৰি, তাৰ বুৰঞ্জী নাজানো! কটন কলেজৰ বুৰঞ্জীৰ শ্ৰেণীত এই গ্ৰাম ৰাজ্যবোৰৰ কথা কবলৈ গৈয়ে মই এদিন গোটেইটো শ্ৰেণীৰে হাঁহিয়াতৰ পাত্ৰ হৈছিলোঁ। বুৰঞ্জীৰ হেডচাৰে সুধিছিল,

"কোণে কি পঢ়ি আছা ?" মই উত্তৰ দিছিলোঁ, "আমাৰ দক্ষিণ কামৰূপত ওঠৰখন যে ৰাজ্য আছিল, তাৰ বুৰঞ্জী বিভিন্ন কিতাপৰ পৰা সংগ্ৰহ কৰি আছোঁ।" লগে লগে গোটেইটো ক্লাচতে হাঁহিৰ গিৰ্জনি, যেন অস্পৃশ্য কিবা এটাহে কৰি আছোঁ। চাৰে কৈছিল, "সেইবোৰ পঢ়ি কি পাবা ? বিশ্বৰ বিভিন্ন বুৰঞ্জী পঢ়া, তেতিয়াহে শিকিবা।"

মোক কিছু আনমনা দেখিয়েই নেকি, গাত ঠেলা এটা মাৰি দি চাম্পীয়ে কৈছিল, "হেই মাষ্টৰ কাকা, কি হ'ল তোৰ ? গাৰোক হানা কিয় বোলে, তাকে নোকোৱা দেখি খং কৰিছা নেকি ?" তাৰ পিছত আকৌ 'হিঃ হিঃ' হাঁহি চাম্পীয়ে কৈছিল, "আমাৰ গাৰো গাওঁবোৰলৈ কিছুমান মানুহে আহ-যাহ কৰিছিল। তই আমাৰ গাৱলৈ আহি থকাৰ দৰে। কেইবা শ বছৰ আগতে। কিন্তু সিহঁত আমাৰদৰে গাৰো নাছিল, তহঁতৰ দৰে খেনাওঁ[৬] নাছিল। সিহঁত আন কোনোবা জাতিৰ পাহাৰী মানুহহে আছিল। বৰ ধুনীয়া ধুনীয়া। বোধহয় তোৰ সমানেই ধুনীয়া !" চাম্পীৰ চকুত দুষ্টালি ভৰা ঈষৎ হাঁহি, আমাৰ গাৰোনীহঁত সিহঁতৰ ৰূপত ভোল গ'ল। দুই এজনীয়ে সিহঁতৰ দুই-একক চপাই ও ললে। তইতো জানাই, আমি গাৰোনী-বোৰে তহঁতৰ ছোৱালীবোৰৰ দৰে বোৱাৰী খাটিবলৈ নাযাওঁ, ল'ৰা-বোৰহে 'ঘৰজীয়া' খাটিবলৈ আহে। বুঢ়াবোৰে কয়, এই অগাৰো আৰু গাৰোনীহঁতৰ সন্তান-সন্ততিকে হানা বোলে।" কথাখিনি কৈ চাম্পীয়ে পুনৰ দৌৰ মাৰিছিল, বনৰীয়া হৰিণীৰ দৰে দেউ দি।

মই আৰু চাম্পীৰ পিছ লোৱা নাছিলোঁ। তাইহঁতৰ ঘৰলৈ গুচি আহিছিলোঁ। চাম্পী গৈ হাবিৰ মাজত সোমাইছিল। গাহৰিৰ দানা বিচাৰি।

একেটাই ঘৰ চাম্পীহঁতৰ। চাৰিটা কোঠাৰ এটা চাংঘৰ। চাঙৰ

৬। খেনা—অজনজাতি।

তলত গাহৰি কেইটা থাকে। মোক দেখি ডাঙৰ এজনী গাহৰি নোকুনোকাই উঠিল। আঠ-নটামান পোৱালিয়ে একেলগে তাইৰ গাখীৰ খাইছে।

নৃপেনৰ কোঠাটোত গৈ সোমালোঁ। গাৰো-ভাস্কৰ্য্যৰ এটা যেন সংগ্ৰহালয়। নৃপেনে কৈছিল, "আগতে আমাৰ ইয়াত নকপান্টে আছিল। নকপান্টে হ'ল অবিবাহিত গাৰো ডেকাসকল থকা সমূহীয়া ঘৰ। কিন্তু নকপান্টে এতিয়া নোহোৱা হ'ল। সেয়েহে মই মোৰ এই কোঠাটো নকপান্টেৰ দৰেই সজাইছোঁ। কাঠত কাটি উলিওৱা সাপ, বাঘ, পছু, হাতী, গাহৰি, জেঠী আৰু কত কি কোঠাটোত ধুনীয়াকৈ সজাই থোৱা আছে। চৰাই কিছুমান উৰি আছে, কিছুমান গছৰ ডালত বহি আছে, কিছুমানে পোৱালিক আহাৰ খুৱাইছে। এটা বাঘে হৰিণা এটাক খেদি নিছে। গাৰো ডেকা এটাই কলহীৰ পাৰত বৰশী বাইছে। পানীকাউৰী কিছুমান কলহীৰ পানীত ভাঁহি গৈ আছে। কেইজনীমান গাৰো গাভৰুৱে জুমখেতিৰ পথাৰত কাম কৰিছে। কেইটামান গাৰো ডেকাই টাঙি ঘৰত বহি খেতি ৰখি আছে। এজন গাৰোই গছত গজাল মাৰি মাৰি মইনা চৰাইৰ পোৱালি ধৰিবলৈ ওপৰলৈ গৈ আছে। লাঙা গোসাইক সাক্ষী কৰি দেওবাই (পুৰোহিতে) এহাল ডেকা-গাভৰুৰ বিয়া পাতিছে। কিমান ভাস্কৰ্য্য চাম নৃপেনৰ 'নক পান্টে'ত! সেই ভাস্কৰ্য্যবোৰৰ গাত ৰঙা, হালধীয়া আৰু সেউজীয়া ৰং দিয়া হৈছে। বিভিন্ন গছ-গছনিৰ পাতৰ ৰসেৰে সেই ৰং তৈয়াৰ কৰা হৈছে। কিন্তু আটাইতকৈ চমকপ্ৰদ হ'ল, ৱাংগালা নৃত্যৰ ভাস্কৰ্য্যখন। সেইখন কাটিবলৈ নৃপেনক বোলে পুৰা পোন্ধৰ দিন লাগিছিল। এটুকুৰা ধুনীয়াকৈ কটা দীঘল কাঠ, তাৰে ওপৰত নৰ্ত্তক-নৰ্ত্তকী সকলে নাচি আছে! মনৰ ফুৰ্ত্তিত অধীৰ হৈ। খেতি চপাই শেষ কৰাৰ আনন্দত! গাত সাইলাখ ৱাংগালা নাচৰ দৰেই গহনা আৰু সাজ-সজ্জা! দুই এজনৰ হাতত একোখন মিলাম![7] ভোগালি বিহুৰে

৭। ৱাংলা নাচত ব্যৱহাৰ কৰা এবিধ দা।

যেন নামান্তৰ এই ৰাংগালা উৎসৱ। পাৰ্থক্যঃ ৰাংগালাত নাচ-গান আছে, ভোগালি বিহুত নাই। নৃপেনে কৈছিল, "আমাৰ এই গাৱঁত এটা বস্তু তই নেদেখিবি। সংসাৰেক অৰ্থাৎ অখৃস্টিয়ান গাৱো গাৱঁতহে দেখিবি। কাঠত কাটি উলিওৱা মানুহ, চকু-মুখত দুই এডোখৰ ভঙা আইনাৰ টুকৰা, মূৰত হয় ক'লা ৰং দিয়া মৰাপাটৰ নহয় বগা কাপোৰ বা বাহঁৰ মিহি চুলি, ৰং কৰা ওঠ, ৰং দিয়া চেলাউৰি, কঁকালত 'গাণ্ডে মাখাৰ' বা লেংটি আৰু গাত চোলা—অখৃষ্টিয়ান গাৰোৰ ঘৰৰ সন্মুখতে তাক দেখিবি। আচলতে সেইবোৰ স্মৃতি-স্তম্ভ। তেওঁলোকে বোলে 'থিমা'। মৃতকৰ স্মৃতিত থিমা তৈয়াৰ কৰা হয়। থিমা কেতিয়াবা কাঠৰ খুটাৰ ওপৰ অংশত খাপখাপ কৰিও কটা হয়। কিছুমান থিমাত পাঁচটা, কিছুমানত দহটা আৰু কিছুমানত পোন্ধৰটা পৰ্য্যন্ত এনে খাপ দেখা যায়। কাটোঁতাজনৰ ৰুচি অনুযায়ী খাপবোৰ বিভিন্ন গঢ়ৰ হয়।"

নৃপেনৰ এই ভাস্কৰ্য্য-জগতখন যিমানেই চাওঁ, সিমানেই হেঁপাহ নপলায়। প্ৰশংসাৰে ভৰি আছে মোৰ মুখ, কিন্তু প্ৰশংসা কৰিলে সি বেয়া পায়। তালৈকে বৈ আছিলোঁ, তাৰ ভাস্কৰ্য্য-জগ তখনৰ প্ৰতিটো খুটি-নাতি চাই। স্কুলৰ পৰা তেতিয়াও সি আহি পোৱা নাই। আহিলেই দুয়োৰে বৰঝাৰলৈ যোৱাৰ কথা। নাৱেৰে। তাত এখন মিটিং আছে। নৃপেনৰমাক বাপেক সেই মিটিঙৰ কামতে ৰাতি পুৱাই ওলাই গৈছে।

বৰঝাৰত মিটিং কৰি আহি চাম্পীহঁতৰ গাৱঁৰ ঘাটত আমি যেতিয়া নাও বান্ধোঁ, ৰাতি তেতিয়া নটা। ৰাতি বহু হ'ল বুলি চাম্পীৰ বাপেক বৰঝাৰৰ মাকৰ ঘৰতে থাকিল। বহুদিন মাকৰ ঘৰত বোলে থকা নাই, সেইবাবে বুঢ়ী শাহুৱেকে জোৰ কৰিছিল, গতিকে চাম্পীৰ মাকো তাতে থাকি গৈছিল। নাৱৰ আগত জোৰ এটা বান্ধি দি নৃপেনে ব'ঠা মাৰিছিল। লাহে লাহে। কলঙ্গীৰ গৰাৰ কাষে কাষে।

"ৰাতিৰ কলহী, তাতে আন্ধাৰ, মাজলৈ নাও নিনিয়াই ভাল।" নৃপেনে কৈছিল, "তই না মনি কলহীৰ লগত আমাৰ উজনি-কলহীৰ পাৰ্থক্যটো মন কৰচোন। আঘোন মহীয়া তইঁতৰ ফালে কলহী প্ৰায় শুকাই যায়, বাটত এখন কলহীৰে পানী কেবাটাও সুঁতিত ভাগ হয় বাবে। কিন্তু আমাৰ ইয়াত নাও বাব পৰা হৈয়ে থাকে।" মই 'উ আ' একো কৰা নাছিলোঁ। যুগ যুগ ধৰি হাবিৰ মাজতে জন্মি হাবিৰ মাজতে জীৱন নিপাত কৰা কলহী-পৰীয়া গাৱো-খাছিয়া ৰাইজৰ বাথাহে ভাবি আছিলোঁ। নাই ডাক্তৰখানা, নাই ৰাস্তা। নৃপেন মন দিয়া বাবে প্ৰাইমাৰী স্কুলখন হৈছে। বাৰেগাওঁ বা উকিয়ামৰ হাইস্কুললৈ একেদিনাই আহ-যাহ কৰাৰ উপায় নাই। প্ৰাইমাৰী স্কুল এখন আগতেও বোলে আছিল। কিন্তু কোনেও আহি শিক্ষকতা নকৰে। দহ-বাৰ দিন থকাৰ পিছতে বদলিৰ 'চেষ্টা' কৰিবলৈ গুচি যায়, তাৰ পিছত সেই শিক্ষকৰ মুখ গাঁওবাসীয়ে আৰু দেখা নাপায়। ফলত স্কুলখনেই এদিন উঠি গৈছিল।

মোক মনে মনে থকা দেখিয়েই নেকি নৃপেনে এটা গীত আৰম্ভ কৰিছিল। ব'ঠাৰ ছেৱে ছেৱে :

"হা চিম ৰিঙিয়াও, উচিম কিচিম
দৰবাৰক লং উলাং......"

নৃপেনৰ গীতৰ ধ্বনিয়ে কলহীৰ নিজম দুপাৰ ছুই গৈছিল। তাৰ পিছত গীতটোৰ অৰ্থ মোক বুজাই দিছিল, "সকলো জাতিৰ চৰাই মেললৈ আহে আৰু কুলি চৰাইক ৰজা বুলি মানে। পিছে কুলি চৰাই বৰ ক্ষীণ পাতৰ মাজত নেদেখা হৈ থাকে। কুলিৰ দৰেই আমাৰ এই পৰ্বতীয়া জাতি।" সি আকৌ গাইছিল :

"কলহী নদী উজাই বয়,
বেউলাৰ ভেল ভাঁহি যায়।
কলহী নদীত উঠে ফেনা,
তাতে আছে কাছাৰী ফৌজদাৰী থানা।

যিখান ঘাটুৱে আৱত উঠে
দুই খান হাতে ব'ঠা ধৰে
মনৰ সুখে খেৱ দিয়ে।
মন ঘাটুৱে নহয় কাজি
মল্ল ছয়জন বৰ পাজি
সেই বাটে খেৱ দিয়ে মদন বাবাজী ॥
কলহী নদী উজাই বয়......"

ঘৰ পোৱাৰ লগে লগে চাম্পীয়ে কৈছিল, "আজি হাতী আকৌ নামিছে। একেবাৰে পাঁচ-ছয়টা। হোনকালে খা। মই খেতি চাওঁলৈ যাওঁ। তই মাস্টৰ কাকাৰ লগতে শুই থাক্। বুঢ়া-বুঢ়ী হালক এৰি আহিবলৈ কিহে পালে? জানাই, খেতিৰ বতৰ। এই বুঢ়াটোও কম নহয়, পোহনীয়া মদ[৮] পালে তাক আৰু একো নালাগে! ৰাফেল আৰু ট্ৰুম্যান আহিছিল, তোকো খেতি চাওঁত থাকিবৰ বাবে কবলৈ। মই কৈ পঠাইছোঁ কমলী আৰু ৰাইনাক আমাৰ চাংখনতো নজৰ ৰাখিবলৈ। তিনিওখন চাং ওচৰা-ওচৰি যেতিয়া। আজি ৰাতি কাৰো চাঙেই খালি থাকিব নালাগে। যিহেতু হাতীৰ সংখ্যা সৰহ। একেবাৰে পাঁচ-ছয়টা হাতী! ইচ ইচ, এই আঘোনমহীয়া খেতি খাব লাগিলে আমিবোৰ মৰাই ভাল!" চাম্পীয়ে খৰ ধৰ লগাইছিল। আমাৰ আগত ভাতৰ টপোলা কেইটা মেলি দি তাই কৈ গৈছিল, "ৰাফেল পছু মাৰিবলৈ গৈছিল। পছু পিছে না পালে। মস্ত এটা বনছাগলীহে পালে। তাকে বান্ধিলোঁ। মাষ্টৰ কাকাই চুঙা-ভাত বনাবলৈ কৈ গৈছিল। সেয়ে চুঙা-ভাতকে বনালোঁ। তেওঁ কৈ যোৱা মতে কেইডোখৰমান মাংস পুৰিও থৈছোঁ। তইঁতে খাই থাক, মাংস লাগিলে কেৰাহীতে আছে। মই যাওঁ। কমলী আৰু

৮। এই মদ বনাবলৈ চাৰি-পাঁচ বছৰ পৰ্যন্ত লাগে বুলি শুনো যায়।

বাইনাই তিনিখন চাওত কিমান নজৰ ৰাখিব ?" মূৰত হোৰাটো আৰু হাতত শিট দাখন লৈ যাবলৈ বুলি চাম্পী ঘপহকৈ থিয় হ'ল।

"ৰবি চাম্পী, তোৰ লগত ময়ো যাম। তইঁতে খেতি খাবলৈ অহা হাতী খেতি চাওৰ পৰা ৰাতি কেনেকৈনো খেদা, তাক চোৱাৰ হেঁপাহ মোৰ বহু দিনৰ। ট্ৰুম্যান হঁতৰ চাংখনতে মই গৈ উঠিম।" পোৰা মাংস এডোখৰত জলকীয়াৰ গুৰিৰ মিহলোৱা নিমখ লগাই লগাই মই কৈছিলোঁ।

"যাবি জানো ?" নৃপেনে কৈছিল, "কাইলে ৰাতি ৰাতিপুৱাই মই উঠিব লাগিব। উকিয়ামত সোমবৰীয়া বজাৰ আছে। তই জানাই। সাতদিনৰ বজাৰ একেলগে কৰি নললে আমাৰ ইয়াত বস্তু পাবৰ নাই। নহলে চাম্পীক ঘৰত থৈ আমি দুয়োটাই খেতিচাওত থাকিব পাৰিলোঁ হয়।"

চাম্পী আৰু মই ওলাই গৈছিলোঁ। খেতি-চাওলৈ। কলহীৰ পাৰে পাৰে প্ৰায় আঠশ খোজমান যোৱাৰ পিছত পশ্চিমলৈ বাট এটা আছে। লুংলুঙীয়া খেতি-বাট। সেইটোৰে আমি বোধহয় আৰু আঠশ খোজমান যাব লাগিব। তাৰ পিছতে পাম দুশাৰী পাহাৰৰ মাজৰ পথাৰ এখন। আগতে সেইফালেৰে নিশ্চয় জান এটাহে আছিল। এতিয়া সেইখনেই চাম্পীহঁতৰ গাৱঁৰ পথাৰ। এই অঞ্চলৰ গাৰো-খাছিয়া-ৰাভা সকলে দুশাৰী পাহাৰৰ মাজৰ এনেবোৰ ঘুলিতে ধান খেতি কৰে। পাহাৰৰ ওপৰত কৰে জুম খেতি। জুমখেতিৰ সেই পাহাৰী পথাৰৰ মাজে মাজে মাকৈ গছ ঠেলি ঠেলি, জীৱনত প্ৰথম বাৰৰ বাবে খোজ কঢ়া দিনটোৰ কথা মোৰ মনত পৰিছিল। কিনকিনিয়া ৰৰষুণ, সেউজীয়া মাকৈৰ পথাৰ, মাকৈ পথাৰৰ মাজে মাজে দুই এজোপা সুমথিৰা গছ, সুমথিৰা পাতৰ পৰা নিগৰি গাত আহি পৰা ৰৰষুণৰ টোপাল—ঠিক এনে এটা পৰিবেশৰ মাজেৰেই চাম্পী আৰু মই সৌ পাহাৰখনত উঠিছিলোঁ। আগৰ বেলি সিহঁতৰ ইয়ালৈ আহোঁতে। চাম্পীৰ গাহৰিৰ দানা নাছিল, তাকে বিচাৰি।

মাজে মাজে আমাৰ ইজনৰ গা সিজনৰ গাত লাগিছিল। মই প্ৰায় উন্মনা হৈ পৰিছিলোঁ, বোধহয় চাম্পীও। নাৰী-দেহৰ বিশেষ এটা যে গোন্ধ আছে, ৰবৰুণত আধাখিনি তিতা চাম্পীৰ দেহৰ কাষে কাষে গৈ সিদিনাই প্ৰথম গম পাইছিলোঁ। বহু বছৰ আগতে হাইস্কুলত পঢ়ি থাকোঁতে, লিলিৰ লগত মোৰ মনৰ যি খেলিমেলি আছিল, তাৰ সিদিনা 'ছৱালৰ ক্ৰীড়া' যেন লাগিছিল।

মোক মনে মনে যোৱা দেখিয়েই নেকি, চাম্পীয়ে সুধিছিল, "মাষ্টৰ কাকা কি ভাবিছা ?"

"হুঁ, একো ভবা নাইতো।" মই কৈছিলোঁ।

"কথা কবলৈ আৰু ঠাই নাপালি। মানুহে একো নভবাকৈ থাকিব পাৰে নেকি ?" তাৰ পিছতে তাইৰ সৰু এটা হিঃ হিঃ।

মই জব্দ হৈছিলোঁ, চাম্পীৰ কথাত। সঁচা কথাটোকে কৈ দিছিলোঁ, "আগৰ বেলি আমি যে সৌ পাহাৰখনৰ মাকৈ পথাৰৰ মাজে-মাজে গৈ আছিলো, তাকে ভাবিছিলোঁ।" তাৰ পিছত সুধিছিলোঁ, "বাৰু কচোন, তই কি ভাবি আছিলি ?"

"মই ভাবিছিলোঁ, "চাম্পীয়ে কৈছিল, "কলহী কেনেকৈ বৈ গ'ল, সেই সাধুকথাটোৰ কথা। ঘোগা, দোৰুণ আৰু চিৰী নামৰ সেই তিনিজনী সখী নথকা হলে আমি আমাৰ এই পথাৰবোৰ বোধহয় নাপালোঁ হয়! সিহঁতে এইফালেৰে দৌৰি যোৱা বাবেহে এই জানবোৰৰ সৃষ্টি হৈছিল। সেই মৰাজানবোৰতে আমি আজি খেতি কৰিছোঁ।

"তই সেই সাধুটো সঁচা বুলি ভাবা নেকি ?"

"ভাবোঁতোন!" তাৰ পিছত তায়েই কৈছিল, "মোৰ কেনে লাগে জানা ? মোৰ ভাব হয়, ঘোগা নামৰ সেই গাবো গাভৰুজনীয়ে তহঁতৰ ভৈয়ামৰ কোনোবা ডেকাক ভাল পাইছিল।" তাৰ পিছত হাঁহি এটা মাৰিছিল ; তাইৰ সেই হাঁহিটো তাইৰ হাতত থকা ভটাটোৰ পোহৰত ভালকৈয়ে উজলি উঠিছিল [ আঃ, কি অপূৰ্ব

সুন্দৰী এই চাম্পী।"]—আৰু সেই যোগা, আন কোনো নহয়—মই। ভৈয়ামৰ ডেকাটো, তই।"

"চাম্পী! মই তোৰ ককায়েকৰ দৰে। বুকুখন মোৰ কঁপিছিল।

"আমি গাৰো গাভৰুৱে পেটত ভোকলৈ মুখত লাজ কৰিব নাজানো"—চাম্পী বৈ গৈছিল, মোৰফালে ঘূৰিছিল, হাতত তাইৰ জ্বলন্ত ভটাটো, "আমি গাৰো গাভৰু, নিজৰ দৰা বিচাৰিলোৱাৰ স্বাধীনতা আমাৰ আছে। ওই কাঁকি নিদিবি, তোৰ মনৰ কথা মই বুজিছোঁ! সিদিনা মাকৈ-তলিৰে যাওঁতে তই কেইবাবাৰো পিছলি যোৱাৰ ভাও ধৰি মোৰ গাত ধৰিছিলি, গোটেইটো মানুহ কঁপিছিল, আৰু আজি কমলা টেঙাৰ তলতো সেই একেটা ভাবকে লুকাই ৰাখিব পৰা নাছিলি। কমলা গছৰ তলে তলে তই মোৰ পিছত যেনেকৈ দৌৰিছিলি, সেইটো ককায়েকে ভনীয়েকৰ পিছত দৌৰাৰ দৰে নাছিল চাম্পীয়ে তাইৰ হাতৰ ভটাটো তললৈ নমাই নিছিল।

"চাম্পী!" মই বোধহয় কঁপিছিলোঁ।

"ক, তই ইয়াতে থাকিবি? মোৰ লগতে? তোৰতো খুব কিতাপ লিখিবৰ মন, তই লিখিবি, মই খেতি কৰিম, তোৰ সকলো যোগান মই ধৰিম। তোৰ বাইজৰ কাম কৰাৰ বৰ হেঁপাহ, তই কৰি যাবি, মই একো বাধা নিদিওঁ।"

"চাম্পী! তোক আৰু কাঁকি নিদিওঁ। সঁচা কৈছোঁ, ইয়াতে থাকি যাবৰ মোৰ বৰ মন যায়! কিন্তু মোৰ এখন ঘৰ আছে চাম্পী, বৰ দুখীয়া ঘৰ, সেইবোৰ কথা তোৰ আগতেই কোৱা হৈছে। মাইঁতে···" মই কথা শেষ কৰিব না পালোঁ। বন্দুকৰ গুলিত চক খাই উঠিছিলোঁ।

চাম্পীয়ে কৈছিল, "বান্দৰ বা হৰিণা মাৰিলে কিজানি! ৰাফেলহঁতৰ চাংখনৰ পৰা মাৰা গুলি যেন পাইছোঁ। এতিয়া যাওঁ বল, তোক ট্ৰুম্যানহঁতৰ চাঙত থৈ মই আমাৰ চাঙলৈ যাম। কমলী আৰু ৰাইনাই খঙেই কৰিছে কিজানি নামিবৰ সময়ো হৈছে।"

চাম্পী যেন বাস্তৱৰ মুখামুখি হলহি।
মই তাইৰ পিছে গৈ থাকিলোঁ।
কলহীৰ পাৰ এৰি পুংলুভীয়া বাটটোৰে।

কিন্তু মই শান্তি পোৱা নাছিলোঁ। ট্ৰুম্যানহঁতৰ চাংখনত মূৰটো বিষাইছে বুলি পৰি আছিলোঁ। কেৱল বাতি হাতী যেতিয়া ছুবাৰ নামিছিল, তেতিয়াহে উঠি বহিছিলোঁ। প্ৰতিখন চাঙৰ মানুহেই ডাঙৰ ডাঙৰ ভটাবোৰ জ্বলাই আৰু ঘণ্টা-কাহ-ভঙা টিং আদি বজাই বনৰীয়া হাতী খেদা দৃশ্য দুটা উদ্বেগ আৰু উৎকণ্ঠাৰে চাই আছিলোঁ। হাতী এবাৰ চাম্পীহঁতৰ চাঙৰ ফালে যোৱা যেন পাই মানুহবোৰৰ লগতে ময়ো চিঞৰিছিলোঁ।

ৰাতিপুৱা চাম্পীয়ে ট্ৰুম্যানহঁতৰ চাংখনতে মোক জগালেহি। আমি দুয়ো তাইহঁতৰ ঘৰলৈ খোজ ললোঁ। তাই আগে আগে, মই পিছে পিছে। লুংলুভীয়া বাটটো নিয়ৰৰ পানীয়ে ভিজাই থৈছে। দুকাষে থকা নগৰবেৰা আদি সৰু সৰু গাছবোৰৰ পাতৰ পৰাও পানী আহি আমাৰ গাত পৰিছে।

"তোৰ নিশ্চয় জাৰ লাগিছে। গৈয়ে জুই ধৰি দিম, পুৱাই লবি।" চাম্পীয়ে কৈছিল। মই যেন চাম্পীয়ে কথা কোৱাটোকে বিচাৰিছিলোঁ, "জাৰ তেনেকৈ লগা নাই চাম্পী। গোটেই ৰাতি পিছে টোপনিহে নাহিল। তোৰ কথাকে ভাবি ৰলোঁ।"

চাম্পী বৈ গৈছিল। ময়ো। তাই কৈছিল, "মাষ্টৰ কাকা, গোটেই ৰাতি কথাবোৰ ময়ো ভাবিলোঁ। তোক বিয়া কৰাই আমাৰ ইয়াতে ৰাখি থলে মোৰ পাপ লাগিব। তোকো তোৰ মাৰহঁতে শাওপাত দিব। তহঁতৰ দুখীয়া ঘৰখনে তোৰ ওপৰত কিমান আশা কৰি আছে, মই বুজিছোঁ।" চাম্পীয়ে তলমূৰ কৰিছিল, "এবাৰ ভাবিলোঁ, তোৰ লগত তহঁতৰ ঘৰলৈকে গুচি যাম। তহঁতৰ ছোৱালীবোৰৰ দৰে। কিন্তু তহঁতৰ সমাজখনে নামনিব লেই-লেই চেই-চেই কৰিব। কাৰণ তই হিন্দু, মই খৃষ্টিয়ান, তাতে গাৰো।

তোৰ অন্যায় কৰিব মই নোৱাৰোঁ।”

“চাম্পী!”

“আমাৰ কোনো বাট নাই মাষ্টৰ কাকা। আমাৰ ইয়াত তই মোক বিয়া কৰাব পৰিবি, কিন্তু তইঁতৰ তাত নোৱাৰিবি। আমাৰ ইয়াত তিনিখন নৈ মিলি এখন কলহীৰ সৃষ্টি হৈছে, কিন্তু তইঁতৰ তাত এখন কলহীৰে। বিভিন্ন সুঁতি। বিভিন্ন সুঁতিৰ পাৰত বিভিন্ন জাতি। নৃপেন কাকাই কয়, তইঁতৰ সত্রাধিকাৰ সকলেই ইয়াৰ বাবে দায়ী। ৰাতি মই এইবোৰ কথাকে ভাবিলোঁ।”

“মই হিন্দু, খৃষ্টিয়ান, গাৰো, খাছিয়া নামানো চাম্পী।”

“তই নামনিলেও তই যিখন সমাজত গৈ থাকিবি, সেই সমাজ-খনৰ বাবেই সকৰে পৰা কাম কৰিম বুলি তই ভাবি আছিছা। এতিয়া কেৱল মোৰ বাবেই সেইখন সমাজ এৰিবলৈ তোক মই কব নোৱাৰোঁ।”

“চাম্পী! মই তোক বিয়া কৰাম, আমাৰ ঘৰলৈকে তোক লৈ যাম। কলহী পাৰৰ সত্রাধিকাৰ সকলে কৰিব নোৱাৰা কামটোৰ আৰম্ভণি তোৰ-মোৰ বিয়াৰ দ্বাৰা আৰম্ভ কৰিম।”

চাম্পীৰ মূৰত কেইবাটাও নিয়ৰৰ টোপাল একেলগে পৰিলহি। “তই কৈছিল, “তই উত্তেজিত হৈছা। কিন্তু বিয়া উত্তেজনাত কৰা বস্তু নহয়। ৰাতি মই এইবোৰকে ভাবিলোঁ। আহ, এতিয়া যাওঁগৈ বল।”

চাম্পীয়ে খোজ লৈছিল। ময়ো।

কলহীৰ পাৰে পাৰে।

গোটেইটো কলহীৰ ওপৰতে কুৱঁলিৰ এখন ঢাকনি।

তাৰ পিছৰ বাৰ একেবাৰে বহাগ বিহুতহে চাম্পীহঁতৰ ঘৰলৈ গৈছিলোঁ। ছয়গাঁও হৈ নহয়, বাজাপাৰা হৈ, বাচেৰে। বাঁজাপাৰাৰ পৰা প্ৰায় আঠ ঘণ্টাৰ বাট খোজ কাটি চাৰিটামান বজাত গৈ চাম্পীহঁতৰ চাংঘৰত উঠিছিলোঁ। গোটেইখন গাৱঁতে 'বেচ বিহু

লাগিছিল, গাওঁখনত সোমায়েই গম পাইছিলোঁ। চাম্পীহঁতৰ ঘৰত কোনো নাছিল। ওচৰৰ বুঢ়ী এজনীয়ে কৈছিল যে হানাঘোৰাৰ নাচ চাবলৈ সকলো ওলাই গৈছে। তেয়োঁ তালৈকে যাবলৈ ওলাইছে। নকমাৰ[1] ঘৰত হানা ঘোঁৰা নাচ চলি আছে।

"তই বাৰান্দাতে অলপ বহ। মই চাম্পীহঁতক কমগৈ। পিছে হানাঘোঁৰাৰ নাচ চাবলৈ আহিবি হলে!" তাৰ পিছত হানাঘোঁৰা নাচৰ থলিলৈ বুঢ়ীয়ে খোজ দিছিল। মোৰ কানত আহি পৰিছিল হানাঘোঁৰা নাচৰ গীত :

"হায়ৰে হায়ৰে দায়া হে হে
আ কিহৰ বুললি কাই
আ হাই হাই হাই
কিহৰ বুললি কাই"

গীতৰ গুৰি বোধহয় ফৰিঙা ৰাভাই ধৰিছে। অন্ততঃ মাতটো ফৰিঙাৰ হেনেই লাগিল :

"হানাঘোঁৰা নাচিছে
চৰে খুজিছে।
হানাঘোঁৰা নাচিছে
ডিমা খুজিছে।
হানাঘোঁৰা নাচিছে
তেল খুজিছে।......"

হোপাই ফোপাই চাম্পী আহি ওলাইছিল, "বহুত দেৰি হ'লনে কি? তই চিঠিত আহিম বুলি লিখিছিলি। কিন্তু বিহুৰ প্ৰথম দিনাই আহিম বুলিতো লিখা নাছিল। বাজা পাবাৰে আহিলি হ'বপায়।" চাম্পীয়ে মোক কপোৰ-কানি সলোৱাৰ ব্যৱস্থা কৰি দি কৈ গৈছিল, "এইবাৰ আমাৰ বিহু বঢ়িয়া হৈছে। হানা-ঘোঁৰাটোলৈ চাই থাকোঁমানে হুতাহ নপলায়। ঢোল-খোলৰ সংখ্যাও সৰহ। ৰতনপুৰৰ

১। গাওঁবুঢ়া।

ঢুলীয়া পাৰ্টিৰ পৰা তিনিটা ঢোল এইকেইদিনৰ বাবে খুজি আনিছে। ফলত ঢোলেই হ'ল পাঁচটা। আমাৰ 'ক্ৰাম' (ঢোল) কেইটাৰ কিসে ঢঙ্ ঢঙিয়া মাত। খোলো হৈছে সাতটা, ৰাইজে আগৰ দুটাৰ লগত থানা হাটৰ'১০ পৰা আৰু পাঁচটা কিনিলে। আগৰ নাগাৰা দুটাও নতুনকৈ চিলাই আনিছে। বৰেণ ৰাভা আৰু নোমল বড়োই কি যে সুন্দৰ বাঁহী বজাইছে, একেবাৰে শুনি থাক শুনি থাক্। শিঙা বাজাইছে নৃপেন কাকা আৰু ৰাফেলে। পল্টন কাকা এতিয়াও আহি পোৱা নাই, কিন্তু হানাঘোঁৰাৰ বগা কাপোৰৰ সাজটো সিয়ে দি পঠাইছে। বুঢ়া সকলৰ কোনো কোনাৰে মনুৰ ফুৰ্ত্তিত ভগা কোৱৰ কানকে বাজাইছে। চাম্পীৰ কথাৰ যেন ওৰেই নপৰিব, "অ", কৰই পাহৰিছোঁ নহয়। হানাঘোঁৰাৰ ভাও লৈছে ট্ৰুম্যানে। ঘোঁৰাৰ গাৰ নিচিনাকৈ বনোৱা বগা কাপোৰৰ সাজটোৰ মাজেৰে মুৰটো সোমাই দি সি যেতিয়া হানাঘোঁৰাৰ খোঁজ ললে, ৰাইজৰ কি ফুৰ্ত্তি। হানাঘোঁৰৰ মুৰটোও এইবাৰ নতুন, বাবে গাঁৱৰ পাদ্ৰীয়ে দি পাঠাইছে। পাদ্ৰীয়ে আনকি হানাঘোঁৰৰ গীত গোৱা দহ-বাৰ বছৰীয়া লৰাকেইটাক আশীৰ্বাদ দিওগৈছে। অ' তোক কোৱাই নাই নহয়। আমাৰ গাৱঁলৈ নতুনকৈ দুজন গাৰো ডেকা আহিছে এজন নৃপেন কাকাৰ স্কুলখনৰ মাস্টৰ আনজন গ্ৰামসেৱক। তইতো জনাই হানাঘঁৰাৰ লগে লগে দুজন মানুহ যাব লাগে—এজনে এখন ঢাল লৈ, আনজনে এখন খোলা তৰোৱাল এইবাৰ এই নতুন ডেকা দুজনেই ঢাল-তৰোৱাল লৈছে। এওঁলোক দুজনক পাই নৃপেন কাকাই মনত বৰ বল পাইছে। তই হানাঘোঁৰা সমন্ধে বাতৰি কাকাতত লিখা প্ৰৱন্ধটো এওঁলোকে বৰ ভাল পাইছে। আনকি সেইখিনি কথাকে ৰাইজক বুজাইও দিছে। হানাঘোঁৰাৰ যাত্ৰাক এতিয়া আৰু আমাৰ গাৱঁৰ মানুহে কোনোবা জাতিৰ বিৰুদ্ধে কৰা যুদ্ধ-যাত্ৰা বুলি নাভাবো বৰঞ্চ আকালৰ দিনত কম টকাতে আমাৰ

---

১০। ছয়গাঁও হাট

কমলা টেঙাৰ বাগানবোৰ কিনিব অহা নবো মহাজনহঁতৰ বিৰুদ্ধে যে ৰণ কৰিব লাগে তাকেহে বুজে। 'ভাও কাটি' টকা দিয়া মহাজন বোৰৰ বিৰুদ্ধে সে সমবায় কৰি খুঁজিব লাগে, তাক আলোচনা কৰে। এইবোৰ হানাঘোঁৰাই দিয়া শিক্ষা বুলি ভাবে। তই ককাইদেউলৈ লিখা মতেই ৰাইজে ঠিক কৰিছে যে হানাঘোঁৰা নচুৰাই পোৱা পইচাখিনিৰে এইবাৰ সমবায় ভিত্তিতে কমলাটেঙাৰ বাগান কিনিব, নবো মহাজনহঁতক আৰু নেবেচে। ইতিমধ্যে চাম্পীয়ে কাঁহি এখনত মাংসৰ টোপোলা এটা মোৰ আগত মেলি দিছিল, "ইমানখিনি বাট খোজ কাটি আহিবলৈ তোক কিহে পালে? তাতকৈ শুক্রবাৰে পান-বেপাৰীৰ নাৱতে দেখোন আহিব পাৰিলে হয়? বিহুত নোয়াৰা বাবে মাৰহঁতেওতো দুখ কৰিব!"

"তোলৈ বৰকৈ মনত পৰিল অ? মাংসৰ হাড এডোখৰত জোৰে ৰে কামোৰ এটা মাৰি কৈছিলোঁ। লগে লগে তাইলৈ চাই পাতল হাঁহি এটা মাৰছিলোঁ। কিন্তু মোৰ সেই হাঁহিত চাম্পী কিছু শেঁতা পৰিছিল। দুয়োটা ওঠ তাইৰ কঁপছিল। মই মুখৰ চবোৱা মাংস মুখতে লৈ তাইলৈ ভেবা লাগি চাই আছিলোঁ।

কাৰো মুখত কথা নাছিল।

চাম্পীয়ে তলমূৰ কৰিছিল।

অলপ পিছতে দেখিছিলোঁ, তাইৰ দুগালেৰে দুধাৰি চকুলো বাগৰি আহিছিল।

মই একো বুজা নাছিলোঁ।

"কি হ'ল চাম্পী? হঠাতে কান্দিলি যে—?"

হুকহুকাই কান্দি উঠিছিল চাম্পী "মোক ক্ষমা কৰিবি মাষ্টৰ কাকা। মই মোৰ বিয়া ঠিক কৰিলোঁ; আমাৰ গাৱঁলৈ অহা গ্ৰাম-সেৱকজনৰ লাগত।"

"চাম্পী!" মই প্ৰায় চিঞৰি উঠিছিলোঁ।

"সচাঁ মাষ্টাৰ কাকা। মই বুৰ ভাবি-চিন্তি এই সিদ্ধান্ত ললোঁ।"

তোৰ অনিষ্ট হ'ব দিব মই নোৱাৰোঁ। মই……"

মই প্ৰায় দৌৰ মাৰি বাহিৰলৈ ওলাই আহিছিলোঁ। বহাগৰ আকাশখন যেন মোৰ মূৰতে আহি ভাগি পৰিছিল!

গাৱঁৰ সিমূৰে নাচি থকা হানাঘোঁৰাটোৱে মোক শেষ কৰি দিবলৈ যেন খেদি আহিছিল।

আৰু সেই হানা ঘোঁৰাটোৰ লগে লগে হাতত খোলা তৰোৱাল লৈ গ্ৰাম-সেৱক যুৱকজন।

'কি কৰোঁ, কলৈ যাওঁ বুলি কলহীৰ ঘাটলৈকে দৌৰাৰ নিচিনাকৈ গুচি আহিছিলোঁ। তাৰ পিছত ইটো ঘাটৰ পৰা সিটো ঘাটলৈ যাবৰ বাবে থকা ৰাজাহুৱা নাওখনত উঠিছিলোঁ। হাতত মোৰ বঠাপাত। কিন্তু প্ৰায় পিছে পিছেই দৌৰি আহিছিল চাম্পী। তায়ো আহি নাওখনত উঠিছিল আৰু উঠিয়েই মোৰ ভৰি দুখনত ধৰি হুকহুকাই কান্দিছিল।

মই কি কৰা উচিত হ'ব' ভাবিব পৰা নাছিলোঁ।

হাতত ঝঠাপাত লৈ নাওখনতে বহি আছিলোঁ।

চাম্পীয়ে কান্দি আছিল।

গাৱঁৰ সিমূৰৰ পৰা হানাঘোঁৰৰা নাচৰ আষাৱ অহি আছিল।

"মাষ্টৰ কাকা," কিছু প্ৰাকৃতিষ্ঠ হৈ চাম্পীয়ে কৈছিল, "তোৰ জীৱনৰ উদ্দেশ্য বৰ ডাঙৰ। সেই উদ্দেশ্যৰ পথও মই বাধা হ'ব নোৱাৰোঁ। মই এজনী সামান্য গাৱঁৰ ছোৱালী। তোৰ যোগ্য নহওঁ। তথাপি ভুল মই কৰিব পাৰোঁ, কিন্তু তই ঘৃণা কৰিছা কিয়? এনেদৰে আমাৰ গাৱঁৰ পৰাই গুচি যাব খুজিছা কিয়?

"চাম্পী!" মই তাইৰ ফালে চাইছিলোঁ।

"বিয়াই তোৰ জীৱনৰ প্ৰধান কথা নহয় মাষ্টৰ কাকা! তইতো আমাৰ গাৱঁলৈ মোক বিয়া কৰাবৰ বাবে অহা নাছিলি! আজি চাৰিমাহ আগলৈকে তই মোক বিয়া কৰোৱা কথাতো কোৱা নাছিলি! 'তই আমাৰ গাৱঁলৈ অহিছিলি, বাইজখনৰ বাবে, কেৱল চাম্পীৰ বাবে

নহয়! তোৰ দৰে মানুহৰ জন্ম কেৱল আহাৰ, মৈথুন, নিদ্ৰাৰ বাবে নহয় মাষ্টৰ কাকা!"

"চাম্পী, তোক এইবোৰ কথা শিকালে কোনে?"

"বাইবেলে? তই সেইবাৰ যোৱাৰ পিছত বাইবেলখন পঢ়িলোঁ। বাইবেলে মোৰ চকু মেল খুৱালে। নৃপেন কাকাক কলোঁ, আমাৰ গাৱঁত এটা গীৰ্জাও লাগে। বাৰেগাঁৱৰ পাদ্ৰী আহি কলহী পাৰৰ সৌডোখৰ ঠাইতে গীৰ্জাৰ স্থান নিৰ্দ্ধাৰণ কৰিলে।"

"কোন ডোখৰ ঠাইত?" মই যেন চকখাই উঠিছিলোঁ।

"সিডোখৰ ঠাইত যোৱাবাৰ আমি কথা পাতিছিলোঁ, খেতি-চাওঁলৈ যাওঁতে, মোৰ হাতত আছিল জ্বলন্ত ভটাটো—

"চাম্পী!"

"বঠাপাত 'থ'! আমি এতিয়া যাওঁগৈ ব'ল।" চাম্পীয়ে মোৰ হাতৰপৰা ব'ঠাপাত নিছিল। তাৰ পিছত বাউসীত ধৰি মোক উঠিবলৈ কৈছিল।

তাই আগে আগে, মই পিছে পিছে।
কলহীৰ বালিৰ ওপৰে ওপৰে।
কাৰো মুখত কথা নাছিল।

অলপ আগতে কলহীৰ বালিত দিয়া খোজবোৰ যেন মোছা যাব ধৰিছিল।

দূৰত হানাঘোঁৰা নাচৰ খোল-তাল নাগাৰা বাজি আছিল :

"ঢালে টুক টুক
আলে টুক টুক।"

**** শুই শুই বাইবেলৰ পাত লুটিয়াইছিলোঁ, চাম্পীহঁতৰ চাংঘৰত। মনটো ভাঠ হৈছিল। চাম্পী আৰু মোৰ প্ৰেমে প্ৰথম স্বাক্ষৰ বহন কৰা ঠাইডোখৰত বান্ধিব ওলোৱা গীৰ্জাৰ কথাটোৱে কিবা এক পুলক মনৰ মাজলৈ আনিছিল।

গতিকে মই ভাগি পৰা নাছিলোঁ। মাজতে ছয়গাৱঁত 'কলহী

পৰীয়া কৃষক সভা'ৰ বাৰ্ষিক অধিবেশনো পাতিছিলোঁ। সেই সভালৈ নৃপেন আৰু পল্টনৰ লগত চাম্পী আৰু তাইৰ গিৰিয়েকো আহিছিল। মানুহে কবলৈ ধৰিছিল, এক সম্ভাব্য বাওঁপন্থী নেতা মূৰ দাঙি থিয় হ'ব ধৰিছে।

---

[ ন ]

পিছে মোৰ নেতা হোৱা নহ'লে।

বোধ হয় মই নেতা হ'ব খোজাও নাছিলোঁ।

মই মাথোন মানুহৰ দুখ দূৰ কৰাৰ সংকল্প লৈছিলোঁ। অন্যায়ৰ বিৰুদ্ধে থুঁজিবলৈ দৃঢ় হ'ব যুজিছিলোঁ। কিন্তু মই পিছলি পৰিছিলোঁ।

এদিনাৰ এটা মাত্ৰ ঘটনাই মোৰ জীৱনৰ গতিকে সলনি কৰি দিছিল :

আন দেউবাৰৰ দৰে সিদিনাও গৈছোঁ কলহী পাৰলৈ। পাৰ্টিৰ কাৰ্য্যালয়ত পৰবৰ্ত্তী কিছুমান আঁচনি লৈ ঘৰ পাইছোঁ ৰাতি নটা বাজি গৈছে। অইন দিনাৰ দৰে কুকুৰটো ভুকি নুঠিল। চোতালত গৈ থিয় হ'লোঁ। তাৰ পিছত কাঁথিত। ভিতৰত দেখিলোঁ মাইঁত খাবলৈ বহিছে, কিন্তু কাঁহিত ভাতৰ এটা সাঁচো নাই, কিছুমান পচলা আৰু শাক-ভাজি। মই দুৱাৰ মুখত থিয় হৈ ৰ'লোঁ। একোকে কব নোৱাৰিলোঁ। ঘৰখনৰ ওপৰেৰে বহু ধুমুহা পাৰ হৈ গৈছে। কিন্তু এনে এক দৃশ্য কোতিয়াও কল্পনা কৰা নাছিলোঁ। তড়িত বেগেৰে মনৰ মাজত ভাৱৰ উদ্ৰেক হ'ল : মই আঁতৰি থকা এই কেই বছৰত মাইঁতে এনে দৰে কিমান দিনেই বা কেৱল শাক ভাজি আৰু পলোৰে পেটৰ জুৰাণি পেলাইছে। নৈশ বিদ্যালয়ত পোৱা দুশ টকা দৰমহাৰ

পৰা পঞ্চাশ টকাৰ বেছি ঘৰলৈ কোনো দিনেই পঠাব নোৱাৰোঁ। ঘৰখন কিবা এটা কৰি চলি আছে তেনে এক ভাবেৰেই বিশ্ববিদ্যালয়ত মই পঢ়ি আছিলোঁ। দুৱাৰ মুখত মই আৰু বৈ থাকিব নোৱাৰিলোঁ। জাৰৰ দিনৰ মোৰ বিছনা ধান খেৰৰ পুঁজীটোত সোমাই পৰিলোঁ গৈ। পুঁজীটোৰ খেৰখিনিও আমাৰ নহয়। পলাশবাৰীৰ যাদৱ হৰ্তৰ। আমাৰ ঘৰৰ ওচৰতে সিহঁতৰ খেতিৰ মাটি আছে। সৰুৰ পৰাই দেখি আহিছোঁ, আমাৰ ঘৰত থাকিয়েই যাদৱহঁতে মাটি কৰে, কাটে, মৰনা মাৰে। ধান কেইটা লৈ যায়, খেৰ খিনি লৈ যায়।

কেই মিনিট মান পিছত মা সেই খেৰৰ পুঁজীটোৰ গুৰিলৈকে আহিল, “আপা, চাউল দুটামান আছে, তাকে ৰান্ধিদিও, খা হি। সেই কেইটা কমলা আৰু ললিতাৰ কাৰণে ৰাখছিলু। ৰাতিপুৱাই কিবা নাপালি সেহাতে হুল-স্থুল লগে দেই।”

কমলা আৰু লালিতা মোৰ ভাগিন ছোৱালী। ছোৱালী এতিয়াও কুৰিতে বুঢ়ী হয় কলহী পাৰত। আনহাতে ডাঙৰ ভনী জেউতিক দিবলৈ আঢ্যৱন্ত ঘৰৰ অভাৱাগতিকে আবু আৰু মাই একেবাৰে দুখীয়া ল'ৰা এটালৈ জেউতিক বিয়া দিছিল। পিতাৰ তথাপি খবৰ নাই, মদ খাই য'তে ত'তে পৰি থাকেগৈ। মই মন্তব্য কৰিবৰ অৱকাশ না পালোঁ। ৰাতিপুৱা স্বামী-গৃহলৈ যাব ওলাই জেউতিয়ে যেতিয়া মোৰ ভৰিত ধৰি সেৱা কৰিছিল' মোৰ পুৰুষ সওা দুৰাও ৰাৱে কান্দি উঠিছিল। মানুহে ভাবিছিল, ভগ্নী-বিদায়ৰ বাবেই মোৰ এই অবাধ্য ক্ৰন্দন। কিন্তু মইহে জানিছিলোঁ, মই কিয় কান্দিছিলোঁ। কটন কলেজত পঢ়া ল'ৰা মই, বছৰৰ শ্ৰেষ্ঠ সাহিত্য প্ৰতিযোগী, শকুন্তলাৰ বিদায় দৃশ্যৰ নতুন ব্যাখ্যা দাঙি ধৰি সাপ্তাহিক এখনত এটি আলোচনা লিখিছিলোঁ—কন্বমুনিৰ যি দুখ, শকুন্তলা-বিদায়ৰ বাবে নহয়, তেওঁৰ দুখৰ অন্য এক কাৰণ আছিল স্বামী-গৃহত শকুন্তলাই পাব পৰা সামাজিক গৰিহনাৰ সম্ভাব্যতা। পিছত মোৰ অনুমানেই সঁচা হ'ল। পিতৃবয়সীয়া লেখাৰু মহাজনে

জেউতিৰ ওপৰত চকু দিলে। কিন্তু মহাজন বুলি জেউতিয়ে খাতিৰ নকৰিলে। এদিন দহ-বাৰজন মানুহৰ আগতে মহাজনৰ গলত মেখেলা এখন পিন্ধাইদিলে। নাম ঘৰত বিচাৰ বহিল। বিচাৰত তাই 'দণ্ডিতা হ'ল। দণ্ড দিবলৈ গিৰিয়েকৰ সামৰ্থ্য নাই। বৰঞ্চ কলে, এনে দন্দুৰী আৰু অসৎ তিৰোতা তাক নালাগে। খবৰ পাই আবু গৈ গৈ ৰাইজৰ আগত উপস্থিত হ'ল। ৰাইজক দণ্ডদি চিৰ দিনৰ বাবে ঘৰলৈ তাইক লৈ আহিল। কোলাত আহিছিল কমলা আৰু পেটত আছিল লালিতা। জেউতিক ঘৰলৈ অনাৰ পিছদিনা হাইস্কুলত পঢ়ি থকা নবীন মোৰ হোস্টেললৈ আহিছিল। সি আহিবৰ পৰত মই বং কিছুমানগুলি আছিলোঁ।—ৰাতি গুৱাহাটী নগৰীৰ দেৱালে-দেৱালে, দেৱাল লিপি লিখিবলৈঃ

—"সাম্যবাদেই শান্তিৰ একমাত্ৰ বাট।"

—"দালাল শোষকৰ দল, সাৱধান সাৱধান !"

নবীন গুচি যোৱাৰ পিছত মই আৰু দুটা মান নতুন শ্লোগান দেৱালত লিখিবৰ বাবে লিখি উলিয়াইছিলোঁঃ

—"অৰ্থনৈতিক মুক্তিয়েহে নাৰী-স্বাধীনতা আনিব,"

—"অৰ্থনৈতিক মুক্তিয়েহে নাৰীক মৰ্য্যাদা দিব,"

—"অৰ্থনৈতিক মুক্তিয়েহে বেশ্যা-বৃত্তি শেষ কৰিব,"

****মাই আকৌ কৈছে, "ৰাতি হ'ল, ভাত কেইটা খাহি। পলম কৰ্‌বা নাল্‌গে।"

মাৰ কথা খিনি ধান খেৰৰ পুঁজীত সোমাই পৰা মই সহজভাবে লব পৰা নাছিলোঁ। মই মৌন হৈ আছিলোঁ। মোৰ মৌনতা মাই নিশ্চয় বুজিছিল। হয়তো মোক আঘাত দি'বলৈকে তেওঁ কৈছিল "অকল এয়েইনা! আৰু বেয়া দিন আছে। তইঁত দুই ভিয়াবেৰ[১] মতি-গতি দেখি আবুৰ আৰু মোৰ চিন্তাত টুপুনি নাহা হোছি। ঘৰখনাৰ অৱস্থাও সেই, আজি খালি কালি নাই। আনহাতে

১। ভায়েৰৰ।

তহতে আকালাই[২] ধনী নহৱা, গটাই[৩] ৰাইজখনৰ লগতহে ধনী হবি, ৰাইজখনক ধনী কৰ্‌বা নল্লি[৪] তইঁত দুটা ধনী নহৱাকে থাকৃবি—এইগিলা[৫] গাছত গৰু উঠা কথা জান্‌বাক লেগি তইঁতক আমি ইচ্‌কুল—কলেজত পঢ়্‌বা দিয়া নাছিলু। সকৰ পেৰে পঢাত তোৰ মতি-গতি দেখি ভাব্‌ছিলু যে তয়েই ঘৰখানৰ মুখ উজলাবি। পিছে মনে ৰাজা হবা খুজ্‌লি কি হবো, বিধাতাই যে খুজি যাৱা কপাল আখানো[৬] দিয়া নাই। তই ঘৰখান এৰি ৰাইজখান জল কৰাতহে লাগ্‌লি। পিতেৰেৰ স্বভাবো সেটো—বেচি সকলো শেষ 'কল্লা'[৭]। ইথান[৮] থাকা বাৰীটোহে আছে। তামুলৰ গাছকেডাল, পুখুৰীটো আৰু গাই দুটা নহৱা হলি আবুৰে[৯] আৰু মই কাবাৰ[১০] ঘৰত বান্দী থাকৃবা লাগিল হয়। এহাতকেটাকো[১১] কবাত[১২] বান্দা-বান্দী থবা লাগিল হয়। ইফালে ভাৰতী আৰু নিৰ্মালি মানুহ হল[১৩]। তাহাত দুটাৰ কি কৰা? বিয়া দিবি দূৰৰ কথা, পিন্ধবাৰ 'বুলজে' দুটাও নাই। আকবাৰ[১৪] ভিজালি সেটো মুগুখাই মানে বাৰীৰ পাছত বহি থাকৃবা লাগে। বৰ দৰ্কাৰ হলি বুকত মেখেলা পিন্ধিয়েই কাম কৰ্‌বা লাগে। পাছে এমাখান[১৫] তই দেখিও নেদেখা। খালি[১৬] দেশখান কহে দেখা। আমাৰ কপালৰে দোষ বাপা।"

মই পুঁজীটোৰ ভিতৰত নিৰ্বাক নিস্পন্দে শুনি গৈছিলোঁ মাৰ কথাখিনি। তাৰ পিছতে শুনিলোঁ আবুৰ মাত। কঁকাল একেবাৰে পৰি গৈছে। মোক মাতিছে। মই নামি গ'লোঁ। আবুৱে কৈ গ'ল, "নিজৰ ধন নহলি ৰাইজৰ কামো কৰ্‌বা নোৰ্‌বি। আকাশত চাং পাতি লাৰ্ভ নাই। সিগিলা[১৭] তিৰশঙ্কুৰ চৰগ। তথাপি তোৰ

---

২। অকলে। ৩। গোটেই। ৪। নোৱাৰিলে।
৫। এইবোৰ। ৬। এখনো। ৭। কৰিলে। ৮। এতিয়া।
৯। আইতাৰে। ১০। কাবোবাৰ। ১১। ইহঁত কেইটাকো। ১২। কৰবাত।
১৩। মানুহ হ'ল শান্তী—হ'ল। ১৪। এবাৰ। ১৫। এইবোৰ।
১৬। কেৱল। ১৭। সেইবোৰ।

কথামাথান মই ভালপাওঁ। কিন্তু ভাল পালিয়েতো নহবো, ঘৰখানৰ কালেও চাবা লাগ্‌বো। মই আজি আছু কালি নাই। ভালাৰ আগৰ খুদৰ দৰে মানুহৰ জীউ। আনফালে দুটা আপী বিয়া দিবা আছে, বিয়া দিয়াটোও গলত লাগিলহি। নবীনো কলেজ পাওঁ পাওঁ। তই বাৰু বাতিৰ ইচকুলখানত চাকৰিটো পাৱা বাবে পাঢ়্‌লি, হিন্দীখিনি পঢ়ি থৱা বাবে বাচিলি, কিন্তু নবীনক কৰ্‌বি কি? মইতো নোৱ, মিয়াৰেও নোৰে। পিতেৰেকতো আশা কৰ্‌বাই নোৰি। আমি ভাব্‌ছিলু, পৰীক্ষাৰ আগে আগে এমাথা[18] কথা তোক নকও, সেয়ে ঢেকীয়া—কচু-পচলা খায়ো তোক আকো[19] কৱা নাঁছিলু। পৰীক্ষাক লেগি আৰু তিনি মাহ আছে। ভাল্‌কে পঢ়। এই তিনি মাহ আমাৰ কথা ভাব্‌বা নালগে।" তাৰ পিছত আবু কিছু ৰ'ল। আমি সকলো মৌন। ভাই, ভনী, ভাগিন কেইটা কাথিৰ মূৰে মূৰে বহি পৰিছে। মোৰ এনে লাগিল, এই সকলোবোৰে যেন মোৰেই মুখলৈ চাই আছে, মোৰ ভৰিৰ বলতে থিয় হৈ পৃথিবীক সিহঁতে মুখ দেখুৱাব খুজিছে। আবুই কলে, "যাবা সপ্তাহোত যিয়াৰেক বুলে কৈ গেছা যে হাকিমৰ পৰীক্ষাটো নেদা। আনফালে ভূমিধৰে বুলে ফৰাম জমা দিলাই। ইগিলা[20] বাদ দি। তয়ো কালি যাই ফৰাম আথান[21] জমা দিবি। মই আশীৰ্বাদ কৰ্‌ছু, হাকিম তই হোবি।" মাই কৈছিল, "চা বাপা, তোৰ উপৰতে সকলো। আমি অন্ধমুনিৰ দৰে তোৰ মুখত দেখি চাই আছু। কিবা আনি দিবি, তাকে আমি খাম। দশৰথে সিন্ধু মুনিক হত্যা কৰি অন্ধমুনি আৰু ঘৈণাককো হত্যা কৰ্‌ছিল। কিন্তু তোকতো কায়ো[22] হত্যা কৰা নাই। তই বুজি-বাজি চল্‌বা ধৰ।"

পিছদিনা মাইঁত মুঠাতেই মই ঘৰ এৰিছিলোঁ। আগদিনাৰ পৰা একো খোৱা নাছিলোঁ। 'বিশ্ববিদ্যালয় সপ্তাহ' চলি আছিল।

---

১৮। এইবোৰ। ১৯। একো। ২০। এইবোৰ।
২১। এখন। ২২। কোনেও।

আকস্মিক বক্তৃতা-প্ৰতিযোগিতাত যোগ দিলোঁ। প্ৰতিজন প্ৰতিযোগীয়ে দুটা দুটা বিষয়ত কব লাগে। মোৰ ভাগত আছিল। 'ভেনিটি ব্যাগ' আৰু বৈজ্ঞানিক সমাজবাদ'। কৈছিলোঁ, "ভেনিটি ব্যাগ অভিজাত সভ্যতাৰ প্ৰতীক বি মজদুৰ সৰ্বহাৰাৰ বাবে মূৰ্তিমান বিভীষিকা। আমাৰ আইডাইজন, মাইকেল হাচুটিৰ বুৰ্জোৱা সংস্কৰণ ভেনিটি ব্যাগ। এই ভেনিটি ব্যাগ সৰ্বহাৰা বাইজৰ বাবে গ্ৰহণীয় নহয়। থাবলৈ নোপোৱা ভাৰতবৰ্ষত ভেনিটি ব্যাগৰ কোনো মৰ্য্যাদা থাকিব নালাগে। 'বৈজ্ঞানিক সমাজবাদ' এই ভেনিটি "ব্যাগ" জাতীয় অভিজাত্যৰ বাবে এক প্ৰচণ্ড প্ৰত্যাহ্বান। বৈজ্ঞানিক সমাজবাদেৰে আমি গঢ়িম এখন নতুন সমাজ, নতুন ভাৰত, নতুন পৃথিবী" আদি আদি।

তাৰ পিছতেই মই গৈ জাপ মাৰি উঠিছিলোঁ 'ইউনিভাৰচিটি' বাচ'ত। এ. চি. এচ.-ৰ ফৰ্ম-বিজ্ঞাপৰ শেষ তাৰিখ। সময় উকলিবলৈ আৰু এঘণ্টা মাথোন বাকী আছিল। কেইবা হাজাৰো প্ৰতিযোগীৰ মাজত মোৰ ফৰ্মখনো সোমাই পৰিল। পৰীক্ষা দিলোঁ। আবুৰ আশীৰ্বাদ ফলিয়ালে। মোক এচ. ডি. চি. কৰা নিয়োগপত্ৰ এখন আহি পালে। কাৰবি আংলঙৰ ভিতৰুৱা ঠাই এখনত জইন কৰিব লাগে। খবৰটো কলহীৰ দুয়ো পাৰ ফাটি-ফুটি গ'ল। আনপিনে মোৰ মনৰ মাজত তুমুল ধুমুহা আৰম্ভ হ'ল—জইন কৰিম নে নকৰিম। ঠিক তেতিয়াই 'কলহী পৰীয়া কৃষক সভা'ৰ কামত মই বৰ ব্যস্ত। গাৱেঁ গাৱেঁ ঘূৰি ফুৰিছোঁ। মোৰ কাৰ্য্যই নবো মহাজন, ভূমিধৰ, হৰমন কেওঁট আৰু হৰিণ চৌধুৰীহঁতৰ বাঁহ ভঙা কদো ৰবলৰ দৰে যঙাল কৰি তুলিছে। চৰকাৰী নিৰ্দেশ আছিল : মই অতিশীঘ্ৰেই জইন কৰিব লাগে। সিদ্ধান্ত কৰিলোঁ, জইন মই নকৰোঁ। কথাটো নবো মহাজনহঁতৰ কাণলৈ পৰিল। [illegible] মই [illegible]। [illegible]

[illegible]

আবেলিৰ দুঘণ্টামান পাৰ কৰিলোঁ। কিন্তু ছয়গাওঁ পায়েই মই হুতবাক হৈ গ'লোঁ। এখন ছপা বা 'নিবেদন', সেইখন কিমান বাৰ পঢ়িছিলোঁ, আজি মোৰ মনত নাই :

„বলীন হাকিম হোৱা খবৰ

( ৰাম আৰু ৰহিমৰ কথোপকথন )

ৰহিম—হেৰি নহয় ৰাম, বলীন বোলে হাকিম হ'ল ?

ৰাম—হঁা হিৰাম মদাহীৰ পুতেকতো। তাতকৈ ডাঙৰ মিছা আৰু কি কব ?

ৰহিম—মানে ?

ৰাম—মানে আৰু কি ? বাপেকৰ মদৰ নিচাই এইবাৰ তাকো চুলেহি। কোনোবাই হাকিম চাকৰি পাই নকৰো বুলি কয়নে ? আচলতে হাকিম সি হোৱাই নাই।

ৰহিম—নহয়, কথাটো আমি বেলেগ ধৰনেহে শুনিছোঁ। তাক জইন কৰিব কোৱা ঠাইডোখৰ বোলে ঘৰ ভিতৰুৱা। সেই কাৰনেহে যাব খোজা নাই।

ৰাম—হয় হয়, বৰ ভিতৰুৱা। বাৰ-তেৰ দিন হাতীৰ পিঠিত, বাঘ-ভালুকৰ পিঠিত উঠি যাব লাগে।

ৰহিম—বলীনৰ বাপেকে সকলোকে কৈ ফুৰিছে যে বলীন আজি-কালি মাটি হাকিম। বলীনৰ হেনো······

ৰাম—সেইখন বলীনৰহে মুখ। কম্‌নিস্টক কোনোবাই বিশ্বাস কৰে জানো ?

ৰহিম—এ কথাবোৰ কি ঘূৰাই-পকাই কৈছাহে ? বুজাই নোকোৱা কিয় ?

ৰাম—কবলৈ ভয়েই লাগে, বুইছা। ভঁড়ালভঙা কম্‌নিস্টবহে শিচ। একে ঘূচে মোৰ মুখৰ ভঁড়ালো ভাঙি দিব। চাওঁ, তথাপি শুনিব বেভিয়া খুজিছা, কানে কানেই কওঁ। ( ৰহিমৰ কানৰ কাষলৈ মুখখন নি ফুচ-ফুচাই ) আচলতে কি জানা ? বলীন হাকিম-চাকিম হোৱা

নাই। এইবোৰ সব ভুৱা। অহা কমুনিস্ট সভাত কবৰ বাবেই মই চাল—"চাওক ৰাইজ, আপোনালোকৰ বাবে মই হাকিম চাকৰিও এৰিলোঁ। গতিকে এম-এল-এৰ বাবে ভোট এইবাৰ মোকেই……"

ৰহিম—এ হয়নেকি?

ৰাম—নহয়নো আৰু কি? পুৰা দিচপুৰত কাগজ চাই আহিছোঁ আমি। বলীন হাকিম-চাকিম একো হোৱা নাই। হাকিম হোৱা ইমান সহজ নহয় দেউহে। ঃ সত্যবাদী ঃ।"

লাৰু এটা কৰি মুঠি মাৰি ধৰিছিলোঁ 'নিবেদন'খন। ৰাস্তাই-ঘাটে ওলাব নোৱাৰা হ'লোঁ, সকলোতে সেইখনৰ কথা। দুই এজনে মুলৰ আগতে সুধিও পেলালে। ভূমিধৰে কলে, "মই পৰীক্ষা দি নাপালোঁ। সেই বুলি মিছা কৈ ৰাইজক ফাঁকি দিয়া নাই ভাই। তোৰ এই কামে আমাৰ সকলোখিনি শিক্ষিতৰ মুখতে কালিমা সানিলে।" ভূমিধৰৰ মুখলৈ দলিয়াই দিবৰ মন গৈছিল নিয়োগ-পত্ৰখন। কিন্তু কিমানৰ মুখলৈ দলিয়াম সেইখন। গোটেইখন কলহীপাৰতে আজি মই মিছলীয়া। ভৰিভাঙা গোসাই ঘৰত হোৱা আয়তী-নামৰ পৰা আহিও মাই বকনি ধৰিছিল, "মদাহীৰ পুতাকে ইয়াতকে আৰু কি ভাল কাম কৰ্‌বো? ইথান মোক নামক সাব নৰা কৰিহে সি ৰং পালা। ইয়াক জন্মাৰ দিনাই কলহীৰ পানীত ভাঁহে দিবা লাগছিল।" ভাগিনীজনী কান্দি কান্দি ঘৰ পাইছিলহি, তাইক বোলে সকলোৱে 'হাকিমৰ ভাগিনাক' বুলি জোকায়। স্কুলৰ পৰা নবীনে আহি কৈছিল, "চাৰহঁতে তোক বেয়া পাইছে। আজি মোক কমন কমলৈকে মাত্তি নি তোৰ কথা সুধিছিল। লগতে তোক কবলৈ দিছে, ভবিষ্যতে এনে কাম নকৰিবলৈ।"

মোৰ কি হৈছিল নাজানো। কাকোৱেই একো উত্তৰ দিয়া নাছিলোঁ। বিছনাখনত [illegible] দি পৰি আছিলোঁ। পিছদিনাখন বোৱাৰী-পুৱাতে বিছনা এৰিছিলোঁ। মাক ভাত বাঢ়িবলৈ কৈছিলোঁ। গা-পা ধুই সেই কেইটা মুখত দিছিলোঁ। তাৰ

পিছত আৰু আৰু মাক সেৱা কৰিছি কাৱৰিআংলঙৰ ভিতৰৰা ঠাই এখনলৈ বুলি খোজ লৈছিলোঁ। পিতা তেতিয়া বোধ হয় কোনোবা মদৰ ৰাজ্যত!

ভেন্টিলেটৰৰ ফাঁকেৰে দেখিলোঁ, পুৱাৰ পোহৰ সোমাই আহিছে। বাহিৰলৈ ওলাই গ'লোঁ। বাগিছাৰ ভিতৰত সোমাই পৰিলোঁ। দেখিলোঁ, প্ৰাতঃভ্ৰমণ কৰি নবীন, প্ৰধান আৰু হলধৰ উভটি আহিছে। যোৱা ৰাতি সিহঁত দুটা নবীনৰ লগতে আছিল। মই আকৌ দেখিলোঁ, সিহঁতৰ লগত কিৰনো আহিছে। কলঙ্কীপাৰৰ যি কেইজন লোকে চলিত আন্দোলনটোত একেবাৰে গা ঢালি নিদি আন্দোলনৰ বিভিন্ন দিশ চালি-জাৰি চাইছে, তাৰ ভিতৰত কিৰণ অন্যতম।

মোক মাত দি কিৰণ নবীনৰ কোঠাত সোমাল নবীনৰ কোঠাৰ গাতে লাগি আছে বাগিছাখন। সূৰ্যমুখী ফুল এটাত হাত এখন মই বুলাব ধৰিলোঁ। ফুলটো তেতিয়াও সম্পূৰ্ণকৈ ফুলি উঠা নাই। ঠিক তেতিয়াই মোৰ কানত পৰিলহি কিৰণহঁতৰ কথোপকথন :

"এই ৰাতিপুৱাই তোৰ ইয়ালৈ আহিলোঁ বিশেষ এটা কাৰণত। ভালেই হ'ল, ইহঁত দুটাকো লগ পাই গলোঁ। যোৱাকালিৰ মিটিঙত তহঁতে মোক আৰু বীৰেণহঁতক যেনেকৈ 'দেশদ্ৰোহী' সজালি, তাৰ উত্তৰ দিবলৈহে ইয়ালৈ আহিছোঁ। আহি অৱশ্যে ভাল নকৰিলোঁ। কাৰণ মোৰ লগত দেখিলে ছাত্ৰসন্থা আৰু গণসংগ্ৰামে তহঁতকো এঘৰিয়া কৰিব। কালি গধুলি আৰু এক মজাৰ অভিজ্ঞতা পালোঁ। কোনোখন চাহ দোকানেই আমাক চাহ নিদিয়ে। শিৱকাই গেলামালৰ দোকানত নগদ টকা দিও বস্তু নাপালে। কম্যুনিষ্টক বস্তু নিদিবৰ বাবে ছাত্ৰসন্থা আৰু গণ-সংগ্ৰামে বাধা দি থৈছে বোলে। শুনিছোঁ, আজিৰ পৰা ছাত্ৰ-ছাত্ৰী সকলে মোৰ শ্ৰেণীতো উপস্থিত নাথাকিব, মই শ্ৰেণীতে সোমোৱা মাত্ৰেই শ্ৰেণীৰ পৰা ওলাই যাব। তাৰ পিছত, মোক চাকৰিৰ পৰা খেদিবলৈ কৰ্তৃপক্ষৰ ওচৰত দাবী কৰিব।" কিৰণ কিছু ব'ল "নবীনৰ

নিশ্চয় মনত আছে যে সকলোতে বলীন, মোহন, বীৰেন আৰু মই বাটলু গুটিৰে ৰবৰৰ ধেনু মাৰি ফুৰিছিলোঁ। তেতিয়া আমি প্ৰায় কোৱাকুই কৰিছিলোঁ যে তেজ খোৱা নৰো আৰু হৰিণ মহাজনৰ চকু-কেইটা বাটলুগুটিৰে ফুটাই দিম। হৰমন কেঞ্চাৰ পেটত বিহলগা ধেনুকাঁড় মাৰিম। পিছত আমাৰ ক্ষোভে বৈজ্ঞানিক বাট বিচাৰি পালে। বলীনে কটন কলেজৰ পৰা মাৰ্ক্সবাদৰ শিক্ষা আমালৈও কাঢ়িয়াই আনিলে। কিন্তু হাকিম হাবলৈ পাই সি আমাক শেষত বিশ্বাস-ঘাতকতা কৰিলে।" কিৰণৰ শেষৰ শাৰীটোৱে মোৰ দেহত যেন শক্তি-শেলেহে শানিলে। সি কৈ গৈছে, "গোটেই অসমতে কম্যুনিষ্টক হয় হত্যা কৰা হৈছে, নহয় এঘৰীয়া কৰা হৈছে। আখ্যা দিয়া হৈছে দেশদ্রোহী, বদন। যোৱাকালি তইঁতে আমাকো বদন সজালি। হিটলাৰৰ জাৰ্মনীৰ দৰেই অৱস্থা বৰ্তমান অসমৰ। সৰ্থেবাৰী আৰু সৰভোগতে কম্যুনিষ্টৰ ওপৰত মুঠ বিৰানব্বৈটা আক্ৰমণ চলিল। দেশখনক ভাল-পোৱাটো ছাত্ৰসন্থা আৰু গণসংগ্ৰামৰ যেন একচেটিয়া অধিকাৰ!"

"আপুনি কথাবোৰ বৰ বেচিকৈ কৈছে কিৰণ ককাইদেউ। হলধৰৰ প্ৰত্যুত্তৰ।

"এৰা ছাত্ৰসন্থা আৰু গনসংগ্ৰামৰ বেয়া দিনটো দেখুৱাই দিলেই বেছিকৈ কোৱা হয়—বদন সাজোৱা হয়। নৰো মহাজনেৰ ভুমিধৰক ছাত্ৰসন্থাৰ সভাপতি ভাঙি নবীনক কিয় সভাপতি পাতিলি, তাকে যদি কওঁ মই দেশদ্রোহী হৈ যাম। তইঁতে যিটো উদ্দেশ্য আগত ৰাখি আন্দোলন কৰিছ, তাত আমাৰ আপত্তি নাই। কিন্তু শ্বহীদ বেদী সজাবলৈ কিনা চিমেণ্ট নি ভুমিধৰে যেতিয়া পায়খানা সাজিলে—"

"মিছা কথা! ভুমিধৰে তেনে কাম কেতিয়াও কৰা নাই।" প্ৰধানৰ তীব্ৰ প্ৰতিবাদ।

"তেনেহলে ভুমিধৰক তইঁতে সভাপতি ভাঙিলি কিয়? কলহী-পাৰ গণসংগ্ৰাম পৰিষদে তেওঁলোকেৰ সভাপতি গজেন্দ্ৰক আঁতৰাৰে

কিয় ? বাতৰি কাকততে পঢ়িলোঁ, আন্দোলনৰ বহু টকা আত্মসাৎ কৰিলে গজেন্দ্ৰই !”

“সেইবোৰ মিছা কথা। ৰটনা তোমালোক কম্যুনিষ্ট-খিনিয়ে উলিওৱা কথা।” হলধৰ প্ৰায় চিঞৰি উঠিল।

“বাৰু, বুজিলোঁ।” উত্তৰত কিৰণে কৈছে, “কিন্তু কম্যুনিষ্ট নবীনকে তোমালোকে এতিয়া দেখোন সভাপতি পাতিলা ?”

“কোতিয়াও নহয়। নবীন এতিয়া কম্যুনিষ্ট নহয়। সাদিনীয়া সন্ধ্যাচল'ত সি লিখা প্ৰবন্ধ মই কিয় কম্যুনিষ্ট নহওঁ' আপুনি পঢ়িছেই নিশ্চয়। আপুনিও পাৰ্টি এৰক, বাতৰি ককাতত বিবৃতি দিয়ক, আমি আপোনাক আমাৰ উপদেষ্টা পাতিম।” প্ৰধানে কৈছে।

“মোক সেইবোৰ কথা নকবা। মাৰি পেলালেও পাৰ্টিৰ পৰা মোক আতঁৰাই আনিব নোৱাৰিবা। মই নিজে বহু কৰিম বুলি ভাবিছিলোঁ। কিন্তু বলীনৰ বিশ্বাসঘাতকতাৰ বাবে থমকি ৰৈছোঁ। এতিয়া নবীনৰ কাৰ্য্যইও চিন্তিত কৰিছে। পিছে উগ্ৰ জাতীয়তাবাদৰ টৌত ডাঁহি গৈ কি কৰিম বুলি ভাবিছা ?”

“আৰু আপোনালোকে বিদেশী বঙালীৰ ভৰি চেলেকি কি মহাভাৰতখন শুদ্ধ কৰিম বুলি ভাবিছে ? পশ্চিমবঙ্গৰ মুখ্যমন্ত্ৰী জ্যোতি বসুৰ চেলা হৈ কি কৰিব ওলাইছে ? স্বৰ্গখন অসমলৈ নমাই আনিব খুজিছেনেকি ?” হলধৰৰ তীব্ৰ শ্লেষোক্তি।

“ছিঃ। শব্দৰ মাৰ্জিত ব্যৱহাৰ কৰিবিচোন।” কিৰণে কলে,” এই আন্দোলনক জ্যোতি বসুৰে 'পিকনিক পাৰ্টি আখ্যা দিয়া কথাটো মই নিজেও ভালপোৱা নাই। কিন্তু জ্যোতি বসুৱে যি কৰে, সিয়েই কম্যুনিজম হব নোৱাৰে। আনহাতে আন্দোলনৰ উদ্দেশ্যে বিদেশী-বহিষ্কৰণ, জ্যোতি বসুৰ নিন্দাবাদ নহয়। জ্যোতি বসুৰ মূৰ্তি-দাহ কৰিলেই বিদেশীখিনি আঁতৰি নাযায়।” কিৰণে কৈ গৈছে, “১৯৪৮-৫২ চনত তুজনমান শোষক-মহাজনক হত্যা কৰি কম্যুনিজম আনিব

পৰা নগ'ল, বৰঞ্চ শোষক শ্ৰেণীৰ অতপালিহে বাঢ়িল। ঠিক সেইদৰে দুজনমান কম্যুনিষ্টক হত্যা কৰিলেই অসমৰ পৰা কম্যুনিজ্‌ম আঁতৰি নাযায়। মই ভাবি নাপাওঁ, তহঁতে বিদেশী খেদিব খুজিছ নে কম্যুনিষ্ট বধিব খুজিছ ?"

"আপোনালোকনো কিহৰ কম্যুনিষ্ট ককাইদেউ ? কম্যুনিজ্‌মৰ দুখনমান কিতাপ ডাটৌৰ দৰে আওৰালেই কম্যুনিষ্ট হ'ব নোৱাৰি। ৰাছিয়া আৰু চীনৰ কথা আওৰালেই অসমখনক ৰাচিয়া বা চীন কৰিব নোৱাৰি। আফগানিস্থান আক্ৰমণ কৰা ৰাছিয়া ভিয়েটনাম আক্ৰমণ কৰা চীন আৰু কম্পুচিয়া আক্ৰমণ কৰা ভিয়েটনাম—এই কম্যুনিষ্ট দেশবোৰৰ কাণ্ড-কাৰখানা দেখিহে কম্যুনিষ্ট পাৰ্টি মই এৰিলোঁ। আমাৰ কাৰণে অসমহে সঁচা অসমৰ সমস্যাহে আমাৰ আপন সমস্যা। নবীনে কলে।

"কিন্তু অসমৰ সমস্যা ভাৰতৰ লগত জড়িত আৰু ভাৰতৰ সমস্যা পৃথিবীৰ লগত। ইৰানত যেতিয়া তেলৰ দাম বাঢ়ে, আমাৰ ইয়াত কনীৰ দাম নবঢ়াকৈ নাথাকে। চি. ই এম জোদৰ "হিষ্ট্ৰী অব চিভিলাইজেশ্যন" গ্ৰন্থ নবীনে অন্ততঃ পঢ়িছা। সেই গ্ৰন্থত জোদ শেষ-সিদ্ধান্তত উপনীত হৈছে যে অকলে এখন দেশ সভ্য হৈ লাভ, নাই, কাৰণ তাৰ চৌপাশে থকা অসভ্য দেশসমূহে সভ্য দেশখন ধ্বংস কৰি পেলায়। তহঁতৰ দৰে শিক্ষিত ডেকাক বৈদেশিক নীতি শিকোৱাৰ প্ৰয়োজন নাই !" কিৰণৰ উত্তৰ।

"বৈদেশিক নীতি নীতি কৰিয়েইতো অসমখন খালে। বাংলা দেশৰ স্বাধীনতা যুদ্ধৰ সময়ত আমি লোৱা বৈদেশিক নীতিৰ বাবেও আজি আন্দোলন কৰিবলগা হৈছে। সেই সময়ত গেটেইখন উত্তৰ কামৰূপতে ভীষণ আকাল, দুৰ্ভিক্ষ। কিন্তু সেই দুৰ্ভিক্ষৰ ফালে চাবলৈ কি ৰাজনৈতিক, কি সমাজসেৱী, কি সংখ্যা-দিক-সাহিত্যিক—কাৰোৱেই সময় নাই। উত্তৰ কামৰূত যাবলৈ নাপাই মানুহ মৰিল, কিন্তু আমাৰ দেশৰ ধনেৰে বাংলা দেশৰ মানুহ জীয়াই থাকিল।

এতিয়া সেই বাংলাদেশীৰ বাবেই উত্তৰ কামৰূপৰ বহু বাই-ভনীৰ সতীত্ব গ'ল, আমি আন্দোলন কৰিবলগা হ'ল। এইবোৰ কেনে ধৰনৰ বৈদেশিক নীতি? নিজৰ পেট মাৰি আনক জীয়াই ৰখা নীতি আকৌ কেনে ধৰণৰ?" হলধৰে প্ৰশ্ন-বাণ হানি কিৰণৰ ফালে চালে।

"তোৰ কথাখিনিত সত্যতা আছে। কিন্তু কিবা এটা গন্দগোল লাগিলেই কমিউনিস্টখিনিক দোষ দিয়া হয় কিয়? ১৯৬২ চনত চীনে কৰা ভাৰত আক্ৰমনৰ বাবেও কম্যুনিষ্টখিনিক জেলত পচিবলৈ দিয়া হ'ল কিয়? কম্যুনিষ্ট বিষ্ণু ৰাভক ককাঁলত জৰী লগাই তেজপুৰ চহৰৰ মাজেৰে টানি নিয়া হ'ল কিয়? ঠিক তেতিয়াই প্ৰধানমন্ত্ৰী নেহেৰুৱে অসমক ভাৰতৰ পৰা বিদায় দিয়া বাণীৰ বিচাৰ নহ'ল কিয়?" কিৰণে কৈ গৈছে, "আচলতে এই আটাইবোৰেই ধনতন্ত্ৰৰ চাল, তহঁতে বুজিব লাগে। এই আন্দোলনৰ সময়তো কম্যুনিষ্টে কোৱা নাই যে বিদেশী খেদিব নালাগে। তেওঁলোকে কেৱল আবেগবৰ্জিত হৈ দাঙি ধৰিছে বিদেশীৰ সংজ্ঞা, সংখ্যা আৰু বহিষ্কৰণৰ উপায়।" নবীনহঁত নীৰৱ। কিৰণে কৈ আছে," মহিমাবাইহঁতো আন্দোলনত নামিছে। তেওঁলোকৰ কাৰ্য্যত সততাৰ অলপো অভাৱ নাই। কাটিয়াকাইঁতে ভাবিছে যে এই আন্দোলনৰ ফলত তেওঁলোকৰ কপাল ফুলিব। কিন্তু কাৰ্য্যতঃ সেয়া যেতিয়া নহ'ব, বিদেশী বাহিৰ কৰাৰ পিছতো তেওঁলোকৰ পেটৰ সমস্যাটোৰে যেতিয়া সমাধান নহ'ব তেতিয়া তহঁতে তেওঁলোকক কি কবি?"

"কিন্তু আমাৰ প্ৰথম লক্ষ্য বিদেশী, তাৰ পিছতহে আইন কথা।" হলধৰৰ উত্তৰ।

"কাৰণ শোষক ঘৰৰ পৰা ওলোৱা বাতৰি কাকত কেইখনে তহঁতৰ মুৰবোৰ ঘোলা কৰিছে। 'সন্ধ্যাচল'ৰ অধিকাংশ কৰ্মীয়েই বাংলাদেশী নহয়নে? কম দৰমহাত পোৱা বাবেই। সন্ধ্যাচল'ৰ মালিকে বাংলাদেশী কৰ্মী অত বছৰে নিয়োগ কৰি অহা নাইনে?

সেই 'সন্ধ্যাচল' এই এতিয়া তহঁতৰ মুখপত্র। পাহৰি কিয় গৈছা যে কৰ্মী খিনিয়ে ইউনিয়ন কৰিব ওলালে 'সন্ধ্যাচল'ৰ মালিকেই জাঙুৰ খাই উঠে? তহঁতৰ বাবে যি বাওঁপন্থী চিন্তাৰ প্ৰয়োজন, সেই চিন্তাৰ ওপৰতে কুঠাৰাঘাত কৰিছ। আন্দোলনে ·····।"

দেখিলোঁ, ৰাজেন বাগিছালৈকে দৌৰি আহিছে। সি কলে যে ফোন আসিছে। মই গৈ ফোন তুমি ললোঁ, "কি কলে? কম্যুনিষ্ট কাৰ্য্যালয়টো জ্বালাই দিলে? কম্যুনিষ্ট কৰ্মী অবিনাশ তাতে পোৰা গৈ মৰি আছে? মই এতিয়াই গৈছোঁ।"

কপোৰযোৰ পিন্ধি উঠিছোঁ মাথোন, ফোন আকৌ বাজি উঠিলঃ কলহীপাৰতো ডাঙৰ কাণ্ড এটা ঘটিছে। মোৰ কাছাৰীৰ বৰ-কেৰাণী হামিদ আলীক কোনোবাই হত্যা কৰিছে আৰু তেওঁৰ শটো কলহীত ভহাঁই দিছে। শটো গৈ বিহদিয়া গাওঁৰ হাৱাবেৰা [23] এখনত বাজি আছে।

অবিনাশৰ শটো মান্নুহে ঘেৰি আছে। দাৰোগা আৰু মোক যোৱা দেখি মান্নুহবিলাকে বাট এৰি দিলে। আধা পোৰা অৱস্থাত এটা মৰা শ। অবিনাশ বুলি কোনো পধ্যেই চিনিব নোৱাৰি। ভায়েকে আহিহে চিনাক্ত কৰিছে। অবিনাশৰ মাক আহি আধা পোৰা সেই শটোৰ কাষতে পৰি আছে। ভায়েক-ভনীয়েক কেইজন উচুপি আছে। বাপেক নাছিল। উকিয়ামৰ বজাৰলৈ গৈছে। অঞ্চলটোৰ বজাৰে বজাৰে তেলৰ দোকান দি অবিনাশেৰে বাপেক মদন সাহাই সংসাৰখন চলাই আছে।

মৰনোত্তৰ পৰীক্ষাৰ বাবে অবিনাশৰ শটো গাড়ীতে তুলিবলৈ নিৰ্দ্দেশ দিয়া হ'ল। কিন্তু কম্যুনিষ্ট কৰ্মীখিনি গাৰ্জি উঠিল : অবিনাশ পোৰা যোৱাতো দেখ দেখ কথা। তাতে আকৌ পোষ্টমৰ্টেমৰ দৰ্কাৰ কি? কোনো পধ্যে শটো ইয়াৰ পৰা নিব দিয়া নহ'ব।

---

২৩ বৰুজ, গৰাখহনীয়া বন্ধ কৰিবলৈ নৈৰ সোঁতক বাধা দি সজা বাঁহৰ বেৰ।

তেওঁলোকে সেই ঠাইতেই তাৰ সংকাৰ কৰিব। সেই ঠাইত অবিনাশৰ প্ৰস্তৰ-মূৰ্ত্তি থিয় কৰি ৰাখিব। অবিনাশৰ বিনাশ নাই। এজন অবিনাশ মৰিব পাৰে, কিন্তু হাজাৰজন অবিনাশ জীয়াই আছে। সমাজৰ শত্ৰু হঁতেহে অবিনাশক পুৰি মাৰিলে। অবিনাশৰ মৃত্যুৰ উচিত তদন্ত লাগে।

পৰিস্থিতিৰ উত্তপ্ততা ক্ৰমে বাঢ়ি গ'ল। অৱস্থাই গুৰুতৰ ৰূপ লোৱাৰ আশংকা ঘনীভূত হ'ল। বঙালী মানুহখিনিয়ে অসমীয়া মানুহখিনিৰ ওপৰত বিভিন্ন মন্তব্য কৰিছে। অসমীয়াখিনিয়ে তাৰ প্ৰতিবাদ কৰিছে। মুছলমান মানুহ তেতিয়া তাত প্ৰায় নাছিল। তেওঁলোক-হামিদৰ মৃতদেহ আনিবলৈ গৈছে। লগত পুলিচ।

অ'.চি ৰ. লগত আলোচনা কৰিলোঁ। শীঘ্ৰেই আৰু কেইজনমান সি আৰ পি অনাই ললোঁ। মই 'ইনকুৱেষ্ট ৰিপোৰ্ট' লিখিলোঁ। তাৰ পিছত পুলিচী বেষ্টনীৰ মাজত অবিনাশৰ শটো পোষ্টমৰ্টেমৰ বাবে গাড়ীত তুলিলোঁ। মানুহ বোৰক শীঘ্ৰেই তাৰপৰা ঘৰাঘৰি যাবলৈ আদেশ দিলোঁ। তাৰ পিছত গাড়ীত উঠিলোঁ। তাত এৰি আহিলোঁ পুলিচ আৰু চি আৰ. পি কোনো দিনে চি আৰ পি ৰ ভৰিৰ খোজ নোপোৱা কলহীৰ দুয়ো কূলে এইবাৰ চি আৰ পি ৰ খোজৰ সোৱাদ পাইছে।

আহিয়েই সান্ধ্য আইন জাৰি কৰাৰ বিহিত ব্যৱস্থা ললোঁ।

কলহী পৰীয়া ছয়গাৱঁৰ মাটিত প্ৰথম বাৰৰ বাবে সান্ধ্য আইন জাৰি কৰা হ'ল। সেই সান্ধ্য আইন ঘোষণা কৰিলোঁ মই, এজন কলহী পৰীয়া ডেকাই। এচ ডি চি. আৰু এক্সিকিউটিভ মেজিষ্ট্ৰেট বলীন ঠাকুৰীয়াই।

---

[ দহ ]

হামিদ আলি আৰু অবিনাশৰ মৃত্যুৰ তদন্তৰ ভাৰ মোৰ ওপৰতেই পৰিল। মোক পৰামৰ্শ দিবলৈ সদৰৰ পৰা এজন ই এ চিও পঠোৱা হৈছে। ই এচ চি বৰুৱা মাজে মাজে আহে। ৰাতিপুৱা আৰামী চকীখনত বহি এই তদন্ত কেনেকৈ শেষ কৰা যায়, তাকেই ভাবি আছিলোঁ। মই গমেই পোৱা নাছিলোঁ, কেতিয়া আহি মহিমা বাই আৰু মলিনা মোৰ পিছফালে থিয় হৈ আছিলহি। মলিনার মুখলৈ চালোঁ। তাইক বোধহয় এয়া মই পাঁচ বছৰৰ পিছত দেখিছোঁ। মহিমাবাইৰ ডাঙৰজনী জীয়েক মলিনা মোৰ সমবয়সীয়া মোহনৰ ঘৈনীয়েক মাটিমলাৰ বায়েক। সৰুতে তাইক মহিমাবায়ে মাজে মাজে আমাৰ ঘৰলৈ আনিছিল। তাইৰ ককায়েক পানীৰাম আৰু কটিয়াৰ দৰে তাইৰ লগতো মোৰ মিল আছিল। মলিনাৰ লগত ওমলা কথাও মোৰ মনত পৰে। তাইক আমাৰ ঘৰতে থৈ মহিমাবাই ওচৰৰ আন আন গাঁৱলৈ মাছ সলাব গৈছিল। তেতিয়া আমি উমলিছিলোঁ। প্ৰায়েই তাই কইনা হৈছিল আৰু মই হৈছিলোঁ দৰা। আমাৰ মিল দেখি ল'ৰা ছোৱালীবোৰক কোনে জানো জোকাবলৈ শিকাই দিছিল :

"কলহী পাৰৰ বগৰী,
কায়ো[1] নাখায় বোটলি[2]
বলীন আপা টিঙৰ ঘৰ
মলিনা আপী পলে গেল।"

বগৰী গছ কলহী পাৰৰেই এক বিশেষত্ব। গৃহস্থৰ নঙলাত বগৰী, বাৰীত বগৰী, ৰাস্তাৰ কাষে কাষে বগৰী কলহীৰ পাৰে পাৰে বগৰী, পাৰৰ বগৰী হাউলি যোৱাৰ ফলত কলহীৰ পানীতো বগৰী। বগৰীৰ বতৰত ছয়গাঁও হাটত বগৰী বেছিও মাটিমলা, মোহন হঁতে লোন-তেলৰ

১। কোনেও। ২। বটলি।

দামখিনি উলিয়ায়। গুৱাহাটীৰ পৰা ছয় গাঁৱৰ ৰবিবৰীয়া বজাৰলৈ বহুতো বেপাৰী আহে। তেওঁলোকেই মোহন হঁতৰ কাৰী কিনে। প্ৰাণজিতে এই বগৰী দেখিয়েই মন্তব্য কৰিছিল—“ওহ! ইট ইজ এ ৰিজিয়ন অব পাম ট্ৰিজ—বগৰীৰ ৰাজ্য এইখন।” কিন্তু মই কৈছিলোঁ,—“ন’ ইট ইজ এ ৰিজিয়ন অব পোভাৰ্টি নাই নহয়, দাৰিদ্ৰৰ ৰাজ্য এইখন।” কেতিয়াবা আকৌ একেখিনি ল’ৰা ছোৱালীয়ে আমাক জোকাইছিল :

মহিমাৰ বাৰীতে থকুৱা বাঙনা[৩]
হাঁহিৰামৰ বাৰীতে লাউ,
তাকে খাবা পাই বলীন আপা জাতি যায়
মলিনা আপীও ৰাখু বুলি কয়।”

কিন্তু মই জাতি নগলোঁ। মেৰিয়াই মেৰিয়াই মোৰঘৰ বান্ধিব জনা কলহী পৰীয়াৰ সন্ততি হৈও টিনৰ ঘৰ এটাকে আজি পৰ্য্যন্ত বান্ধিব নোৱাৰিলোঁ। নবন্ধা সেই টিনৰ ঘৰলৈ মলিনাও পলাই নাহিল। আচলতে মলিনাৰ প্ৰতি মোৰ ভনীৰ মৰমেই আছিল বেছি। সেই ‘জোকোৱা গীত’ৰ এশাৰী কথাই কেৱল মিলিল—“মলিনা আপী পলে গেল”। মলিনা পলাই গ’ল নলবাৰীৰ ওচৰৰ গদিৰা গাঁৱৰ পৰশুৰামৰ লগত।

১৯৭১ চনত ছয় গাঁৱত জলসিঞ্চন বিভাগৰ কাৰ্য্যালয় এটা স্থাপিত হৈছিল। তাৰেই সংমণ্ডল বিষয়া হৈ আহিছিল আমাৰ ডেকা লিখক পোলেন বৰকটকী। মই ডায়েৰীত সিদিনা লিখিছিলোঁ, “চৰকাৰে জল-সিঞ্চনৰ কথা এতিয়াহে চিন্তা কৰিছে। কিন্তু মোৰ ককা দেউতা লাল মোহন ঠাকুৰীয়াই সেই কথা চিন্তা কৰিছিল আজিৰ পৰা প্ৰায় আটৰ-কুৰি বছৰ আগতে ৰকবাজানৰ মাধ্যমেৰে।”

বৰকটকী চাহাবৰ কাৰ্য্যালয়টোতে পিয়ন কাম কৰিছিল পৰশু ওৰফে পৰশুৰাম কলিতাই। মহিমাবাইৰ ডাঙৰ জীয়েক মলিনাৰ

৩। বেঙেনা।

লগত পৰশুৰামৰ চিনাকি হৈছিল। পিছত সেই চিনাকিয়েই প্ৰেমত পৰিণত হৈছিল আৰু এদিন মলিনাক লৈ পৰশু উধাও হৈছিল। পৰশুৱে কলিতাৰ ছোৱালী বুলি মলিনাক মাকৰ লগত থৈ গুচি আহিছিল।

মোৰ মনত পৰিল, মই নিজেও মলিনাক কেতিয়াবা জোকাইছিলোঁ।

"টিঙিৰা[4] মাছৰ তিন্‌ডাল কাটা
মলিনা আপীৰ কপাল ফুটা"
"গৰেমাৰীৰ বাঙাল
আপিস্তা বাঁহৰ তেঙাল[6]
কুকুৰ মাৰাৰ ছলি[7]
মলিনা আপী[8] মৰিলি"

সেই মলিনা মহিমাবাইৰ লগত থিয় হৈ আছে, মোৰ কাষতে। মই বহিবলৈ কলোঁ। দুয়ো বহিল। মলিনাৰ কোলাত এটা কেঁচুৱা। মই সুধিলোঁ, "মলিনা ভালে আছা ?"

উত্তৰত মলিনা মৌন হৈ ৰ'ল।
শ্ৰীমতী পাক এটা মাৰি গুচি গ'ল।
তিনিকাপ চাহ পঠাবলৈ মই কলোঁ।
মলিনাৰ সলনি মহিমাবায়ে কৈ গ'ল।

জীয়েকৰ কথা :

পৰশুৱে কলিতাৰ ছোৱালী বুলি কলেও কথাটো গাঁৱত নোলোৱাকৈ নাছিল, ওলাইছিল। গাঁৱত বিচাৰ বহিছিল। পৰশুৰামৰ ঘৰখনক সমাজে এঘৰীয়া কৰিছিল। পুতেকৰ উপাৰ্জনেই ঘৰখনৰ উপাৰ্জন, এই কথা ভাবি পৰশুৰ মাকে ৰাইজকে এৰিলে, পুতেক বোৱাৰীয়েকক নেৰিলে। চাউল কঠাহে আচল কথা। তাৰ

---

৪। শিঙৰা। ৫। অপৈনত, কোমল। ৬। দেঙল, ওখ।
৭। ল'ৰা। ৮। ছোৱালী।

উপৰি, জীয়েকজনীও আছে। পৰশুৱে বিয়া নিদিলে কোণে দিব ? কেইদিন মান গ'লেই ৰাইজক ধৰি মেলি উধাৰ পৰাচিত হ'ব। বোৱাৰীয়েককো জাতিও তুলি লব।

দিনবোৰ গৈ থাকিল। ইয়াৰ মাজতে মলিনাৰ ননদজনীৰ বিয়া হৈ গ'ল। কিন্তু মলিনাৰ সংসাৰত কেৰোণ লাগিল, আন্দোলনটোক কেন্দ্ৰ কৰি। পৰশু থাকে ছয়গাঁৱত, মলিনা থাকে নলবাৰীৰ ওচৰৰ গদিৰা গাঁৱত। বিদেশী বহিস্কৰণ আন্দোলনত উত্তৰ কামৰূপত যি কেইখন গাঁৱত চি, আৰ, পি,-ৰ অত্যাচাৰ চলিল, তাৰ ভিতৰত গদিৰা গাঁৱৰ নামো থাকি গ'ল। তদন্তৰ ৰিপোৰ্টত যিয়েই প্ৰকাশ নহওক ল্যাগিলে, কিন্তু গদিৰাৰ কেইবাজনীও তিৰোতাৰ সতীত্ব চি, আৰ, পি,-ৰ হাতত লুণ্ঠিত হ'ল। তাৰ ভিতৰত মলিনাও বাদ পৰি নগ'ল। মলিমাৰ সংসাৰত কেৰোণ সূত্ৰপাত তাতেই। শাহু-ৱেকৰ চকুৰ আগতেই দুটা চি, আৰ, পিয়ে মলিনাৰ সৰ্বনাশ কৰিলে। পুতেক ঘৰলৈ সোৱাত মাকে অত্যাচাৰৰ সকলো কথা বিবৰি কলে। লগে লগে পৰশুৰ কিবা এটা হ'ল। ঘৈনীয়েকক মাৰ ধৰ কৰি ল'ৰা-ছোৱালী হালেৰে সৈতে তাইক লৈ ছয় গাঁও পালেহি।

তাৰ দুদিন পিছতে সি জানিলে যে মলিনা অন্তঃসত্বা। সি নিশ্চিত হ'ল যে মলিনাৰ পেটত জি, আৰ, পি, ৰে সন্তান। তাইৰ ওপৰত তাৰ অত্যাচাৰ বাঢ়ি গ'ল। শেষত এদিন মাৰি ধৰি ঘৰৰ পৰাই খেদি দিলে। মলিনাৰ বাবে মহিমাবাইৰে ওচৰলৈ যোৱাৰ বাহিৰে আন বাট নাছিল।

মহিমাবায়ে ক'লে—"বলীন, মই অথাই সাগৰত পৰছু, পৰশুক তুই বুজাব লগে। আমাৰ বৰ উপকাৰ হয়। পৰশুক তই কবি যে সক ওঝাৰ ওখুদ[১] খাই চি, আৰ, পি,ৰ পেন্ধটো হত্যা কৰ্‌ছি।"

মই প্ৰায় উচপ খাই উঠিলোঁ, "মহিমাবাই, সক ওঝাৰ ঔষধ তই খুৱাইছ ?"

---

১। ঔষধ।

এইবাৰাহে মলিনাৰ মাত ওলাল, "নহয় বলীন কা। মাই নহয়, মই নিজেই সেই ঔষধ যোগাৰ কৰিছিলোঁ।' মলিনা ফেকুৰি উঠিলে। মহিমাবাই আমাৰ কাষৰ পৰা উঠি গ'ল। বুজিলোঁ মহিমাবাইৰো চকুলো ওলাই আহিছে।

কিন্তু অনেক দেখুৱাই কান্দিব নোখোজে মহিমাবায়ে নিজৰ দুখৰ কথা আনক কব নোখোজে মহিমাবায়ে। মহিমাবাই অজেয় হৈ থাকিব খোজে।

যাবৰ পৰত পৰশুক বুজাম বুলি দুয়োকে মই সান্ত্বনা দিলোঁ। মহিমাবাইক জীৱনত আজিহে মই কিছু বেলেগ ৰূপত দেখিলোঁ। অন্ততঃ মহিমাবায়ে আজি মোক তেওঁৰ দুখৰ পৰৰ সহায় খুজিছে।

কাছাৰীৰ পৰা আহি দেখিলোঁ, পৰশুৰাম বাৰান্দাৰ মূঢ়া এটাত বহি আছে। মই তাক মাতি পঠাইছিলোঁ। তাৰ কাষতে চকী এখনত বহি পৰিলোঁ। ৰামেনে আমাক দুকাপ চাহ দি গ'ল। পৰশুক মই কলোঁ যে মলিনাক সি আকৌ নিব লাগে। লগে-লগে পৰশুৱে আপত্তি কৰিলে, "নাই চাৰ, তাইক মই নিব নোৱাৰিম। তাইৰ ইচ্ছা নহলে চি, আৰ, পি, কিয় স্বয়ং ঈশ্বৰেও এনে পাপ কৰিব নোৱাৰে। অন্ততঃ নিজক বচাৱলৈ তাই মৰিব পাৰিলে হয়। এই অসতী তিবেতাৰ লগত ঘৰ কৰিলে মানুহে মোক হাঁহিব।"

"চোৱা পৰশু। দেশ এখনত যেতিয়া যুদ্ধ লাগে, তেতিয়া তিৰোতাৰ ওপৰত অত্যাচাৰ চলেই। এতিয়া সতীত্ব হেৰোৱা তিৰোতাখিনিক মাৰি পেলাব লাগিবনে? মহাভাৰতত পঢ়িছা, স্বয়ং দ্ৰৌপদীকে দুৰ্য্যোধনে গিৰিয়েকহঁতৰ আগতে উৰুত বাহুৱাই লৈছিল। কিন্তু সেই বুলিতো পঞ্চপাণ্ডৱে দ্ৰৌপদীক ঘিন কৰা নাছিল। তোমাৰ দৰে খেদিও দিয়া নাছিল।" মই কিছু ৰ'লোঁ, পৰশুৰ ভাববেগলৈ লক্ষ্য কৰিলোঁ।

তাৰ পিছত পুনৰ বুজনিৰ সুৰত কৈ গ'লোঁ, "সেইবোৰ বাক আমি নেদেখা কথা। কিন্তু এসম্ভৱ-বাসম্ভৱ চনৰ বাংলাদেশৰ যুদ্ধত কি হ'ল?

কিমান বাংলাদেশী নাৰী পাকিস্থানী সৈন্যৰ হাতত ধৰ্ষিতা হ'ল। কিন্তু সেই বিলাক নাৰীকতো বাংলাদেশত মাৰি পেলোৱা নাই। কোনোবাই নহয় কোনোবাই তেওঁলোকক বিয়া কৰাইছে।” কিছু বৈ পুনৰ কৈ গ'লো, “তুমি নিজেও এই আন্দোলনত লাগিছা, দান-বৰঙনিও দিছা। কাছাৰীৰ খিড়িকিৰে সত্যাগ্ৰহী সকলৰ লগত তোমাকো দুদিন মান দেখিছোঁ। এনেস্থলিত মলিনাক নিয়াতো তোমাৰ কৰ্তব্য। সত্যাগ্ৰহীয়ে সহ্য কৰিব শিকে। মলিনাক নি তুমি সহনশীলতাৰ এক আদৰ্শ দেখুওৱা। আমি পুৰুষবোৰে তিৰোতাক ৰক্ষা কৰিব নোৱাৰিলে, তিৰোতাই নিজকে ৰক্ষা কৰে কেনেকৈ?”

কিন্তু মৰিবতো পাৰে চাৰ! অন্ততঃ মই তিৰোতা হোৱা হ'লে আৰু এনে অবস্থাত পৰিলে তাকেই কৰিলোঁ হয়।”

পৰগু, অবুজ নহবা। মৃত্যু ইমান সহজ নহয়। মানুহ ইমান সহজে মৰিব নোৱাৰে।” মই তাইক আকৌ নিব নোৱাৰিম চাৰ।”

“মলিনাৰ কি হ'ব, এবাৰ ভাবি চোৱাচোন।”

তাইৰ কথা তাই জানিব চাৰ।” অলপ বৈ পৰগুৱে আকৌ ক'লে, “সত্যাগ্ৰহ কৰিছোঁ ৰাইজৰ লগত ৰাইজৰ ভালৰ বাবে। অসতী তিৰোতাৰ লগত ঘৰ কৰিবৰ বাবে নহয় ল'ৰাটো মই ৰাখিছোঁ, ছোৱালীজনী কোলাত আছে যেতিয়া তায়ে ৰাখক। মই এতিয়া যাওঁ চাৰ।” পৰগু হঠাতে যাবলৈ ওলাল।

“অলপ বহাচোন—মই কলোঁ।”

“নাই চাৰ গণসংগ্ৰাম অফিচত আমাৰ এতিয়া মিটিং আছে। মই তাৰ সদস্য। আপুনি জানেই।” পৰগু বাৰান্দাৰ পৰা নামিল। আন্ধাৰ তেতিয়া নামি আহিছে। মই কলোঁ—“তুমি এতিয়াই খাটাং সিদ্ধান্তটো নলবা। দুদিনমান ভালকৈ ভাবি চোৱা। ল'ৰা-ছোৱালী হালৰ কথাও ভাবিবা।” পৰগু কিছু পৰ নীৰৱে থিয় হৈ ৰল। তাৰ পিছত ক'লে “মই এতিয়া যাওঁ, চাৰ। দেখি হ'ব।”

“বোৱা, কিন্তু কথাটো আকৌ ভাবি চাবা।”

পৰত্ত যোৱাৰ পিছত ভিতৰলৈ গ'লো। শ্ৰীমতী বিছনাত পৰি আছে। কিবা অসুখ নেকি সুধিলোঁ। তেওঁ নিমাত। তাৰ পিছতে উচুপানি। মই সুধিলোঁ, "হৈছে কি ?" উত্তৰত তেওঁ জকজকাই উঠিল, "হ'ব আৰু কি ? আপনাৰ চেনেহৰ ভায়েকৰ বাবে মোৰ ককাইদেউ আহিব নোৱাৰা হ'ল। তেওঁক অপমান কৰি খেদি দিলে। তেওঁ প্ৰতিজ্ঞা কৰি গৈছে যে নবীন থকালৈকে তেওঁ আৰু এই ঘৰলৈ নাহে।

মেয়ো প্ৰতিজ্ঞা কৰিছোঁ, এই ঘৰত হয় নবীন থাকিব নহয় মই থাকিম।"

মই হতবাক হৈ বিছনাখনতে বহি পৰিলোঁ। সুধিলোঁ, "কি হৈছে বুজাই নোকোৱা কিয় ?"

"হ'ব আৰু কি ? ককাইদেউ আহিছিল। নবীনক বুজাইছিল যে আপোনাৰ লগত থাকি আন্দোলনত লাগি থাকিলে দেউতাই আপনাক সদায় বচাই ৰাখিব নোৱাৰিব। দিশপুৰে আপনাক সন্দেহ কৰিব। ডাঙৰ অনিষ্ট হৈ যাব পাৰে। ককাইদেৱে সকলোৰে ভালৰ কাৰণেই কৈছিল কথাখিনি। কিন্তু উত্তৰত আপোনাৰ চেনেহৰ ভায়েকে ককাইদেউক গালি পাৰিলে, চৰিত্ৰহীন বুলিলে, মহিমাবাইৰ বোৱাৰীয়েকক বলাৎকাৰ কৰিব যোৱাবুলি নিন্দা কৰিলে। চৰকাৰৰ ঘৰতে প্ৰমাণ হৈছে, ককাইদেউ নিৰ্দোষী, কংগ্ৰেছী বাবেহে ছাত্ৰসংস্থা আৰু গণসংগ্ৰামৰ গুণ্ডাহঁতে ককাইদেউক এই বদনাম দিলে—এইবোৰ বাতৰি কাকতে ওলাই যোৱা কথা। বৰঞ্চ আপোনাৰ ভনী জেউতিহে বদনামী। বিয়াৰ পিছতো আনৰ লগত প্ৰেম কৰি খেদা খাইছে ; আমাৰ হাডমাল হৈছে।" শ্ৰীমতীয়ে ফোঁপাইছিল। ভিতৰি ভিতৰি মই জ্বলি উঠিলোঁ। আজিয়েই নহয়, জেউতিক লৈ শ্ৰীমতীয়ে সুযোগ পালেই মোক খোচা মাৰে শেষত প্ৰকাশ নকৰি নোৱাৰিলোঁ,

'মোৰ ভনী গিৰিয়েকৰ ঘৰৰ পৰা কিয় খেদা খাইছে, মই জানো। তাৰ ব্যাখ্যা তুমি 'বহুদিন বিয়া আৰু দিব নালাগে।

কিন্তু তোমাৰ ককায়েকৰ বক্তব্যৰ অৰ্থ কি? তেওঁ কব খুজিছে নেকি যে নবীনক লগত ‘ৰখা বাবে চৰকাৰে মোক কেতিয়াবাই খেদিলে হয়? কেৱল দেউতাৰাৰ আনুগ্ৰহতহে মোৰ চাকৰিটো যোৱা নাই? তুমি গৈ দেউতাক আৰু ককায়েৰাক কৈ দিবা যে বলীন ঠাকুৰীয়াৰ এটা মূৰ আছে, সেই মূৰটোৰেই ভায়েকক সি লগত ৰাখিছে, সেই মূৰঠোৰ বাবেই সি এচ. ডি চি হৈছে। কাৰো অনুগ্ৰহেৰে হোৱা নাই আৰু কাৰো অনুগ্ৰহত তাৰ চাকৰি বৰ্ত্তি থকাও নাই।”

“তাৰ মানে আপুনি নবীনক খেদি নিদিয়ে? লগতে ৰাখিব? মোৰ ককাইদেউ মোৰ ইয়ালৈ আহিব নালাগে?”

“তোমাৰ ককায়েৰাক আনিবাৰ বাবে মই মোৰ ভাইক খেদি দিব নোৱাৰোঁ। নবীন মোৰ লগতে থাকিব। কলৈকো নাযায়। সি সাবালক হৈছে। তাৰ এটা মূৰ আছে। সেই মূৰটোৰেই সি চলিছে। ককায়েক হিচাপে কিবা এটা নকৰালৈকে তাক খৰচ পাতি দি ৰখাতো মোৰ কৰ্তব্য।

সেই কৰ্ত্তব্য মই কৰি যাম।”

“তেনেহলে ময়ে ইয়াৰ পৰা যাম। সেই ‘কুকুৰটোৰ লগত মই থাকিব নোৱাৰোঁ। জানি ল’ব মই গ’লেই আপনাৰ বিপদ আছে।”

“আৰু তুমিও জানি লবা যে এই ঘৰৰ পৰা এবাৰ ওলাই গ’লে আকৌ উভটি আহিব নোৱাৰিবা।”

“সেয়ে ভাল। মই এতিয়াই গুচি যাম।”

‘বাহিৰলৈ তেওঁ ওলাই গ’ল আৰু ৰাজেনক টেক্সী এখন আনিবলৈ আদেশ দিলে। মই পালংখনতে দীঘল দি পৰি ৰলোঁ। তাত পৰি থাকিয়েই টেক্সী অহা আৰু যোৱাৰে শব্দ শুনিলোঁ।

ৰাতি মোৰ ভাত খোৱা নহ’ল। দুৱাৰখন মাৰি বিছনাত পৰি ৰলোঁ। ৰাতি টোপনি তিল মাত্ৰও নাহিল। পুৱতি পৰত চিলমিলকৈ টোপনি আহিছিল। বিছনা এৰি বাহিৰলৈ ওলাই আহি

দেখোঁ 'যে বেছি ভালেখিনি হ'ল। চাৰে সাতটা। মই উঠা মাত্ৰকে ৰাজেন কাষ চাপি আহিল, "চাৰ, নবীন দাদাও গুচি গ'ল। ৰাতি তেৱেঁা একো নাখালে। যাবৰ পৰত এই চিঠিখন দি গৈছে।" বাৰান্দাৰ চকী এখনও বহি চিঠিখন মই খুলি ললোঁ :

পূজনীয় ককাইদেউ,

সেৱা ল'ব। মোৰ বাবে আপোনাৰ ঘৰখন ভাঙি নাযাওক, এই ভাবিয়েই মই কলহী পাৰলৈ যোৱাটোকে ঠিক 'কৰিলোঁ। মই যোৱাৰ পিছতে বৌক আপুনি ওভোতাই আনিব। মই বৰ আনন্দ পাম। আনপিনে মোৰ এই যাত্ৰা ক'ত গৈ শেষ হ'ব, কব পৰা নাই। মই স্বীকাৰ কৰোঁ যে আন্দোলনত ভুল সোমাইছে, কিন্তু নিৰপেক্ষজনে ইয়াক নিৰৰ্থক বুলি নকয়। মোৰ ধাৰণা, আমাৰ 'বহু' বাওঁপন্থীয়ে আন্দোলন সম্পৰ্কীয় ডাঙৰ ভুলটো ঠিক এইখনিতে কৰি পেলালে। তেওঁলোকে পাহৰি গ'ল, মাওছেটুঙে লেটিন আমেৰিকাৰ পৰা তেওঁৰ ওচৰলৈ যোৱা সদস্য সকলক কোৱা কথাখিনি কোনো এখন দেশত কমিউনিজমৰ হকে কাম কৰিবৰ পৰত কৰ্মীসকলে চাব লাগিব, কোন দেশৰ থোঁকাত তেওঁলোক উঠিছে আৰু কোন দেশৰ ফুল তেওঁলোকৰ চকুত পৰিছে। অসমীয়া বাওঁপন্থীসকলে এতিয়া মনত ৰখা উচিত সে সত্য সন্ধানীয়ে ভুল কৰে বা বাট 'বিচাৰি নাপাই ভুল কৰে, কিন্তু শুদ্ধ বাটৰ সন্ধান পাবৰ দিনাই ভুল বাটৰ পৰা ঘূৰি আহিবৰ সাহস থাকিব লাগে। বোমা বোলা আৰু প্ৰেমৰ্দ্ধে তাকেই কৰিছিল। আগবয়সত ঘোৰ গান্ধীবাদী এই দুজনা লিখক পৰবৰ্ত্তী জীৱনত হ'লগৈ মাক্সবাদৰ সমৰ্থক। আজীৱন কংগ্ৰেছৰ সদস্য জ্যোতি প্ৰসাদেও মৃত্যুৰ আগে আগে লিখিছিল—"আজীৱন কংগ্ৰেছ কৰ্মী কোনো ত্যাগলৈ কুণ্ঠাবোধ নকৰি কংগ্ৰেছৰ "নিৰ্দেশ পালন, 'কৰি অহা' মই আজি অন্তৰে অন্তৰে অনুভৱ কৰিছোঁ যে There is something wrong in the state of Denmark."

ভাৰতী-নিৰ্মালিক আপুনি সুপাত্ৰস্থ কৰিলে। বাইদেউৰ নিয়ন্ত্ৰিত সলনি কৰাৰ উপায় নাই। ঘৰত খোৱাৰ চিন্তা দূৰ হ'ল। ঘৰৰ ধানেৰেই মই এতিয়া পঢ়িব পাৰিম। গতিকে আপুনি মুক্ত। আপুনি আপোনাৰ ইপ্সিত বাটেৰে এতিয়া আগবাঢ়িব পাৰে।

বহু লিখিলোঁ। মোক ফিৰাই অনাৰ চেষ্টা নকৰে যেন। পুনৰ সশ্ৰদ্ধ প্ৰণামেৰে। ইতি।

আপোনাৰ-নবীন।

নবীনৰ চিঠিখন হাতত লৈ চকীখনতে বহি ৰলোঁ। ঘৰ্‌খন তেনেই শূন্য হৈ গ'ল। সকলোৱে নিজৰ নিজৰ বাট বাচি ললে। কেৱল থাকি গ'লো মই। ৰাজেনৰ মাতত চেতনা ঘূৰোই পালোঁ, "চাৰ, গা ধোৱক ! কাছাৰীলৈ যাবৰ হৈছে।"

---

[ এঘাৰ ]

কলহী নৈৰ পাৰৰ যি ডোখৰ ঠাইত কম্যুনিষ্ট কাৰ্য্যালয় টো আছিল, তাৰ সম্মুখতে অবিনাশৰ প্ৰস্তৰ মূৰ্ত্তিটো থিয়া কৰোৱা হৈছিল। গুৱাহাটী গোৱালপাৰা বোকৰ কাষতে। ৰাতি পুৱা শুই উঠাই নাই, ফোনটো বাজি উঠিয়ে : অবিনাশৰ প্ৰস্তৰ মূৰ্ত্তিটো কোনোবাই ভাঙিছে আৰু তাৰেই তলত এম এল এ হৰিণ চৌধুৰীৰ পুতেক ধীৰেনৰ মৃতদেহ পৰি আছে।

বেগাবেগিকৈ ওলাই গ'লোঁ। লগত অ, চি, আৰু পুলিচ। মনটো মোৰ বিষাই উঠিল : দুটা মৃত্যু তদন্ত শেষ হোৱাই নাই আৰু এক মৃত্যু।

ভেনখন আহি কলহীৰ পাৰত ৰৈ গ'ল। মানুহে লোকে লোকাৰণ্য। আমি কোনো মতে আগুৱাই গ'লোঁ অবিনাশৰ প্ৰস্তৰ মূৰ্ত্তিৰ তলত ধীৰেন চৌধুৰীৰ মৃতদেহ পৰি আছে। মৃতদেহৰ

কাষতে ধীৰেন চৌধুৰীৰ মাক, মোৰ শাহু। অনতি দূৰত শহুৰ হৰিণ চৌধুৰী। শহুৰৰ কাষতে উচুপি আছে শ্ৰীমতী। শ্ৰীমতীৰ কাষতে উজনিৰ ডেকা এম-এল-এ কুমুদ বৰা। শহুৰেই এদিন চিনাকি কৰি দিছিল দিচপুৰত। কুলসী আই—বি ও মোৰ শ্ৰীমতীৰ লগত হৃদয়ৰ দিয়া থোৱা কৰা পুৰুষ জন বোলে এৱেঁই। আনকি মোৰ লগত ডিৰ্ভোচ হোৱাৰ পিছতে বিশু ঠাকুৰীয়াক বিয়া বৰা কৰিবলৈ ও এওঁ বোলে সাজু। যোৱাকালি মহিমাবাই মোক দিয়া খবৰ এইবোৰ।

আমি আৰু আগুৱাই গ'লোঁ। কংগ্ৰেছ আইৰ সদস্য কেইজনে তেওঁলোকৰ বক্তব্য দাঙি ধৰিলে: "বিৰাট এক ষড়যন্ত্ৰৰ মৃত্যু এইটো। হৰিণ চৌধুৰীৰ ৰাজনৈতিক জীৱন শেষ কৰি দিবৰ বাবেই এই মৃত্যু। যোৱাৰাতি ধীৰেন কুমুদ বৰা এম-এল-এৰ লগতে আহিছিল গুৱাহাটীৰ পৰা। তাৰ পিছতে এই হত্যাকাণ্ড।" নমিনীয়ে ক'লে, "কোনোবা দুৰ্বৃত্তই ধীৰেন চৌধুৰীক মাৰিলে। তাৰ পিছত অবিনাশৰ প্ৰস্তৰ মূৰ্ত্তিটো ভাঙি তাৰ তলতে শটো পেলাই থৈ গ'লে। দুবৃত্তই নিশ্চয় কৰিছিল যে অবিনাশৰ প্ৰস্তৰ মূৰ্ত্তি ভঙা কামটো কংগ্ৰেছ আইৰ বুলি ৰাইজে ভাবিব। কিন্তু ৰাইজে জানেই, কম্যুনিষ্টৰ লগত কংগ্ৰেছ আইৰ বিৰোধ বৰ্ত্তমান নাই। কম্যুনিষ্টৰ বৰ্ত্তমান বিৰোধ আন্দোলন কাৰীৰ লগতহে।"

গনসংগ্ৰাম পৰিষদ আৰু ছাত্ৰসন্থাৰ সদস্যসকল জকজকাই উঠিল, "তাৰ মানে আপোনালোকে কব খোজে—যে ধীৰেন চৌধুৰীক আমি আন্দোলন কৰীয়ে মাৰিলোঁ? অবিনাশৰ প্ৰস্তৰ মূৰ্ত্তিটো আমিহে ভাঙিলোঁ? যদি আমি কওঁ যে অবিনাশৰ প্ৰস্তৰ মূৰ্ত্তি ভাঙিবলৈ আহি ধীৰেন চৌধুৰী নিজে তাৰ তলত মৰি থাকিল? যদি আমি কওঁ যে কুম্যুনিষ্ট কাৰ্য্যালয়টো জ্বলোৱাৰ মূলতো আছিল ধীৰেন চৌধুৰী? যদি আমি কওঁ যে কম্যুনিষ্ট কৰ্মী খিনিক উত্তেজিত কৰিবৰ বাবেই অবিনাশৰ মূৰ্ত্তিটো ধীৰেন চৌধুৰীয়ে ভাঙিব খুজিছিল?"

"খবৰদাৰ ! খবৰদাৰ !" কংগ্ৰেছৰ আইৰ সদস্য সকল গৰ্জি উঠিল।

"চুপ থাক ! চুপ থাক !" আন্দোলন কাৰীৰ উত্তপ্ত কণ্ঠস্বৰ।

পৰিস্থিতি ক্ৰমে উত্তপ্ত হৈ গৈছে। ইজনে আন জনৰ ওপৰত হাত দিছে। হাতত যিয়ে যি পাইছে, তাকেই ব্যৱহাৰ কৰিছে। 'উস্ আস্' শব্দ হৈছে সেই উত্তপ্ত পৰিস্থিতিৰ মাজতেই মই দেখিলোঁ: মহিমাবাই দৌৰি ফুৰিছে, সকলোকে বুজাবৰ চেষ্টা কৰিছে, কিন্তু বিফল চেষ্টা। পুলিচে লাঠি ঘূৰোৱা দেখিছোঁ, পুলিচৰ হাতৰ লাঠি সুলকি পৰাও দেখিছোঁ। কি এক সত্তৰ লীলা! জীৱনৰ কেতিয়াও দেখা নাছিলোঁ, এনে সংঘৰ্ষ। মানুহৰ ওপৰত মানুহৰ নিদাৰুণ অত্যাচাৰ। মহিমাবায়ে চিঞৰি ফুৰিছে, "আমি গান্ধীৰ মানুহ। মাৰপিট আমি কৰ্‌বা নাজানু। মাৰপিট বন্ধ কৰ। বাপাহাত মাৰপিট বন্ধ কৰ। নিজে নিজৰ মানুহক মাৰ্‌ছা কিয়া? বিদেশীক নেখেদাতে তহঁতহে দেখুন মৰ্‌বি।"

অ চি নিজেও মানুহৰ মাজত সোমাই পৰিছিল। কিন্তু হাতৰ লাঠি এৰি মানুহৰ মাজৰ পৰা কোনোমতে ওলাই আহিলে। মোৰ নাকৰ এক ইঞ্চি তলেৰে শিলগুটি এটা পাৰ হৈ গ'লে। মোৰ মোলত অ, চি. ৰ আলোচনা চলিল।

তাৰ পিছত বন্দুকৰ আৱাজ!

আচৰিত জনতাৰ মাজৰ পৰাও আহিল পিষ্টলৰ আৱাজ।

মানুহ বোৰ ছত্ৰ ভঙ্গ দিলে—।

কিন্তু পৰি ৰ'ল মহিমা বাইৰ তেজেৰে লুতুৰ-পুতুৰ দেহ। বুকুৰ কাষেৰে তেওঁৰ গুলি সোমাইছে। মহিমাবায়ে মোক দেখি শেহাই শেহাই কলে, "বাপা বলীন, মই গুলিত মৰা নাই! মানুহৰ কাজিয়াতহে মল্লু! গুলি ন্নালগিলিও মই মল্লু হয়। মোৰ এই বুঢ়া দেহাটোত কেমান[১] কুবমে নপল্লা।" মহিমাবাই আলপ ৰ'ল।

১। কিমান।

মই তেওঁক গাড়ীত তুলিবলৈ নির্দেশ দিলোঁ। মহিমাবায়ে কলে, "লাভ নহবো বলীন! হৰীয়ে নাৱখিলি হৰিয়ে কি ৰাখবো? মৰণ কালও ওথুদ[২] নাই, তই চুন জানাই! মোৰ দিন উকুল্লা[৩]। কিন্তু বিদেশীমাখাক বাহিৰ কৰা দিশ্যটোহে চাই যাবা নাপালু। গান্ধীয়ে—বিটিছক খেদি মচ্ছিল, মই পিছে বিদেশীৰ খেদবা নাপাওতেই মল্লু[৪]।"

"মহিমাবাই, কথা নকবি।" মই কলোঁ।"

কিন্তু মহিমাবায়ে কলে, "মোক বাধা নকৰ্বি অ বালীন! মোক কবা[৫] দি! বিটিছক খেদবা খুজি গুলি খায়া ভোগেশ্বৰীৰ নাম শুনছিলু, ময়ো আজি সেই বাটকে ললু। মই ইথান[৬] পাণীৰাম আৰু কটিয়াৰ কপিয়াককো[৭] লগ পাম। মোৰ আকো[৮] দুখ নাই।"

ভান চলিল। হস্পিটালত মহিমাবাইক ভর্তি কৰোৱা হ'ল। বাহিৰও মানুহেই মানুহ এক উত্তেজনাময় পৰিবেশ কোনে কাক কি কৈছে, কোনে কাক গালি পাৰিছে—পাত্তা নাই। মানুহৰ কেউ কাৰে পুলিচ আৰু চি আৰ. পি.।

হস্পিটালৰ বাৰান্দাৰ বহি আছোঁ।

ভিতৰত ধীৰেনৰ মৰাশ।

মহিমাবাইক জীয়াই তোলাৰ যুদ্ধ।

বিভিন্ন দৃশ্য ৰূপালী পর্দাও ভঁহাৰ দৰে মোৰ চকুৰ আগেৰে পাৰ হৈ গল: মহিমাবাইৰ মৰম আৰু মোৰ ল'ৰালি—মহিমাবাইৰ কমলা টেঙা—মাটিখলাৰ ভ্রূণহত্যা কৰাৰ কথা কৈ—মহিমাবাইৰ পৰা খোৱা গালি—মহিমাবাইৰ দুই পুতেকক ময়েই গুৱাহাটিৰ জেললৈ চালান দিয়া দৃশ্য—মহিমাবাইৰ সহনশীলতা—মলিনাক লৈ মহিমাবাই মোৰ ঘৰলৈ অহা দৃশ্য! চকু কেইটা মোৰ সেমেকিল! বুকু খন বিষাই উঠিল!

---

২। ঔষধ। ৩। উকলিল। ৪। মৰিলোঁ। ৫। কবলৈ।
৬। এতিয়া। ৭। বাপেককো। ৮। একো।

পর্দাখন দাঙি ডাক্তৰ বাহিৰলৈ ওলাই আহিল। তাৰ পিছতে সেই মৰ্মন্তুদ খবৰ : মহিমাবাই মৰিল। মই হুকহুকাই কান্দি উঠিলোঁ। একেচাৰে মহিমাবাইৰ শটো সাবটি ধৰিলোঁ গৈ। ডাক্তৰে মোক সাৱটি ধৰি তেওঁৰ কোঠালিলৈ লৈ আহিল। কোঠালিৰ খিড়িকিৰে দেখিলোঁ—মহিমাবাইৰ শটো বাহিৰলৈ উলিয়াই নিয়া হ'ল। এক কঁাহ পৰি জীন যোৱা নিস্তব্ধতা। ফুলেৰে ঢাক খাই পৰিল মহিমা বাইৰ মৰাশ। সেই দৃশ্যই মোৰ অন্তৰ আৰু বেছি গলাই তুলিলে। বাৰান্দালৈ মই ওলাই আহিলোঁ।

মহিমাবাইৰ শটোৰ ওপৰত একাঞ্জলি ফুল ঢালি দি নৰো মহাজনে কবলৈ ধৰিলে "ৰাইজ, মহিমাবাইৰ মৃত্যুত আমি সকলোৱে দুখ পাইছোঁ। মৰ্মাহত হৈছোঁ। কিন্তু এই মৃত্যু অপৰাজেয়। মহিমা বাই চিৰ অমৰ। মহিমা বাইক আমি অমৰ কৰি ৰাখিম। যি ডোখৰ ঠাইত মহিমাবাইৰ গাত গুলি লাগিছিল, সেই ডোখৰ ঠাইত মই মোৰ নিজৰ টকাৰে মহিমাবাইৰ এটি প্ৰস্তৰ-মূৰ্ত্তি সজাই দিম। মহিমা বাইৰ দহা-কাম কাজ সকলো মই নিজৰ ধনেৰেই কৰিম।" নৰো মহাজন হৰিণ চৌধুৰীৰ প্ৰতিদ্বন্দী। যোৱা নিৰ্বাচনত বিষ্ণু-অপহৰণ বিষয়ক ঘটনাটো হে তেওঁক পৰাজিত কৰিলে, যদিও সেই ঘটনাৰ লগত তেওঁৰ সম্বন্ধ সমূলি নাছিল, হৰিণ চৌধুৰীয়ে নিজে শিল মৰাই আৰু জীয়েকক নিজৰ মানুহৰ দ্বাৰাই অপহৰণ কৰাই ৰাইজৰ সহানুভূতি আদায় কৰিছিল— নৰো মহাজনে কয়। সকলোৱে জনা কথা, অহা নিৰ্বাচনতো এম-এল-এৰ বাবে তেওঁ থিয় হব। অৱশ্যে কংগ্ৰেছ (ই)-ৰ প্ৰাৰ্থী হিচাপে নহয়, আঞ্চলিক দল এটিৰ প্ৰাৰ্থী হিচাপহে।

নৰো মহাজনৰ কথাত হৰিণ চৌধুৰীৰৰ পুত্ৰশোক বোধ হয় হ'ল। প্ৰতিদ্বন্দীয়ে সমুখতে ৰণ জিনিব খোজা দেখি তেওঁ মহিমা বাইৰ শটোৰ ওচৰলৈ আগুৱাই আহিল। মহিমা বাইৰ দুভৰিত ধৰি তেওঁ সেৱা কৰিলে। তাৰ পিছত কবলৈ ধৰিলে, "ৰাইজ,

মহিমাবাই আমাৰ মাজত চিৰ দিনেই থাকিব মহিমাবাইৰ দৰে দেশ-প্ৰেমিকৰ মৃত্যু হ'ব নোৱাৰে। মহিমাবাই অমৰ। মহিমাবাইক আমি অমৰ কৰি ৰাখিম। মই আপোনালোকক কথা দিলোঁ যে ছয় গাঁৱৰ পৰা যিটো ৰাস্তা আমাৰ গাৱঁলৈ বন্ধা হৈছে, তাৰ নাম মহিমাবাই পথ দিবলৈ চৰকাৰৰ লগত মই সকলো ব্যৱস্থা কৰিম ছয় গাঁওঁ হাইস্কুলৰ নাম 'ছয় গাঁওঁ মহিমাবাই হাইস্কুল' কৰিবলৈ সকলো চেষ্টা কৰিম। মহিমাবাইৰ বোৱাৰী কেইজনী এতিয়া বৰ বিপদত পৰিব মহিমাবায়ে গাৱেঁ গাঁৱে মাছ সলাই সিহঁতক পোহ পাল দিছিল, মহিমাবাইৰ দুয়োজন পুতেক জেলত বুলি আপোনালোকে জানেই। মই কথা দিলোঁ, আজিয়েই মহিমাবাইৰ ঘৰঘন চলিবৰ বাবে এহেজাৰ টকা বোৱাৰী কেইজনীক নিজে গৈ দি আহিম।" তেওঁ অলপ ৰ'ল, তাৰ পিছত কবলৈ ধৰিলে, "মোৰ বালিৰ মহলটোৰ নাম 'কলহী বালি-মহল আজিৰ পৰা—এই ৰাইজৰ আগতে মই তাৰ নামকৰণ কৰিলোঁ। মহিমাবাই বালি—মহল।' কেৱল সেয়ে নহয়, মহিমাবাই যি-ডোখৰ ঠাইত মৰিল, সেইডোখৰ ঠাইতেই মই এখন প্ৰাথমিক স্কুল পাতি দিম—'মহিমাবাই প্ৰাথমিক বিস্থালয়।" হৰিন চৌধুৰী মহিমা-বাইৰ শটোৰ কাষৰ পৰা আতৰি আহিল। লগে লগে হাত চাপৰি। আচৰিত, এইবাৰ আকৌ আওৱাই গ'ল নৰো মহাজন, তেওঁ কবলৈ ধৰিলে—"ৰাইজ মোৰ বাক অলপ কবলৈ আছে। মোৰ যিটো ধানৰ মিল আছে, সেই মিল টোৰ নাম আজিৰ পৰা হল—মহিমা বাই ৰাইচ মিল।' যিটো কাঠৰ মিলৰ বাবে ঘৰ সাজি আছোঁ, আতো কালিয়েই এখন চাইন বোৰ্ড আঁৰি দিম—'মহিমাবাই চ' মিল বিধান সভাত মোৰ পাৱাৰ নাই, ন'হলে ছয়গাঁও বজাৰখনৰ নাম কৰি দিলোঁ হয় মহিমাবাই বজাৰ, ছয়গাওঁ চৰকাৰী এম, ভি, স্কুল খনৰ নতুন নাম দিলোঁ হয় "মহিমাবাই চৰকাৰী এম, ভি, স্কুল, ছয়গাওঁ।"

মই চিনেমা চোৱাৰ দৰে ঘটিব ধৰা দৃশ্যবোৰ চাই ৰ'লোঁ। মোৰ চকুৰ আগত ভ'াহি উঠিল, কেইবছৰমান আগৰ কলহী পাৰৰ

জাতিৰ এক দৃশ্য : নিজান কলহীৰ ঘাট—মোৰ ভৰিত পৰি কান্দি আছিল। নজনী গাভৰু তিৰোগ—মহিমাবাইৰ জীয়েক মাটিমলা। এই নৰোমহাজনৰ পুতেক ভূমিধৰ হাতত ধৰ্ষিতা হৈ! সেই ভূমিধৰে ও ফুল দিছে মহিমা বাইৰ শটৌৰ ওপৰত। মই দেখিলোঁ মানুহৰ ভীৰ ঠেলি নবীন আগুৱাই আহিছে। সকলোৰে দৃষ্টি তাৰ ওপৰও নিবদ্ধ। মহিমাবাইৰ শটোৰ কাষতে থিয় হৈ সি কবলৈ ধৰিলে, "ৰাইজ, মহিমাবাইৰ প্ৰতি আজি আমাৰ অঞ্চলৰ দুজন নেতৃস্থানীয় মানুহৰ মৰম উপচি উঠা দেখি মই তবধ মানিছোঁ। কিন্তু ৰাইজ, আপোনালোকে শুনি আচৰিত হ'ব যে মাথোন দুমাহ আগেয়ে হৰিণ চৌধুৰী এম-এল-এক দুকুৰি টকা ধাৰলৈ খুজি মহিমাবাই বিমুখ হৈছিল। মোৰ কথাত সাক্ষ্য দিব মহিমা বাইৰ ডাঙৰজনী নাতি মিনতিয়ে। আপোনালোকে মনত কৰক চোন ৰাইজ, এই হৰিণ চৌধুৰীয়েই মহিমাবাই হতঁৰ গাবঁৰ কিৰনক বিয়া কৰোৱাবাবেই ডাঙৰ পুতেক মহন্ত দাদাক তেজ্যপুত্ৰ কৰা নাইনে? মহন্ত দাদাৰ দোষ—তেওঁ মাছমৰীয়া ছোৱালীৰে ঘৰ কৰিলে। জীৱিতকালত আপোনালোক কোনেও মহিমা বাইক—ঘৰৰ ভিতৰত সোমাব দিব দূৰৰ কথা, নাদটোকে ছুৰলৈ নিদিছিল। তেওঁ ছুৱা—উখোৱা ধান ছুৱা যোৱা বুলি সেই ধানৰ চাউল নাখাইছিল। আজি দেখি তবধ মানিছোঁ যে সেই মহিমা বাইৰ প্ৰতিয়েই আপোনলোকৰ মৰম উথলি উঠিছে। মহিমাবাইৰ জীয়ৰী মাটিমলা বৌৱে নৰো মহাজনৰ মিলত ধান জাৰিব গৈ শ্ৰমৰ উচিত মৰ্য্যাদা নাপালে। কিবা এক কাৰনত মিলতে ধান জাৰিব নোযোৱা বাবে আই কাম কৰা দিন কেইটাৰ পইছাও নৰোমহাজন বা ভূমিধৰে নিদিলে। আপোনালোকে নিজৰ ল'ৰা-ছোৱালীক স্কুল-কলেজ বাদ দি আন্দোলন কৰিব দিছে, কিন্তু নৰোমহাজন আৰু হৰিন চৌধুৰীয়ে তেওঁলোকৰ পুতেকহঁতক ছিলঙৰ কলেজত পঢ়িবলৈ পাঠাই দিছে। আপোনালোকে এই বোৰ কথা দেখিও নেদেখাৰ দৰে হৈ আছে। মই আপোনালোকৰ চখুত হাত

থৈ দেখুৱাই দিছোঁ, আপোনালোকৰ আচল শত্ৰু কোন। বিদেশী-খিনিক খেদাৰ সময়তে আপোনালোকৰ কৰ্তব্য হ'ল, সমাজৰ এই শত্ৰুইঁতক চিনি চিনি লোৱা।"

"খবৰদাৰ! খবৰদাৰ! কাৰোবাৰ চৰিত্ৰৰ বদনাম পাবৰ বাবে এই ঠাইলৈ কাকো মাতি অনা নাই।" সমদলৰ মাজৰ পৰা কোনোবা চিঞৰি উঠিল। নবীনে আৰু জোৰেৰে কবলৈ ধৰিলে, স্বাধীনতাৰ পিছত আপোনালোকে কি পালে আৰু' নাপালে, তাক ভাবিবৰ হ'ল। ভাবি কাম কৰিবৰ হ'ল। মহিমাবাইৰ স্মৃতি-স্তম্ভ বান্ধিলেই আপোনালোকৰ সমস্যাৰ সমাধান নহয়। আপোনালোকে চেষ্টা কৰিব লাগিব যাতে কোনো 'মহিমাবায়েই অৱহেলিত অনাদৃত হৈ জীৱন কটাব লগা নহয়।" সি অলপ ৰ'ল মানুহ বিলাকৰ মাজত কাৰোবাক যেন বিছাৰিছে!' মোৰ চকুত পৰিল এজোপা গছৰ তলত পৰশু থিয় হৈ আছে। নবীনে কবলৈ ধৰিলে," সকলোৰ জনা কথা মহিমাবাইৰ ভাগিনজনী জীয়েক মলিনা বাইদেউ চি. আৰ পিৰ দ্বাৰা ধৰ্ষিতা হ'ল। সেই ধৰ্ষিতা মলিনা বাইদেউক গ্ৰহণ কৰিবলৈ ওেওঁৰ গিৰিয়েক পৰশুৰাম আজি ৰাজি নহয়। আপোনালোক সজাগ হওক ৰাইজ, মলিনা বাইদেউ হওঁক ৰক্ষণা-বেক্ষণ দিয়াটো আমাৰ কৰ্তব্য। আৰু এটা কথা। মহিমাবাইৰ মৃত্যুক লৈ কাকো ৰাজ-নীতি খেলিবলৈ দিয়া নহব। মহিমাবাই আপোনালোক দুখীয়া ৰাইজৰ মানুহ দুখীয়া ৰাইজৰ যেনেকৈ বিচাৰে, তেনেকৈহে মহিমাবাইৰ ন সংকাৰ কৰা হ'ব। নৰো মহাজন বা হৰিন চৌধুৰীৰ ইচ্ছা অনুযায়ী নহয়। মহিমাবাইৰ মৃত্যুত তেওঁলোকে চকুলো মুটুকিলেও হ'ব। দুখীয়া ৰাইজৰ যদি সমৰ্থ আছে, বান্ধক মহিমাবাইৰ স্মৃতি-স্তম্ভ। কিন্তু মহিমাবাইৰ নামত ৰাজনৈতিক চাতুৰি কৰিবলৈ দিয়া নহ'ব। মহিমবাই দুখীয়া ৰাইজৰ এজন, দুখীয়া ৰাইজেই মহিমাবাইৰ দহা-কাম কাজ আদি কৰিব। নকৰিলেও কথা নাই। মহিমাবাইৰ খোৱাৰীয়েক

কেইজনী আৰু নাতিনী হওঁক ৰাইজে চাব লাগিব, ৰাইজে ধন তুলি হ'লেও সিহঁতক খুৱাব লাগিব। কওক ৰাইজ, আপোনালোক সন্মত ?"

"সন্মত, সন্মত"—ৰাইজৰ সমস্বৰ গুঞ্জৰি উঠিল। তাৰ পিছত নবীনে কলে, "তেনেহলে মহিমাবাইৰ মৃতদেহ লৈ বলক কলহী-পাৰৰ শ্মশানলৈ। খবৰ দি আনকগৈ বোৱাৰীয়েক আৰু নাতিনী কেইটাক।"

ৰাইজৰ মাজৰ পৰা চিঞৰ এটা ভাঁহি আহিল, "নবীন, যমে তোৰ চুলিত ধৰিছে।" মই চাই পঠালোঁ, চিঞৰটো নৰো মহাজন আৰু হৰিণ চৌধুৰীৰ ফালৰ পৰাই আহিছে।

[ বাৰ ]

পিছদিনাৰ কথা।

কাছাৰীত বহি আছোঁ। দেখিলোঁ, সত্যাগ্ৰহীৰ দলত যোগ দিবলৈ মানুহ আহি আছে। কাছাৰী'ৰ সন্মুখৰ পথাৰখন লোকে লোকাৰণ্য। যোৱাকালিৰ মহিমাবাইৰ মৃত্যুৱে গোটেই অঞ্চলটোকে জোকাৰি দি গৈছে। মহিমাবাইক পোৰা ছাইখিনি নি ঘৰত ঘৰত খবৰ বাবে মানুহৰ হেতা ওপৰা লাগিছিল। ৰাস্তাৰে সভা-যাত্ৰা উলিয়াই শটো ঘূৰাই লৈ ফুৰা হৈছিল। কোনোবাই গাইছিল :

"পচা শৰীৰতে ভমৰাই বিন্ধিলে—
হমৃকা দি ৰাখিব কোনে······"

বনজুইৰ ছাই বিয়পা দি বিয়পি গৈছে মহিমাবাইৰ মৃত্যু সংবাদ। শোকে আগুৰি ধৰিছে কলহীৰ ইকুল-সিকুল। কালি মহিমা বাইৰ চিতাৰ কাষত সিদ্ধান্ত লোৱা হৈছিল ৰাতি কাৰো ঘৰতে চৌকাৰ

জুই অলিব নালাগে। সেই সিদ্ধান্ত মানুহে মানিলৈছিল, স্বতস্ফুর্তভাবে।

কলহীৰ পাৰত পাৰ হ'ল এক উপবাসী ৰাতি।

একেবাৰে নতুন কথা।

কলহী পৰীয়া বুৰঞ্জীত।

গতিকে কাছাৰীত আজি সত্যাগ্ৰহীৰ ভীৰ বেছি হোৱাটো তেনেই স্বাভাৱিক। আজাৰা, বগুৰা মিৰ্জা, পলাশবাৰী, নহিৰা, চাপাথুৰী, বভিহাট, বৰদুৱাৰ আদিৰ পৰাও মানুহ আহিছে। খিৰিকীৰেই দেখিলোঁ, ভীৰৰ মাজত নৃপেন চাংমা আৰু পল্টন খাছিয়াও ঘূৰি ফুৰিছে। মগজুৰে মোৰ কেইটামান যেন পাক-ঘূৰনি খাইছে।

ৰাতিপুৱাই পল্টন আৰু নৃপেন মোৰ ওচৰলৈ আহিছিল। সিহঁতে সিহঁতৰ অসন্তুষ্টিৰ কথা মোক জনাইছিল। নৃপনে কৈছিল, “তই এনেদৰে লুটি-বাগৰ মাৰিব বুলি আমি ভবা নাছিলোঁ। কত কথা তই কলি! আমাক সমবায় কৰাৰ জ্ঞান দিলি! কমলা টেঙাৰ বাগানবোৰ ধনীবোৰক নেবেচাৰ কথা কলি। তোৰ কথা আমি মানিলোঁ। কিন্তু হাকিম হ'বলৈ পাই আমাক পাহৰিলি। কালি আকৌ গুলি চলালি কিয় চলালি গুলি?” সিহওঁক সন্তুষ্ট কৰিব পৰা উত্তৰ মোৰ নাছিল। পল্টনে মনত কৰি দিছিল, ‘আমাৰ খাদিয়া মানুহবোৰে তোক কিমান ভাল পাইছিল! তই সিহওঁক কিমান কথা কৈছিল! দৰ্কাৰ হলে ৰাইজৰ লগতে মৰিম বুলি কৈছিলি! কিন্তু কালি সেই ৰাইজৰ ওপৰতে গুলি চলালি। ছিঃ ছিঃ।”

কি উত্তৰ দিম ভাবি পোৱা নাছিলোঁ।

নৃপেনে কৈছিল, ‘আমাৰ গাৰো চাংবোৰত ৰাতি থাকি ফুৰা কথা তই পাহৰিব পাৰ। কিন্তু আমাৰ ৰাইজে পাহৰা নাই। সেই ৰাইজো আজি আহি আছে তোৰ কাছাৰীত সত্যাগ্ৰহ কৰিবলৈ। নেতৃত্ব লৈছে চাম্পীয়েও। তাই এতিয়া তিনিটা সন্তানৰ মাক।

আজি তই সিহঁতক মৰম কৰা, গুলিয়াই মাৰা—যি ইচ্ছা তাকে কৰিব পাৰিবি।”

নৃপেন আৰু পল্টন ওলাই গৈছিল। এতিয়া দেখিছোঁ, ভীৰৰ মাজত কিবা কৈ দুয়ো ঘূৰি ফুৰিছে।

সকলোৰে একেটাই দাবী: বিদেশীক খেদিব লাগে কাকতে-পত্ৰই ওলাই গৈছে, কলহীৰ ইকুল-সিকুল বিদেশীৰ এক ঘাটি। অকল ঘাটিয়েই নহয় পাকিস্থানী ৰিফিউজীৰ এটা কেম্পো কলহী পাৰত আছে। বামুনী গাঁৱত। বামুনী গাৱঁৰ সৰহখিনি ৰিফিউজীয়েই বোলো বাংলা দেশৰ কৰ্ণফুলি নৈৰ পাৰৰ। ফলত কৰ্ণফুলিৰ নতুন সোঁতৰ লগত কলহীৰ পুৰনী সোঁতৰ খুন্দা লাগে:

“সাজিয়া ৰিফিউজী
হাৰাইলাম হাতেৰ পুঁজি
বাড়ী ছাৰি আসামে আসিয়াৰে।
ওৰে সাহাৰে দাৰুণ বিধি
দুখ দিলাম নিৰবধি
প্ৰাণ কান্দে মোৰ দেশেৰ লাগিয়াৰে।
দালান, কোঠা, বুড়বাড়ী
কৰ্ণফুলিত ৰইল পড়ি
বাস নিলাম কলহী পাৰে আসিয়াৰে”

কৰ্ণফুলিৰ কান্দোনে কলহীৰ পৰাত খুন্দা মাৰে। গৰাৰ পৰা পাৰলৈ উঠি আহিবলৈ সেই কান্দোনে বাট বিচাৰে ...

কলহীৰ ইকুলে বুজিবৰ চেষ্টা কৰে......

সিকুলে বুজিব নিদিয়ে......

ফলত ইকুলেও সিকুলৰ লগত গেঙেৰি মাৰি উঠে: থলুৱা মানুহ খিনিৰ প্ৰতি চৰকাৰে চকু নিদিয়ে বিদেশী শৰনাৰ্থীক পকা ঘৰ পৰ্য্যন্ত বান্ধি দিয়ে—বিদেশী শৰনানাৰ্থীক ব্যৱসায়-বাণিজ্যৰ বাবে আৰ্থিক সহায় দিয়ে—

বিদেশী শৰনাৰ্থীয়ে সকলো অহিলং কৰিলে,—ঢেকীয়া-কচু শেষ হ'ল, পাহাৰৰ খৰিও শেষ কৰিলে কিবা এক ঘন জালেৰে মাৰি কলঙ্গীৰ মাছ বোৰো নাই কৰিলে—আদি আদি। থলুৱা মানুহ খিনিয়ে ডলা, চালনী, ঢাৰি মূঢ়া আদি নবনোৱা হ'ল, কম দামতে ৰিফিউজীয়ে বনাই দিয়ে। সস্তাত বনাই দিয়ে যেতিয়া বিয়াৰ চিৰা কেইটাও ৰিফিউজী কেম্পৰ পৰাহে খুন্দি অনা হয়। অসমীয়া মানুহৰ সহজাত আৰাম প্ৰিয়তাৰ কৰা কলঙ্গীৰ ইকূল সিকূলৰ ৰাইজ বাদ পৰি নাযায়। আন্দোলনৰ সময়ও স্বাৱলম্বী হওক বুলি লিখা থকা মাৰ্কিন কাপোৰ আঁৰি দি কেবা খনো দোকান দিয়া হ'ল, কিন্তু বৰ্তমানে সেই দোকানৰ টিন চাব নোহোৱা হ'ল। ধনী আৰু মাণিকে স্বাৱলম্বী হওক' চাইন বোৰ্ড মেঁৰি কেই দিন মান ৰিক্সা চলালে, কিন্তু সিও দীৰ্ঘস্থায়ী নহ'ল। বিপুলে 'স্বাৱলম্বী হওক' চাইন বোৰ্ড আঁৰি দিয়া পান দোকান খন বন্ধ হল—হৰিণ চৌধুৰীৰ বালি মহলত মহৰী কাম এটা পোৱাৰ ফলও। নৰো মহাজনৰ দুয়োজনী বোৱাৰীয়েকে গাঁৱৰ ছোৱালী—কেইজনী মানক লৈ আৰম্ভ কৰা 'মূলাগাভৰু বিপনি' ও বন্ধ হ'ল। এতিয়া দুই কোৱাৰীয়েকে লাভ লোকচানৰ হিচাপ দিবলৈ আহৰিকে পোৱা নাই বোলে। হেম বৰুৱাৰ 'ৰঙা কৰবীৰ ফুল' পঢ়া ছোৱালী কেইজনী—মানে যুক্তি দাঙি ধৰিছিল—ৰাছিয়াৰ দৰে উন্নত দেশৰ ছোৱালীয়ে দোকান দিব পাৰে, অনুন্নত 'দেশ' অসমৰ ছোৱালীয়ে নোৱাৰিব কিয়? ৰাস্তাৰ কাষত মুছিৰ ঠাইত বহি পৰিছিল স্কুলীয়া ছাত্ৰ, কিন্তু সেই ঠাইত আকৌ বহিছেহি আগৰ মুছি কেইজন। মাৰ যি ইচ্ছা তাকেই কৰি গৈছিল। যাৰ যি ইচ্ছা তাকেই কৈছিল। অঞ্চলটোও এনে কথাও ওলাই ছিল যে বিদেশীখিনি গুচি গ'লে একোজন মানুহে দুটা কৈ চাকৰী পাব, ৰাতিয়ে দিনে চাকৰি কৰিব লাগিব, দুগুন দৰমহা পাব। খেতিয়ক খিনিক কোৱা হৈছিল যে বিদেশী খিনি গুচি গ'লে

বিদেশীৰ মাটি বোৰ তেওঁলোকৰ মাজত ভাগ কৰি দিয়া হ'ব। ১৯৫১ চনটোকে বিদেশী বহিস্কৰনৰ সময়সীমা হিচাপে চৰকাৰক মনাব পাৰিলে ৰিফিউজী কেম্পৰ ৰিফিউজীবোৰকো খেদি দিব পৰা যাব। গাৱঁৰ মানুহে সকলো শুনি—যায়, শুনা মতেই আলোচনা কৰে। কাৰন তেওঁলোকে বুজি নাপাই, কি আন্তৰ্জাতিক চুক্তি মতে ৰিফিউজী খিনিক কলঙ্গী পাৰৰ বামুনী গাৱঁলৈ অনা হ'ল। তেওঁলোকে নাজানে, নেহৰুলিয়াকও চুক্তি ভৰিতেই পিন্ধেনে কানত পিন্ধে। তেওঁলোকে বুজি নাপাই ইন্দিৰা-বুজিব চুক্তিৰ অৰ্থ। তেওঁলোকৰ কিংবা এটা বুজাই দিয়া হৈছে, সেই বুজনি মতেই আন্দোলনও ভাগলৈছে। ল'ৰা-ছোৱালী স্কুললৈ যাব নালাগে, নপঠায়—দেশখনৰ ভাল হলে ল'ৰা—ছোৱালীৰ এটা শিক্ষাবছৰ লোকচান হলেও একো ক্ষ্যতি নাই। সকলো ল'ৰা ছোৱালীয়ে কুচ কাৱাজ শিকিব লাগে, তেওঁলোকে কোনো আপত্তি কৰা নাই, শিকিবলৈ নামঘৰৰ চোতালখনকে এৰি দিছে। এদিন যি নামঘৰৰ চোতাল কীৰ্ত্তনৰ ঘোষা আৰু ভোৰতাল—ডগবৰ মাতেৰে ৰজনজনাই উঠিছিল, সেই নামঘৰৰ চোতালও এতিয়া কুচ-কাৱাজ কথা ৰাইট লেফ্‌ট চলে। দুই একে ভিয়েট নামৰ কথা কয়—গাৱঁৰ মানুহে লাগি শুনে। এখন সৰু দেশ ভিয়েট নামে কেনেকৈ ফ্ৰান্স আৰু আমেৰিকাৰ লগত যুঁজিছিল, বাওৰি কাকত আৰু কিতাপ পঢ়া গাৱঁৰ ডেকাই তাৰ বৰ্ণনা দিয়ে। ভিয়েট নামৰ কৃষকে কেনেকৈ কাষতে বন্দুক থৈ হাল বাইছিল, তাৰ কথা কয়। লগতে কয় আমাৰ অসমীয়া খেতিয়কো জেনে হ'ব লাগিব! লোচিতৰ দেশৰ সন্তান আমি! জয়মতী মূলা গাভৰুৰ দেশৰ বোৱাৰী আমি।

খিডিকিৰে বাহিৰলৈ চাই পঠালোঁ। মই বিচুৰ্ত্তি খালোঁ। সত্যাগ্ৰহৰ নামও ইমান মানুহ। কেতিয়াও গোট খোৱা নাছিল। সমস্ত কলঙ্গী পৰীয়াই যেন উঠি আহিছে। অংচিয়ে আহি কৈছে যে ইমান মানুহৰ এজেণ্ট কৰা সত্তৰ নছৰ আনৰ সম্মুখৰ ফিল্‌ডখনতো

ইমান মানুহ নধৰিব।

মানুহবোৰ আগুৱাই আহিছে।

এনে জন-সমাবেশ জীৱনত কেতিয়াও দেখা নাছিলোঁ।

খিড়িকিৰ কাষত গৈ মই থিয় হ'লোঁ।

আৰু থিয় হৈ হতবম্ব হৈ পৰিলোঁ। মোৰ চাৰি কুৰি বছৰীয়া আইতা আহিছে সত্যাগ্ৰহ কৰিবলৈ। লাখুটিও ভৰ দি। মোৰ মা আহিছে সত্যাগ্ৰহ কৰিবলৈ। লগত ভনী কেইজনীও। পিছে পিছে পিতা। পিতাৰ সমানে সমানে খোজ কাটি আহিছে মোহন, মাটিমলা, মলিনা আৰু মহিমা বাইৰ দুয়ো জনী বোৱাৰীয়েক। তেওঁলোকৰ পিছে পিছে নবো মহাজন, পৰশু আৰু ভূমিধৰহঁত। গটো মোজ বেজৰে বজাই উঠিল! বাঘ আৰু ছাগ একেলগে আহিছে তীৰ্থ কৰিবলৈ। অ, চি, য়ে কৈছে, "সেই যে মিনি ট্ৰাক খন দেখিছে, সেই খন হৰমন কেঞাৰ। সত্যগ্ৰহীক খুৱাবালৈ বুট মুগ, ফলে মূলে তাও ফৰাই আনিছে।"

মোৰ পেহা শহুৰ হৰমন চেৰাউগী। শাহুৱেকৰ লগত অবৈধ সম্বন্ধ তেওঁৰ বোলে আছিল·· তেওঁৰ আৰু নবো মহাজনৰ মুখলৈকে মই এদিন মাৰি পঠিয়াই দিলোঁ পাঁচটা হাজাৰ টকীয়া নোটৰ বাণ্ডল··· ·নবীনলৈ মনত পৰিলে: যোৱা ৰাতি বহা 'জৰুৰী বৈঠকে' তাক ছাত্ৰ সন্থাৰ পৰা বহিষ্কৃত কৰিছে। অপৰাধ: মহিমাবাইৰ শৱদেহৰ আগও যোৱা কালি ধনী অসমীয়া আৰু দুখীয়া অসমীয়াৰ কথা কৈ অসমীয়াৰ মাজত বিভাজন আনিব বিছাৰিছিল। আচলতে সি বোলে আন্দোলনটোৰ মাজত সোমাই পৰা কমিউনিষ্ট দালাল। আন্দোলনটো ভাঙিবৰ বাবেহে আন্দোলন কাৰীৰ মাজত সোমাই পৰিছিল!

অ' চি'য়ে কৈ গ'ল যে কিছুক হ'লেও এৰেষ্ট কৰিব লাগিব। অন্যথা পৰিস্থিতি আয়ত্বাধীন হৈ নাথাকিব। কিছু সংখ্যকক থানাৰ সন্মুখৰ ফিল্‌ড়লৈ হলেও নিব লাগিব। এৰেষ্টৰ আদেশ

দিব লাগে। কেৱল সেয়ে নহয়। অ' চি'য়ে কিছুমান পোষ্টাৰো মোৰ মেজতে এৰি গ'ল। ছয়গাৱঁৰ দোকান ঘৰ কোৱৰ পৰা চি. আৰ. পি.ৰ দ্বাৰা একৰাই আনিছে সেইবোৰ পোষ্টাৰ বোৰ ইখনৰ পিছত সিখনকৈ মই পঢ়িব ধৰিলোঁ। :

: মহিমাবাইৰ হত্যাকাৰী কোন ?

এচ. ডি. চি. বলীন ঠাকুৰীয়া।

: মহিমবাইৰ উলিয়ালে কোন ?

চৰকাৰে এচ. ডি. চি বলীন ঠাকুৰীয়াৰ নিৰ্দেশ ক্রমে।

: হত্যাকাৰী হাকিম বলীন ঠাকুৰীয়া।

"নাই নাই, হত্যাকাৰী মই নহওঁ," চিৎকাৰ কৰি উঠিল মোৰ সন্তৰাত্মা : মহিমাবাই মোৰ মৰমৰ, তেওঁকে হত্যা কৰিম কিয় ? তেওঁক জীয়াই ৰাখিবলৈ ময়েই লৈ গৈছিলোঁ। হস্পিটাললৈ। কিন্তু ৰাইজে একে বুবুজে কিয় ? পিয়নে মাহি দি যোৱা চিঠি খন খুলি ললোঁ। গাইডে লিখিছে : "তোমাৰ গবেষণা গ্রন্থ" গাৰো আহি ৰিলোচনৰ উইথ আসাম" পি এইচ. ডিৰ বাবে গৃহীত হ'ল। এতিয়াৰে পৰা তুমি ডঃ বলীন ঠাকুৰীয়া। কংগ্রেচুলোচনচ····· ।" শুনিলোঁ, মোৰ কোঠৰ দুৱাৰ মুখত পৰীয়া হৈ থকা চি আৰ পি. ছজন গৰ্জি উঠিছে :

"হট যা"—

"আতঁৰি যা"—

চিঠি খনৰ পৰা মূৰ তুলি চাই পঠালোঁ : ···। ···চাম্পী··· বোকোচাও কেঁচুৱা এটি······

"আনে দো।" মই আদেশ দিলোঁ।। বোধহয় অলপ কপিছোঁও। চাম্পী সোমাই আহিল। মই বহিবলৈ কলোঁ।। লগে লগে মোৰ পি. এইচ. ডি খবৰটো দিলোঁ, কিন্তু তাই নবহিল, আনকি মোৰ পি এইচ ডি.ৰ খবৰও উচ্ছাসিত ও নহল "ডিগ্রীৰে কি হ'ব মাষ্টাৰ কাকা ? সেই বোৰেঁাৰে ৰাইজৰ মুখ নভৰে।

তোৰ অলঙ্কাৰ মোৰ লগতে থাকক। শিক্ষিত বৈচুৰা ৰাজি তোৰ প্ৰতিপত্তি চাবলৈ মই ইয়ালৈ অহা নাই। তই যে হাকিম হৈছা, হাকিম হৈ আমাক যে পাহৰি গৈছা, সেই কথা কবলৈহে হাহিছোঁ।” অলপ বৈ তাই কৈ গ’ল, “মহিমাবাইক মই মাত্র” ছুবাৰহে লগ পাইছিলোঁ। কৃষক সম্ভাৰ কাৰত। সেই ছুবাৰতে মন ঘোৰ মুহি থৈছে। কিন্তু তেওঁলোকৰ নিজৰ ল’ৰা যেন দেখিছিল। অথচ সেইজনী মানুহকে গুলি কৰি মাৰিলি! এই ইমান অমানুহ হৈ গ’লি…নে? ছিঃ ছিঃ তোৰ ওপৰত মোৰ বৰ আশা। ।”

“মিছা কথা চাম্পী। তুই ভুল শুনিছা। তীৰৰ মাজৰ পৰা অহা গুলিতহে মহিমাবাই মৰিছে।

মই ।” চাম্পীৰ কথাৰ মাজতে মই প্ৰায় চিঞৰি উঠিলোঁ, কিন্তু তাৰো মোৰ কথা শেষ হবলৈ। নিদিলে, “তই মিছলীয়া নাছিলি, কিন্তু এতিয়া হ’লি। তই……মানুহ আছিল, কিন্তু এতিয়া অমানুহ হ’ল। তোৰ ওপৰত মোৰ কোনো বিশ্বাস নাই মাষ্টাৰ কাকা, কোনো বিশ্বাস নাই! তই আজি আমাকো গুলিয়াই গুলিয়াই মাৰি যা—!” মই একো কবলৈ নাপালোঁ, সাউণ্ড কৈ তাই ওলাই গ’ল। মোৰ ভৰিৰ তলৰ পৃথিবী খন যেন জোকাৰনি খাই উঠিল। বহি থকা চকী খন যেন ঘূৰি থাকিল। জন সমুদ্ৰৰ কোলাহল বিৰাট হাটা প্ৰশ্নহৈ চকুৰ আগত যেন ভাঁহি উঠিল। খিড়িকিৰে বাহিৰলৈ আকৌ চাই পঠালোঁ। হাত-ভৰিমোৰ কঁপি উঠিল।

সমদল টোৰ সকলোত কৈ আগত দেখোন মেৰেই আত্মীয় স্বজন!

মই এতিয়া কি কৰোঁ?

আশী বছৰীয়া ও আইজক এৰেষ্ট কৰা নিৰ্দেশ দিওঁ কেনেকৈ?

জন্মদাতা মা-পিতা আৰু মৰমৰ ভনী কেজনীক জেললৈ পঠাওঁ কোনেকৈ?

শৈশৱৰ বন্ধু মোহন, তাৰেই পত্নী মাটিখলা আৰু যে’ৰালিৰ লগৰী

মল্লিনাক জেললৈ পঠাওঁ কেনেকৈ ?

নৃপেন চাংমা আৰু পল্টন ৰয়ক কেনেকৈ বাৰু পঠাই দিওঁ জেলৰ ভিতৰলৈ ?

আৰু চাম্পী······বকোচাও আইৰ কেঁচুৱা এটি··· ·· ।

কিন্তু মই প্ৰশাসক। প্ৰশাসকৰ দায়িত্ব মই পালন কৰিবই লাগিব। উপৰি পুৰুষ মহেশ্বৰলৈ মোৰ মনত পৰিল—ৰজাৰ কাৰণে খুঁজি তেওঁ প্ৰাণ দিছিল, যোৱামতীয়া গণ-বিদ্ৰোহৰ।

দ্ৰোণাচাৰ্য্যৰ সমস্যা এতিয়া মোৰ সম্মুখত !

কলহীপৰীয়া কুৰুক্ষেত্ৰৰ সেনানী মই।

তেনেহলে—

তে—নে······হ··· লে

মই মোৰ আশীবছৰীয়া আইতাক জেললৈ পঠাব লাগিব।

মা, পিতা আৰু ভনীকেইজনীক এৰেষ্ট কৰিব লাগিব ? শৈশৱৰ বন্ধু আৰু ল'ৰালিৰ লগৰীক হাজোতলৈ পঠাব লাগিব ?

নৃপেন চাংমা···পল্টন খাছিয়া আৰু সেইজনী চাম্পী ··কেঁচুয়াটোৰে পিঠিত আইৰ চটফট কৰিছে···অ চি. সোমাই আহিল : এৰেষ্টৰ আদেশ লাগে। লগে লগে মোৰ মন আৰু মগজুত প্ৰচণ্ড এটা খুন্দা লাগিল :

মই এতিয়া কি কৰোঁ ? কি কৰা উচিত হ'ব ?

আদেশ আৰু ত্যাগপত্ৰ—কোনটো মই কৰিব পাৰোঁ ? ত্যাগপত্ৰৰ অৰ্থই বা কি হ'ব ? পলায়ন নে প্ৰত্যাবৰ্ত্তন ? কাগজ এখন টানি আনিলোঁ।

কলমটো দৃঢ় হাতেৰে তুলি ললোঁ।

---